# ভৰতৰ নাট্যশাস্ত্ৰ

## প্ৰথমখণ্ড

(মূল সংস্কৃতৰ শ্লোকসহ অসমীয়া অনুবাদ)

অসমীয়া অনুবাদ
**শ্ৰীনিত্যানন্দ শাস্ত্ৰী**

সংশোধন, সংযোজন আৰু সম্পাদনাত
**ডঃ মুকুন্দ মাধৱ শৰ্মা**

প্ৰকাশন
**অসম নাট্য সন্মিলন**
৬ অক্টোবৰ ১৯৯১

BHARATAR NATYA SHASTRA (PRATHAM KHANDA) : Assamese translation with original Sanskrit slokas of first eight Chapters of NATYA SHASTRA of Bharat Muni : Translated by Sri Nityananda Shastri and revised, corrected and edited by Dr. Mukunda Madhav Sarma Head of the Department of Sanskrit Gauhati University.

---

প্ৰকাশক ঃ অসম নাট্য সন্মিলনৰহৈ
শ্ৰীজীৱেশ্বৰ গোস্বামী, প্ৰধান সম্পাদক

প্ৰকাশন সমিতি ঃ শ্ৰীফণী তালুকদাৰ (উপদেষ্টা)
শ্ৰীজীৱেশ্বৰ গোস্বামী
শ্ৰীঅখিল চক্ৰৱৰ্ত্তী (আহ্বায়ক)
শ্ৰীকৈলাশ শৰ্মা
শ্ৰীকংকণজ্যোতি শইকীয়া
শ্ৰীপ্ৰণতি বৰুৱা
শ্ৰীপ্ৰদীপ হাজৰিকা

প্ৰথম প্ৰকাশঃ ৬ অক্টোবৰ ১৯৯১

প্ৰচ্ছদপট ঃ চিত্ৰশিল্পী শ্ৰীনীলপৱন বৰুৱা

মুদ্ৰক ঃ শৰাইঘাট প্ৰিন্টাৰ্ছ, গুৱাহাটী- ৭৮১ ০০৩

মূল্য ঃ পকা বন্ধাঃ ৭৫ টকা ☐ কেঁচা বন্ধা ৬৫ টকা

# পাতনি

ভৰতৰ নাট্যশাস্ত্ৰখন এখন বিশ্বকোষৰ নিচিনা গ্ৰন্থ। 'নাট্য' শব্দৰ অৰ্থ হ'ল 'নটবৃত্ত' অৰ্থাৎ 'নট' সকলৰ বৃত্তি বা জীৱিকা বা 'প্ৰকেচন্'। 'নট' শব্দৰ অৰ্থ 'অভিনেতা'। 'শাস্ত্ৰ' মানে 'শাসন' বা 'নিয়ন্ত্ৰণ' বা 'নিৰ্দেশ'। আন কথাত ক'বলৈ গ'লে 'শাস্ত্ৰ' মানে 'যি গ্ৰন্থই কোনো এটি বিশেষ বৃত্তিৰ বিষয়ে শাসন কৰে বা উপদেশ দিয়ে তেনে গ্ৰন্থ'। নাট্যশাস্ত্ৰৰ টীকাকাৰ অভিনৱ গুপ্তই নাট্যশাস্ত্ৰৰ প্ৰথম শ্লোকটোৰ 'নাট্যশাস্ত্ৰং প্ৰৱক্ষ্যামি' কথাষাৰৰ টীকাত এনেদৰে কৈছে: "নাট্যস্য নটবৃত্তস্য শাস্ত্ৰং শাসনোপায়ং গ্ৰন্থং প্ৰৱক্ষ্যামি।" নাট্যশাস্ত্ৰৰে ২৬.১১৪ সংখ্যক শ্লোকত কোৱা আছে যে আনে কৰা কামৰ অনুকৰণকে নাট্য বোলা হয়।" কৃতানুকৰণং লোকে নাট্যমিত্যভিধীয়তে"। পৰৱৰ্তী গ্ৰন্থ দশৰূপকৰ মতে বিশেষ এটা 'অৱস্থা' বা পৰিস্থিতিৰ 'অনুকৃতি' বা অনুকৰণেই নাট্য। "অৱস্থানুকৃতিৰ্নাট্যম্।" সাধাৰণভাৱে বুজিবলৈ হ'লে 'অভিনয়-কলা'কেই নাট্য বোলা হয়। কিন্তু সেই অভিনয়-কলানো কি? সেই বিষয়ে ক'বলৈ গৈয়েই নাট্যশাস্ত্ৰত আনুষংগিক বহুতো কথাৰ বিষয়ে ইমান বিশদভাৱে বুজাই দিছে যে সেইবাবেই এই গ্ৰন্থখন বিশ্বকোষৰ লেখীয়া হৈ পৰিছে।

মাতৃগুপ্তাচাৰ্য, উদ্ভট, লোল্লট, শংকুক, ভট্ট নায়ক, হৰ্ষ, কীৰ্তিধৰ, অভিনৱগুপ্ত আৰু নান্যদেৱ – এই নজন ব্যক্তিয়ে নাট্যশাস্ত্ৰৰ টীকা প্ৰণয়ন কৰিছিলে বুলি জনা যায়। কিন্তু তাৰে কেৱল অভিনৱ গুপ্তই ৰচনা কৰা অভিনৱভাৰতী নামৰ টীকা-গ্ৰন্থখনহে এতিয়ালৈকে পোৱা গৈছে। তাৰো অৱশ্যে ঠায়ে ঠায়ে পাঠ হেৰাই গৈছে। অভিনৱগুপ্তই টীকাৰ আৰম্ভণিতে দিয়া দ্বিতীয় শ্লোকত এই কথাৰ উল্লেখ কৰিছে যে নাট্যশাস্ত্ৰত ৩৬ টা অধ্যায় আছে। (দ্ৰঃ ষট্‌ত্ৰিংশকং ভৰত সূত্ৰমিদং বিবৃণ্বন্ বন্দে শিৱম---)। এই অৰ্থতে প্ৰথম অধ্যায়ৰ ষষ্ঠ শ্লোকৰ টীকাত 'ষট্‌ত্ৰিংশদধ্যায্যাং' শব্দৰ প্ৰয়োগ কৰিছে। নাট্যশাস্ত্ৰৰ আন এটা নাম হ'ল ষট্‌সহস্ৰী। এই নামৰ তাৎপৰ্য হ'ল এই যে এই গ্ৰন্থৰ শ্লোক আৰু গদ্যাত্মক উক্তিসমূহৰ মুঠ সংখ্যা ছয় হাজাৰ। ১.৬ সংখ্যক শ্লোকৰ টীকাত অভিনৱ গুপ্তই এই নামৰ উল্লেখ কৰি কৈছে: "ষট্‌সহস্ৰীৰূপেণ প্ৰধানতয়া প্ৰৱণৰূপকনিৰূপণপৰেণ শাস্ত্ৰেণ তত্ত্বং নিৰ্ণীয়তে"। দশৰূপক নামৰ গ্ৰন্থখনত ভৰতক ষট্‌সহস্ৰীৰ গ্ৰন্থকাৰ (ষট্‌সহস্ৰীকৃৎ) বোলা হৈছে (দ্ৰঃ 'ষট্‌সহস্ৰীকৃতাপুৰুকম্', দশৰূপক, ৪.২)। দশৰূপক (১.৬)ৰ টীকাত বহুৰূপমিশ্ৰইও ভৰতক 'ষট্‌সহস্ৰীকাৰ' বুলিছে।

নাট্যশাস্ত্ৰ গ্ৰন্থখনত অনুষ্টুপ্, আৰ্যা আদি ছন্দত ৰচিত শ্লোকৰ লগতে তাৰ্য্যৰ মৰে ব্যাখ্যাপৰক গদ্য আৰু 'সূত্ৰ'ৰ দৰে নিতান্ত সংক্ষেপে কৰা উক্তি কিছুমানো আছে। উদাহৰণ স্বৰূপে "বিভাৱানুভাৱব্যভিচাৰিসংযোগাদ্ ৰসনিষ্পত্তিঃ" – এই উক্তিটো ভৰতৰ ৰসসূত্ৰ বুলিয়েই জনাজাত। তথাপি সমগ্ৰ গ্ৰন্থখনতে সূত্ৰৰ পৰিমাণ কম

কম। তেনে হোৱা সত্ত্বেও অভিনৱগুপ্তই গ্ৰন্থখনক 'ভৰতসূত্ৰ' বুলিও উল্লেখ কৰিছে। দ্রঃ "ষটত্ৰিংশকং ভৰতসূত্ৰমিদং ৱিবৃণ্বন্" ইত্যাদি । এনে অৰ্থতে নান্যদেৱে ভৰতভাষ্যত ভৰতক 'সূত্ৰকৃৎ' বুলি অভিহিত কৰিছে। দ্রঃ "কলা নামানি সূত্ৰকৃদুক্তানি যথা----" । সবহকৈ সূত্ৰ নথকা সত্ত্বেও ভৰতক সূত্ৰকাৰ বোলাৰ তাৎপৰ্য কি ? – সেই কথা আমাৰ মনেৰে এনেদৰে ব্যাখ্যা কৰিব পাৰি –

অৰ্থনীতিৰ ক্ষেত্ৰত আটাইতকৈ মৌলিক নিৰ্ভৰযোগ্য প্ৰামাণ্য গ্ৰন্থ হোৱা বাবে কৌটিল্যৰ গ্ৰন্থখনক অৰ্থশাস্ত্ৰ বোলাৰ দৰে, কাম-কলাৰ বিষয়ে আটাইতকৈ প্ৰামাণ্য গ্ৰন্থ হোৱা বাবে ৱাৎস্যায়নৰ গ্ৰন্থখনক কামশাস্ত্ৰ বোলাৰ দৰে নাট্যৰ ক্ষেত্ৰত সকলো জানিবলগীয়া কথাৰ আকৰস্বৰূপ ভৰতৰ গ্ৰন্থখনক বোলা হ'ল নাট্যশাস্ত্ৰ । আকৌ ৱাদৰায়ণ, জৈমিনি, গোতম আদিয়ে নিজ নিজ দৰ্শনৰ ক্ষেত্ৰত ৰচনা কৰা সেই সেই দৰ্শনৰ মূল গ্ৰন্থসমূহক ৱেদান্তসূত্ৰ, মীমাংসাসূত্ৰ, ন্যায়সূত্ৰ আদি নামেৰে অভিহিত কৰাৰ আৰ্হিতে ভৰতৰ গ্ৰন্থখনকো ভৰতসূত্ৰ নামেৰে অভিহিত কৰি তাৰ গুৰুত্বৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰাৰ এটা প্ৰথা আৰম্ভ হ'ল বুলি অনুমান কৰিব পাৰি। আৰু এটা অনুমান এই বুলি কৰা হয় যে, মূলত ভৰতে হয়তো নাট্যশাস্ত্ৰখন সূত্ৰ (অৰ্থাৎ সংক্ষিপ্ত বাক্য)ৰ আকাৰতে লিখিছিল । এই বিষয়ে এটা সাক্ষ্য হ'ল এই যে ভৱভূতিয়ে উত্তৰৰাম চৰিতত ভৰতক 'তৌৰ্যত্ৰিকসূত্ৰকাৰ' বুলি অভিহিত কৰিছে। (দ্র. উত্তৰচৰিত ৪-২২) । 'নৃত্য, গীত, বাদ্যক একেলগে' অথবা 'নাট্য'ক তৌৰ্যত্ৰিক বোলা হয় । এতিয়া যি খন নাট্যশাস্ত্ৰ পোৱা গৈছে সেইখন খৃঃপূঃ ২০০ আৰু খৃঃ ২০০ৰ ভিতৰত ৰচিত হৈছিল বুলি অনুমান কৰা হয় । এটা কথা নিশ্চিত যে বৰ্তমানৰ নাট্য শাস্ত্ৰখন কালিদাসতকৈ আগৰ, কিয়নো কালিদাসৰ মালাৱিকাগ্নিমিত্ৰত নাট্যৰ প্ৰশংসাসমন্বিত নিম্নলিখিত শ্লোকটো পোৱা হয় –

দেৱানামিদমামনন্তি মুনয়ঃ শান্তং ক্ৰতুং চাক্ষুষং
ৰুদ্ৰেণেদমুমাকৃতব্যতিকৰে স্বাঙ্গে ৱিভক্তং দ্বিধা ।
ত্ৰৈগুণ্যোদ্ভৱমত্ৰ লোকচৰিতং নানাৰসং দৃশ্যতে
নাট্যং ভিন্নৰুচেৰ্জনস্য বহুধাপ্যেকং সমাৰাধনম্ ।।

(১.৪) সম্প্ৰতি এনেদৰে অনুমান কৰা হয় যে এই শ্লোকৰ কথাখিনি নাট্যশাস্ত্ৰ প্ৰথম সাতোটা অধ্যায়ৰ ওপৰত আধাৰিত । (দ্র. নাট্য শাস্ত্ৰৰ বৰোদা সংস্কৰণৰ ১৯৫৬ চনৰ দ্বিতীয় তাণ্ডৱণৰ পাতনি, পৃঃ ১৪-১৫) । এই কথাও নিশ্চিত যে বৰ্তমানৰ নাট্য শাস্ত্ৰখন অমৰকোষৰ ৰচয়িতা অমৰসিংহতকৈয়ো আগৰ । কিয়নো, অমৰৰ মতে শৃংগাৰ ৰসৰ আন এটা নাম 'উজ্জ্বল' । দ্রঃ "শৃংগাৰঃ শুচিৰুজ্জ্বলঃ" । শৃংগাৰক উজ্জ্বল বোলা কামটো সম্পূৰ্ণভাৱে নাট্যশাস্ত্ৰৰ ওপৰত ভিত্তি কৰিয়েই কৰা হৈছে। (দ্রষ্টব্য, না. শা. ৬.৪৫ৰ ব্যাখ্যা) । উল্লেখযোগ্য যে শৃংগাৰ ৰসৰ অৰ্থত উজ্জ্বল শব্দৰ ব্যৱহাৰ বৰ বিৰল । তথাপি তাৰ ভিতৰতে উল্লেখযোগ্য হ'ল শ্ৰীৰূপ গোস্বামীৰ গৌড়ীয় বৈষ্ণৱ সম্প্ৰদায়ৰ অলংকাৰ গ্ৰন্থ উজ্জ্বলনীলমণিত উজ্জ্বল শব্দৰ ব্যৱহাৰ ।

ব্যাকৰণ শাস্ত্ৰকাৰ পাণিনি মুনিৰ সময় খৃঃ পূঃ ৮০০ৰ পৰা খৃঃ পূঃ ৪০০ৰ ভিতৰত বুলি অনুমান কৰা হয় । পাণিনিৰ অষ্টাধ্যায়ীৰ দুটা সূত্ৰত দুখন 'নটসূত্ৰ' গ্ৰন্থৰ উল্লেখ আছে । তাৰে এখন শিলালীয়ে ৰচনা কৰা আৰু আনখন কৃশাশ্বই ৰচনা

কৰা । উক্ত সূত্ৰ দুটা হ'ল এনে – "পাৰাশৰ্যশিলালিভ্যাং ভিক্ষুনট সূত্ৰয়োঃ" (৪. ৩. ১১৩) আৰু "কৰ্মন্দকৃশাশ্বাদিনিঃ" (৪. ৩. ১১১) । প্ৰথমটো সূত্ৰৰ পৰা বুজা যায় যে পাৰাশৰ্যই এখন 'ভিক্ষুসূত্ৰ' (অৰ্থাৎ সন্ন্যাসী ভিক্ষু সকলে কেনে ধৰণে আচৰণ কৰিব লাগে সেই বিষয়ে উপদেশ থকা গ্ৰন্থ) ৰচনা কৰিছিল । উক্ত 'ভিক্ষু সূত্ৰ' গ্ৰন্থখন এতিয়া পাবলৈ নাই । এতিয়া পাব পৰা তেনে ধৰণৰ উল্লেখযোগ্য গ্ৰন্থ হ'ল জৈন ভিক্ষু সকলৰ বাবে ৰচিত আচাৰাঙ্গসূত্ৰ । পাণিনিৰ একেটা সূত্ৰৰ পৰা জনা যায় যে শিলালিয়ে এখন নটসূত্ৰ (অৰ্থাৎ নট সকলৰ দ্বাৰা কৰণীয় সকলো কামৰ বিষয়ে উপদেশ থকা সূত্ৰৰ আকাৰত ৰচিত এখন গ্ৰন্থ) ৰচনা কৰিছিল । দ্বিতীয়টো সূত্ৰৰপৰা জনা যায় যে কৰ্মন্দই এখন 'ভিক্ষুসূত্ৰ' আৰু কৃশাশ্বই এখন 'নটসূত্ৰ' ৰচনা কৰিছিল । ইয়াৰ পৰা বুজা গ'ল যে, বৰ্তমানৰ নাট্যশাস্ত্ৰ খন ৰচিত হোৱাৰ কেইবা শ বছৰৰ আগৰ পৰাই সূত্ৰৰ আকাৰত 'নাট্যশাস্ত্ৰ' (অৰ্থাৎ নাট্য বিষয়ক গ্ৰন্থ) ৰচিত হোৱাৰ এটা পৰম্পৰা চলি আহিছিল । সেই পৰম্পৰাৰ আৰ্হিতে হয়তো ভৰতেও সূত্ৰৰ আকাৰত 'ভৰত সূত্ৰ' এখনৰ ৰচনা কৰিছিল আৰু বৰ্তমান যিখন নাট্যশাস্ত্ৰ পোৱা যায় সেইখন উক্ত 'ভৰতসূত্ৰ'ৰে এখন পৰৱৰ্তী সংস্কৰণ । উল্লেখযোগ্য যে, উক্ত 'ভৰতসূত্ৰ' নামটোৰ 'ভৰত' শব্দটোৱে 'ভৰত মুনিক' নুবুজাই 'নট'ক বুজাব পাৰে । কাৰণ, 'ভৰত' আৰু 'নট' এই দুটা সমাৰ্থক শব্দ । এই বিষয়ে আনন্দৰাম বৰুৱাই নানাৰ্থসংগ্ৰহত (অসম প্ৰকাশন পৰিষদ, ১৯৬৯) ২৩১ পৃষ্ঠাত কেইবাখনো প্ৰাচীন সংস্কৃত কোষৰ পৰা (অৰ্থাৎ অভিধানৰ পৰা) উদ্ধৃতি দিছে । উদাহৰণ স্বৰূপে ত্ৰিকাণ্ডকোষৰ উদ্ধৃতিটো হ'ল ঃ "ৰামানুজে নাট্যশাস্ত্ৰে দৌষ্মন্তৌ ভৰতো নটে", অৰ্থাৎ ৰামৰ ভায়েক (ভৰত), ভৰতৰ দ্বাৰা ৰচিত নাট্যশাস্ত্ৰ নামৰ গ্ৰন্থখন, শকুন্তলা আৰু দুষ্মন্তৰ পুত্ৰ (ভৰত), আৰু নট – এই কেইটা অৰ্থত 'ভৰত' শব্দৰ প্ৰয়োগ হয় । ভৰত শব্দই ভৰতৰ দ্বাৰা ৰচিত নাট্যশাস্ত্ৰক বুজোৱাৰ দৰে গ্ৰন্থকাৰৰ নামটোৱেই গ্ৰন্থখনক বুজোৱা প্ৰথাটোৰ আৰু এটা সুন্দৰ উদাহৰণ হ'ল মাঘে ৰচনা কৰা শিশুপালবধ কাব্যৰ অৰ্থত মাঘ শব্দৰ প্ৰয়োগ । 'মাঘে সন্তিত্ৰয়ো গুণাঃ', 'মেঘে মাঘে গতং বয়ঃ' আদি বাক্যত এনে প্ৰয়োগ দেখা যায় । "চেক্ৰীড়িতপ্ৰভৃতিভিৰ্বিকৃতৈস্চ শব্দৈৰ্যুক্তা ন ভান্তি ললিতা ভৰত প্ৰয়োগাঃ" (না. শা. ১৬. ১৮৭) আদি বাক্যত ভৰতমুনিয়ে নিজেই 'নট'ৰ অৰ্থত ভৰত শব্দৰ প্ৰয়োগ কৰিছে ।

"ভৰত সূত্ৰ"ৰো যদি অৰ্থ 'নটসূত্ৰ' হয় তেনে হ'লে ভৰত মুনিয়ে ৰচনা কৰা গ্ৰন্থখনো শিলালী আৰু কৃশাশ্বই ৰচনা কৰা গ্ৰন্থ দুখনেৰে একে শাৰীতে পৰে । এনেদৰে উক্ত তিনিওখন সূত্ৰ-গ্ৰন্থকে একে শাৰীতে ধৰাৰ ইংগিত পোৱা যায় । অমৰকোষৰ নিম্নলিখিত শ্লোকটোত –

শৈলালিনস্তু শৈলূষা জায়াজীৱাঃ কৃশাশ্বিনঃ ।
ভৰতা ইত্যপি নটাঃ (চাৰণাস্তু কুশীলৱাঃ) ।।

প্ৰসন্ন কুমাৰ শাস্ত্ৰীৰ দ্বাৰা অনূদিত বাংলা অমৰ কোষৰ মতে শৈলালী, শৈলূষ, জায়াজীৱ, কৃশাশ্বী আৰু ভৰত – এই কেইটা শব্দই নটক বুজায় । কিন্তু নাট্যশাস্ত্ৰৰ বৰোদা সংস্কৰণৰ দ্বিতীয় ভাগৰণৰ পাতনিত (পৃঃ ১৫) এই মত ভাঙি ধৰা হৈছে যে (১) শৈলালী সকলক বোলা হয় শৈলূষ, (২) কৃশাশ্বী সকলক বোলা হয় জায়াজীৱ আৰু (৩) ভৰতসকলক বোলা হয় নট । এই মতে শিলালী, কৃশাশ্ব

আৰু ভৰতৰ দ্বাৰা প্ৰৱৰ্ত্তিত নাট্যশাস্ত্ৰৰ তিনিটা স্বতন্ত্ৰ স্কুল বা স্বতন্ত্ৰ ধাৰা আছিল। এই খিনি আলোচনাৰ পৰা এই কথা বুজিব পাৰি যে প্ৰাচীন কালৰ পৰাই নাট্যকলাৰ বিষয়ে বহুতো গ্ৰন্থ প্ৰচলিত আছিল। তাৰে বহুতো গ্ৰন্থ লোপ পালে। কিন্তু সৌভাগ্যৰ বিষয় যে ভৰতৰ নাট্যশাস্ত্ৰ খন এতিয়া পাব পৰা সকলো গ্ৰন্থৰ ভিতৰত প্ৰাচীনতম গ্ৰন্থৰূপে লোপ নোপোৱাকৈ থাকি গ'ল। আনহাতে নাট্যকলা বিষয়ক গ্ৰন্থ ৰূপে প্ৰাচীনতম হোৱাৰ উপৰিও অলংকাৰ গ্ৰন্থৰূপেও এই খনেই প্ৰাচীনতম।

নাট্যশাস্ত্ৰখন এতিয়া আমি যি আকাৰত পাইছো তাতে নাট্যকলাৰ বিষয়ে সকলো কথা ইমান নিৰ্ভৰযোগ্যভাৱে, ইমান বিস্তৃতভাৱে আৰু ইমান সূক্ষ্মাতিসূক্ষ্ম পৰ্যবেক্ষণৰ ভিত্তিত কোৱা হৈছে যে ভাবিলে বিস্ময় মানিব লাগে। বাস্তৱিকতে নাট্যকলাৰ বিষয়ে ইমান বিস্তৃত এখন গ্ৰন্থ সংস্কৃত সাহিত্যৰ বাহিৰে পৃথিবীৰ আন কোনো সাহিত্যতে পাবলৈ নাই। এই গ্ৰন্থৰ বিভিন্ন অধ্যায়ৰ এটা সাৰাংশ ডাঙি ধৰিলেই এই বিষয়ে এটা ধাৰণা মনলৈ আহিব পাৰে।

পূৰ্বতে কৈ অহা হৈছে যে, নাট্যশাস্ত্ৰৰ অধ্যায় ৩৬টা। কিন্তু কোনো কোনো সংস্কৰণত ৩৭টা অধ্যায়ো পোৱা যায় আৰু কোনো হাতে লিখা পুথিত ৩৮টা পৰ্যন্ত অধ্যায় দিয়া আছে। বিভিন্ন সংস্কৰণৰ বিভিন্ন অধ্যায়ৰ শ্লোকৰ সংখ্যাৰ ক্ষেত্ৰতো হেৰফেৰ আছে। একোটা নিৰ্দিষ্ট অধ্যায়ৰ শ্লোকবিলাকৰ ক্ৰমটোও সংস্কৰণ ভেদে বেলেগ বেলেগ হোৱা দেখা যায়। তথাপি ৩৬টা অধ্যায়ত সম্পূৰ্ণ চৌখম্বা সংস্কৰণ নামেৰে জনাজাত সংস্কৰণটোৰ আৰ্হিতে এটা সাৰাংশ ডাঙি ধৰা হ'ল –

অধ্যায় ১ঃ আত্ৰেয় প্ৰভৃতি মুণি সকলে ভৰত মুণিক পাঁচটা প্ৰশ্ন সুধিলে – ১। নাট্যবেদৰ উৎপত্তি কেনে দৰে হ'ল ? ২। কাৰ কাৰণে নাট্যবেদৰ উৎপত্তি হ'ল ? ৩। এই নাট্য বেদৰ অঙ্গ (অৰ্থাৎ প্ৰতিপাদ্য বিষয়) কেইটা ? ৪। নাট্যবেদক জানিবৰ বাবে প্ৰমাণ কি কি ? আৰু ৫। নাট্যবেদৰ প্ৰয়োগ কিভাৱে কৰা হয় ? (অভিনৱগুপ্তৰ মতে ভৰতে এই প্ৰশ্ন কেইটাৰ উত্তৰ একাদিক্ৰমে দি যোৱা নাই। কিন্তু সমগ্ৰ গ্ৰন্থখনৰ বিভিন্ন ঠাইৰ সুবিধা বুজি প্ৰসঙ্গক্ৰমে উত্তৰবিলাক আগা-পিছাকৈ দি গৈছে। তুঃ "নাত্ৰ ক্ৰমঃ কশ্চিৎ। অপি তু যথাৱসৰং মহাৱাক্যাত্মনা ষট্সহস্ৰীৰূপেণ প্ৰধানতয়া প্ৰশ্ন পঞ্চকনিৰূপণপৰেণ শাস্ত্ৰেণ তত্ত্বং নিৰ্ণীয়তে। ন তু ক্ৰমঃ কশ্চিৎ।" ইয়াত মহাৱাক্যাত্মনা মানে এখন গ্ৰন্থৰ আকাৰেৰে।) এই পাঁচটা প্ৰশ্নৰ উত্তৰ দিবলৈ গৈয়ে, সমগ্ৰ নাট্যশাস্ত্ৰখন ৰচিত হৈছে। এই অনুক্ৰমে ভৰতে ক'লে যে ঃ এসময়ত ইন্দ্ৰ প্ৰমুখ্যে দেৱতা সকলে ব্ৰহ্মাক জনালে যে, তেওঁলোকে চকুৰে দেখিব পৰা বা কাণেৰে শুনিব পৰা কিবা এটা ধেমালিৰ বস্তু বিচাৰে। তদুপৰি শূদ্ৰসকলেও সমানে ভাগ ল'ব পৰাকৈ সকলো বৰ্ণৰ বাবে এখন পঞ্চম বেদ সৃষ্টি কৰিব লাগে। দেৱতা সকলৰ এই অভিলাষ পূৰণৰ বাবেই ব্ৰহ্মাই ভৰতক পঞ্চম বেদ ৰূপে নাট্যবেদ সৃষ্টি কৰিবলৈ নিৰ্দেশ দিলে। ভৰতেও নাট্যবেদ সৃষ্টি কৰি তেওঁৰ এশ পুত্ৰক (সম্ভৱতঃ এশ শিষ্যক) সেই নাট্যবেদৰ শিক্ষা দিলে।

অধ্যায় ২ ঃ নাট্যমণ্ডপ আৰু প্ৰেক্ষাগৃহ সম্বন্ধিতে এটা নাটঘৰ কি ভাবে নিৰ্মাণ কৰিব লাগে, কিভাৱে স্তম্ভ নিৰ্মাণ কৰিব লাগে, নাট ঘৰটো দুটা ভাগত বিভক্ত

হ'ব লাগে আৰু এটা পৰ্বতৰ গুহাৰ দৰে হ'ব লাগে, নাট্যঘৰৰ বেৰত বিভিন্ন মাঙ্গলিক বস্তুৰ ছবি থাকিব লাগে, দৰ্শকৰ আসন ইটা নাইবা কাঠেৰে নিৰ্মাণ কৰিব লাগে – এনে বিলাক কথা এই অধ্যায়ত আছে। মন কৰিবলগীয়া এই যে, নাট্যঘৰটো কেনে ধৰণৰ হ'লে দৰ্শকে শব্দ শুনাত অসুবিধা নহ'ব, দৰ্শকৰ আসন গেলাৰীৰ দৰে ক্ৰমান্বয়ে ওখ-চাপৰ হ'লেহে যে অভিনয় দেখাত অসুবিধা নহ'ব – এনে বিলাক কথাও ভৰতে সুন্দৰভাৱে কৈ গৈছে।

অধ্যায় ৩ ঃ নাটখন নিৰ্বিঘ্নে সুন্দৰভাৱে উপস্থাপিত কৰিব পৰাকৈ আশীৰ্বাদ লাভ কৰিবৰ বাবে মহাদেৱ, ব্ৰহ্মা, বিষ্ণু আদি দেৱতা সকলৰ পূজাৰ নিৰ্দেশ এই অধ্যায়ত আছে।

অধ্যায় ৪ ঃ দেৱতাসকলৰ আগত অমৃতমন্থন নাটকৰ আৰু মহাদেৱৰ আগত ত্ৰিপুৰদাহ নাটকৰ অভিনয় কৰাৰ বিৱৰণ, বিভিন্ন অঙ্গহাৰ (বা শৰীৰৰ অঙ্গ সমূহৰ পৰিচালনা), ১০৮ বিধ কৰণ (বা শৰীৰৰ ভঙ্গী), বিভিন্ন ৰেচক (বা ইংগিতময় অঙ্গী ভঙ্গী), তাণ্ডৱ নৃত্যৰ উৎপত্তি আৰু কৌশল আদিৰ কথা এই অধ্যায়ত আছে। এই প্ৰসঙ্গতে মুনিয়ে কৈছে যে, নৃত্তৰ স্বতন্ত্ৰভাৱে অভিনয়ত কোনো বিশেষ ভূমিকা নাই। ই কেৱল অভিনয়ৰ মাজত গোৱা গান বিলাকলৈ সৌন্দৰ্য বহন কৰি আনে। (এই কথা মন কৰিবলগীয়া যে, কেৱল তাল আৰু লয় ৰাখি অঙ্গ সঞ্চালন কৰাক নৃত্ত বোলা হয় আৰু যেতিয়া অঙ্গ সঞ্চালনৰ মাধ্যমেৰে মনৰ ভাৱো প্ৰকাশ কৰা হয় তেতিয়া তাক নৃত্য বোলা হয়। দক্ষিণ ভাৰতৰ চিদম্বৰমৰ নটৰাজ মন্দিৰৰ পূব আৰু পশ্চিম গোপুৰত ১০৮ টা কৰণৰ চিত্ৰ ভাগে ভাগে শিলত কাটি থোৱা আছে আৰু প্ৰতিটো চিত্ৰৰ তলে তলে সেই সেই কৰণৰ বিৱৰণ থকা নাট্য শাস্ত্ৰৰ শ্লোকটোও দিয়া আছে।

নাট্য শাস্ত্ৰৰ উক্ত বৰোদা সংস্কৰণৰ লগত এই ১০৮টা কৰণৰ ছবি চিদম্বৰমত দিয়াৰ দৰে দিয়া আছে।

অধ্যায় ৫ ঃ পূৰ্বৰঙ্গ, নান্দী, ধ্ৰুবা গীত আৰু প্ৰস্তাৱনাৰ বিষয়ে সবিশেষ।

অধ্যায় ৬ ঃ মুনি সকলে আকৌ ৫টা প্ৰশ্ন কৰিলে – ৰসক কিয় ৰস বোলে ? ভাৱক কিয় ভাৱ বোলে ? সংগ্ৰহ কাক বোলে ? কাৰিকা কাক বোলে আৰু নিৰুক্ত কাক বোলে ? এই বিলাক প্ৰশ্নৰ উত্তৰ এই অধ্যায়ত আছে। এই প্ৰসঙ্গতে কলে যে, সূত্ৰ আৰু ভাষ্যৰ সহায়েৰে যিবিলাক কথা বিস্তৃতভাৱে কোৱা হয় সেইবিলাকক সংক্ষেপে ক'লে তাকে সংগ্ৰহ বোলে। আকৌ ক'লে যে, "ৰসসমূহ, ভাৱসমূহ, অভিনয় সমূহ, ধৰ্মী, বৃত্তি, প্ৰবৃত্তি, সিদ্ধি, স্বৰ সমূহ, আতোদ্য, গান আৰু ৰঙ্গ – সংক্ষেপে কবলৈ গ'লে এই কেইটাৰ বিষয়েই বিস্তৃতভাৱে কোৱা হৈছে।" (না. শা. ৬.১০)। কাৰিকা আৰু নিৰুক্ত কাক বোলে বুজাই কোৱাৰ পিছত ৮ বিধ ৰস, ৮ বিধ স্থায়ী ভাৱ, নিৰ্বেদ- গ্লানি – শংকা আদি ৩৩ বিধ ব্যভিচাৰী ভাৱ, স্তম্ভ-স্বেদ-প্ৰভৃতি ৮ বিধ সাত্বিক ভাৱৰ উল্লেখ কৰাৰ পিছত আঙ্গিক-বাচিক, আহাৰ্য আৰু সাত্বিক এই চাৰি বিধ অভিনয়, লোকধৰ্মী আৰু নাট্য ধৰ্মী ভেদে দুবিধ ধৰ্মী, ভাৰতী-সাত্বতী-কৈশিকী আৰু আৰভটী – এই চাৰিবিধ বৃত্তি, আৱন্তী দাক্ষিণাত্যা-উড্ৰমাগধী আৰু পাঞ্চালমধ্যমা – এই চাৰিবিধ প্ৰবৃত্তি,

দৈৱী আৰু মানুষী এই দুবিধ সিদ্ধি, ষড়জ, ঋষভ আদি সপ্তস্বৰ, তত, অৱনদ্ধ, ঘন আৰু সুষিৰ – এই চাৰি বিধ বাদ্য যন্ত্ৰ (আতোদ্য), ধ্ৰুবাকে অন্তৰ্ভুক্ত কৰি পাঁচ বিধ গান, চতুৰস্ৰ, ৱিকৃষ্ট আৰু ত্ৰ্যস্ৰ নামৰ তিনিবিধ ৰঙ্গমঞ্চৰ উল্লেখ কৰাৰ উপৰিও এই অধ্যায়ত ৰসৰ অনুভূতি কি ভাৱে হয় সেই বিষয়ে আৰু শৃংগাৰ আদি ৮ বিধ ৰসৰ স্বৰূপ সম্বন্ধে বিবৰি কোৱা হৈছে।

অধ্যায় ৭ : এই অধ্যায়ত ভাব কাক বোলে তাক ব্যাখ্যা কৰাৰ উপৰিও স্থায়ী ভাৱ, আলম্বন আৰু উদ্দীপন, বিভাৱ অনুভাব আৰু ব্যভিচাৰী ভাব সমূহৰ প্ৰতিটোৰে স্বৰূপ কেনে, কেনে পৰিস্থিতিত সেই সেই ভাৱসমূহ জাগি উঠে আৰু কিভাৱে সেইবিলাকৰ অভিনয় কৰিব লাগে সেই বিষয়ে বিবৰি কৈছে।

অধ্যায় ৮ : ষষ্ঠ আৰু সপ্তম অধ্যায়ত সাত্ত্বিক অভিনয়ৰ বিষয়ে কোৱা হৈছে। অষ্টমৰ পৰা ত্ৰয়োদশলৈকে ছটা অধ্যায়ত আঙ্গিক অভিনয়ৰ কথা কোৱা হৈছে। এনে আঙ্গিক অভিনয়ৰ বিবৰণৰ পৰাই ভৰতৰ সূক্ষ্ম পৰ্যবেক্ষণ শক্তিৰ এটা সুন্দৰ পৰিচয় পোৱা যায় আৰু নতুন অভিনেতাসকলৰ অভিনয় কলা শিক্ষাৰ বাবে নাট্যশাস্ত্ৰখন যে কেনে উপযোগী গ্ৰন্থ তাক বুজিব পাৰি। উদাহৰণ স্বৰূপে আঙ্গিক অভিনয় ৰূপে অভিনেতা এজনে নিজৰ মূৰটো কিমান বিভিন্ন ধৰণে লৰচৰ কৰিব আৰু কি কি পৰিস্থিতিত মূৰটোৰ সঞ্চালন কি ভাবে হ'ব তাৰ এটা বিবৰণ দিছে। মূৰৰ আঙ্গিক অভিনয় ১৩ বিধ। সেই বিলাকৰ নাম আকম্পিত, কম্পিত, ধুত, ৱিধুত আদি। মূৰটো লাহে লাহে ওপৰৰ পৰা তললৈ আৰু তলৰ পৰা ওপৰলৈ দুপিয়ালে তাক আকম্পিত বোলা হয়। লগতে এই কথাও কোৱা আছে যে ইঙ্গিত দিয়া, উপদেশ দিয়া, সম্বোধন, স্বাভাৱিক কথোপকথন, নিৰ্দেশ দিয়া আৰু আহ্বান কৰাৰ অভিনয়ত আকম্পিত নামৰ আঙ্গিক অভিনয় কৰিব লাগে। আকৌ, অধৰ বা তল ওঁঠৰ অভিনয় ৬ বিধ। তাৰে এবিধ হ'ল কম্পন অৰ্থাৎ ওঁঠৰ কঁপনি। কষ্ট পোৱা, জাৰ লগা, জ্বৰ উঠা খং উঠা আৰু জপ কৰাৰ অভিনয়ত ওঁঠ কঁপাব লাগে। – নিতান্ত সূক্ষ্ম পৰ্যবেক্ষণৰ আধাৰত হে এনে বিলাক নিৰ্দেশ দিব পাৰি।

অধ্যায় ৯ : এই অধ্যায়ত খাইকৈ হাতৰ মুদ্ৰা অৰ্থাৎ হাতৰ আঙ্গিক অভিনয়ৰ কথা কোৱা হৈছে। এই প্ৰসঙ্গত সংযুক্ত হৈ নথকা হাতৰ 'পতাক' 'ত্ৰিপতাক' আদি ২৪টা মুদ্ৰা, সংযুক্ত হৈ থকা হাতৰ অঞ্জলি, স্বস্তিক আদি ১৩ মুদ্ৰা আৰু ২৭টা নৃত্তহস্ত মুদ্ৰাৰ কথা কোৱা হৈছে আৰু সেই মুঠ ৬৪টা মুদ্ৰাৰ প্ৰয়োগ কেতিয়া কেতিয়া হয় তাক কোৱা হৈছে। এই বিলাকৰ প্ৰয়োগ কৰা হয় ৰস, ভাব আৰু অভিনয়ৰ প্ৰয়োজনলৈ লক্ষ্য ৰাখি আৰু স্থান আৰু কালৰ লগত সঙ্গতি ৰাখি।

অধ্যায় ১০ : এই অধ্যায়ত বুকু, কাষ, কঁকাল আৰু শৰীৰৰ অন্যান্য অঙ্গৰ অভিনয়ৰ কথা কোৱা হৈছে।

অধ্যায় ১১ : চাৰি, খণ্ড, কৰণ আৰু মণ্ডল কাক বোলে কোৱা হৈছে। এটা ভৰিৰে গতি কৰিলে তাক চাৰি বোলে আৰু দুটা ভৰিৰে গতি কৰিলে কৰণ বোলে। ১৬ বিধ ভৌম্য অৰ্থাৎ মাটিৰ ওপৰতে কৰা চাৰি, ১৬ বিধ আকাশত কৰা চাৰিৰ বিষয়ে কোৱা হৈছে। ধনুশড় লৈ কৰা যুদ্ধৰ অভিনয় কি ভাৱে কৰিব আৰু কোন চৰিত্ৰই খৰকৈ গতি নকৰিব বা পৰিভ্ৰমৰ অভিনয় নকৰিব তাৰ বিষয়ে

কোৱা হৈছে।

অধ্যায় ১৩ : স্থান ভেদে, ৰস ভেদে চৰিত্ৰ ভেদে বিভিন্ন বাদ্য যন্ত্ৰৰ লগত সঙ্গতি ৰাখি মঞ্চত প্ৰৱেশ কৰাৰ ভঙ্গী কেনে হ'ব লাগে ; দেৱতা, ৰজা, মধ্যম পৰ্যায়ৰ ব্যক্তি মহিলা, নিম্ন পৰ্যায়ৰ ব্যক্তি আদিয়ে মঞ্চত কি ভাৱে খোজ দিব ; ৰৌদ্ৰ, বীভৎস, বীৰ আদি ৰসৰ বেলিকা খোজ কেনে হ'ব ; আঘাত পোৱা, জ্বৰত কষ্ট পোৱা, সন্নাসী, মাতাল, উন্মাদ আদিৰ দেহৰ গতি কেনে হ'ব – এনে ধৰণৰ কথাৰ বিবৰণ আছে।

অধ্যায় ১৪ : নাট্যমঞ্চত ৰঙ্গশীৰ্ষ অৰ্থাৎ দোহাৰ বা বাদ্যযন্ত্ৰসমূহ ৰাখিবৰ বাবে কোন ফালে কিমান ঠাই এৰিব লাগিব ; বাসগৃহ, উদ্যান, অৰণ্য, মাটি, পানী আদি মঞ্চত কিভাবে দেখুৱাব ; একোটা অঙ্কত কিমান দীঘলীয়া সময়ৰ ঘটনা দেখুৱাব ; দেশ, বেশ-ভূষা, ভাষা, আচাৰ-ব্যৱহাৰ আদিৰ ভেদ অনুসাৰে আৱন্তী আদি (ষষ্ঠ অধ্যায়ত উল্লেখ কৰা) প্ৰবৃত্তি সমূহৰ ৰূপায়ণ ; প্ৰবৃত্তিৰ লগত বৃত্তি সমূহৰ সম্পৰ্ক ; সুকুমাৰ আৰু আবিদ্ধ নামৰ দুবিধ নাট্য প্ৰয়োগৰ সবিশেষ আৰু নাট্যধৰ্মী আৰু লোকধৰ্মী ভেদে দুবিধ অভিনয়ৰ সবিশেষ এই অধ্যায়ত কোৱা হৈছে।

অধ্যায় ১৫ : এই অধ্যায়ৰ পৰা বাচিক অভিনয় অৰ্থাৎ মুখৰ কথাৰে কৰা অভিনয়ৰ কথা কোৱা হৈছে। বাচিক অভিনয় স্বৰ আৰু ব্যঞ্জন বৰ্ণৰ উচ্চাৰণৰ ওপৰত নিৰ্ভৰ কৰে। এই অধ্যায়ত স্বৰ, ব্যঞ্জন, বিশেষ্য পদ, ক্ৰিয়া পদ, উপসৰ্গ, ক্ৰিয়া বিশেষণ, সমাস আদিৰ বিষয়ে ; সংস্কৃত বা প্ৰাকৃত ভাষাৰ আবৃত্তি ; আৰু বিভিন্ন ছন্দৰ বিষয়ে কোৱা হৈছে।

অধ্যায় ১৬ : এই অধ্যায়তো সমবৃত্ত (সম-ছন্দ), বিষমবৃত্ত আৰু আৰ্য্যা ছন্দৰ বিষয়ে কোৱা হৈছে।

অধ্যায় ১৭ : ৩৬ প্ৰকাৰ কাব্যৰ 'লক্ষণ'ৰ বিষয়ে কোৱা হৈছে। (পৰবৰ্তী কালত অলংকাৰ শাস্ত্ৰত এই লক্ষণ সমূহৰ ওপৰত গুৰুত্ব দিয়া নাই)। এই অধ্যায়তে উপমা ৰূপক, দীপক আৰু যমক অলংকাৰ আৰু কাব্যৰ দহ প্ৰকাৰ দোষ আৰু শ্লেষ, প্ৰসাদ, সমতা আদি কাব্যৰ ১০ প্ৰকাৰ গুণৰ বিষয়েও কোৱা আছে। অলংকাৰ, দোষ আৰু গুণৰ বিষয়ে ভৰতে কোৱা কথা খিনি পৰবৰ্তী অলংকাৰ সাহিত্যতো থাকি গ'ল। ৰস, অলংকাৰ, গুণ, দোষৰ আলোচনা থকা বাবে নাট্যশাস্ত্ৰখন অলংকাৰ শাস্ত্ৰৰ ক্ষেত্ৰতো এতিয়া পাব পৰা প্ৰথম গ্ৰন্থ।

অধ্যায় ১৮ : প্ৰাকৃতৰ আবৃত্তি কেনে হ'ব লাগে ; নাটকৰ কোন কোন চৰিত্ৰই সংস্কৃত আৰু প্ৰাকৃতৰ মাগধী, অৱন্তিজা, প্ৰাচ্যা, অৰ্ধমাগধী, বাহ্লীকা আৰু দক্ষিণাত্যৰ ভিতৰত কি ভাষাৰ প্ৰয়োগ কৰিব লাগে এনে বিলাক কথাৰ নিৰ্দেশ এই অধ্যায়ত আছে। শবৰ, আভীৰ, চাণ্ডাল, শাকাৰ, দ্ৰাবিড় ওড্ৰ (উৰিষ্যাৰ নিবাসী) আদিৰ ভাষাক বিভাষা বোলা হয়।

অধ্যায় ১৯ : সমাজৰ বিভিন্ন স্তৰৰ ব্যক্তিক কিভাৱে সম্বোধন কৰিব, যেনে ব্ৰাহ্মণক 'আৰ্য' বুলি সম্বোধন কৰিব। ৰজাক 'মহাৰাজ' বুলি সম্বোধন কৰিব – এনেবিলাক কথাৰ আলোচনা এই অধ্যায়ত আছে। ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য বৰ্ণৰ

মানুহৰ নামৰ শেষত ক্রমে শর্মা, বর্মা আৰু দত্ত পদ থাকিব লাগে; গণিকাৰ নামদত্তা, মিত্রা বা সেনা পদৰে শেষ হ'ব লাগে; (যেনে বসন্ত সেনা) আদি কথাও আছে। পাঠ্যৰ গুণ, ষড়জ, ঋষভ আদি সপ্ত স্বৰ; হৃদয় কণ্ঠ আৰু শীর্ষ এই তিনি নাদৰ স্থান; উদাত্ত অনুদাত্ত, স্বৰিত আৰু কম্পিত – এই চাৰি বিধ স্বৰ; দুবিধ কাক (অর্থাৎ শোক, ভয় আদিৰ ফলত হোৱা স্বৰৰ বিকৃতি), আৰু উচ্চ, দীপ্ত, মন্দ্র, নীচ, দ্রুত আৰু বিলম্বিত– এই কেইটা স্বৰৰ অলংকাৰৰ কথাও এই অধ্যায়ত কোৱা হৈছে।

অধ্যায় ২০ : নাটক, প্রকৰণ আদি দহ বিধ ৰূপকৰ সবিশেষ। কি কি কথা মঞ্চত দেখুৱাব নাপায় (যেনে, অভিশাপ। সেই বাবেই শকুন্তলা নাটকত মঞ্চলৈ ওলাই নাহি নেপথ্যৰ পৰাই দুর্বাসাই শাপ দিছে।), প্রবেশক আৰু বিষ্কম্ভক আৰু প্রকৰণ শ্রেণীৰ ৰূপকৰ সবিশেষ এই অধ্যায়ত আছে। অধ্যায় ২১ : নাটকৰ কথা বস্তুৰ দুটা ভাগ – আধিকাৰিক (মাই কাহিনী) আৰু প্রাসঙ্গিক (আনুষঙ্গিক কাহিনী), মুখ, প্রতিমুখ আদি পঞ্চ সন্ধি; প্রাৰম্ভ, প্রযত্ন আদি পঞ্চ অৱস্থা; বীজ, বিন্দু আদি পাঁচটা অর্থপ্রকৃতি, সন্ধ্যান্তৰ; পঞ্চ সন্ধিৰ মুঠ ৬৪ টা অঙ্গ; বিষ্কম্ভক, চুলিকা, প্রবেশক আদি অর্থোপক্ষেপক (অর্থাৎ মঞ্চত নেদেখুৱা হৈ যোৱা ঘটনাৰ ইঙ্গিত) আদিৰ সবিশেষ এই অধ্যায়ত আছে।

অধ্যায় ২২ : ভাৰতী, সাত্বতী আদি চাৰিবিধ বৃত্তিৰ সবিশেষ।

অধ্যায় ২৩ : শোক, ভয় আদি ভাব (অনুভূতি), আঙ্গিক অভিনয় আৰু বাচিক অভিনয়খিনি অভিনেতা বা নাটকীয় চৰিত্রৰ গাতে লাগি থকা বস্তু। কিন্তু অভিনেতাই পিন্ধা সাজ-পোছাক, মুকুট আদি, হাতত লোৱা অস্ত্র আদি বাহিৰৰ পৰা আহৰণ কৰি লোৱা বস্তু। সাজ-পোছাক, অস্ত্র-শস্ত্র আদিৰ সহায়েৰে যি অভিনয় হয় সেয়ে আহার্য অভিনয় (অর্থাৎ আহৰণ কৰি লোৱা বস্তুৰ সহায়ত হোৱা অভিনয়)। এই অধ্যায়ত আহার্য অভিনয়ৰ বিষয়ে কোৱা হৈছে। আহার্য অভিনয় নেপথ্যৰ ওপৰত নির্ভৰ কৰে। নেপথ্য চাৰি বিধ – পুস্ত, অলংকাৰ, অঙ্গৰচনা আৰু সঞ্জীব। কাপোৰ, জন্তুৰ চাল আদিৰে নির্মাণ কৰা পর্বত, ৰথ আদি বস্তু বিলাকক পুস্ত বোলে। মালা, গলপতা আদি অলংকাৰ, সাজ-পোছাক, তিলক কাজল, দাঁত আৰু ওঁঠত সনা ৰং আদি অলংকাৰৰ ভিতৰত পৰে। ৰজা, ধনী মানুহ কিৰাত আদি গিৰিজন আদিৰ ৰূপ ফুটাই তুলিবৰ বাবে গাত ঘহা ৰং, দাড়ি, গোঁফ আদি অঙ্গ ৰচনাৰ ভিতৰত পৰে। চাৰি ঠেঙীয়া জন্তু, চৰাই, সাপ আদি মঞ্চত দেখুৱাবলৈ যি কৌশল প্রয়োগ কৰা হয় সেইবিলাক আৰু কৃত্রিম অস্ত্র-শস্ত্র আদি সঞ্জীবৰ ভিতৰত পৰে।

অধ্যায় ২৪ : এই অধ্যায়ত সামান্য অভিনয় অর্থাৎ যিবিলাক অভিনয়ৰ কথা ইতিপূর্বে কোৱা হোৱা নাই সেইবিলাকৰ বিষয়ে কৈছে। এই সন্দর্ভত সাত্বিক ভাবসমূহৰ বহিঃপ্রকাশ কি ভাবে হ'ব লাগে তাৰ কথা কৈছে। মহিলাৰ তিনি প্রকাৰ অলংকাৰ অর্থাৎ ভাৱ, হাৱ আৰু হেলা – এই তিনিবিধ অঙ্গজ অলংকাৰ; লীলা, বিলাস আদি দহ বিধ স্বভাৱজ অলংকাৰ আৰু শোভা, কান্তি, দীপ্তি; মাধুর্য, ধৈর্য, প্রাগল্ভ্য আৰু ঔদার্য – এই সাত বিধ অযত্নজ অলংকাৰৰ কথা কোৱা হৈছে। শোভা আদিৰ প্রকাশৰ মাজেদি পুৰুষৰ সাত্বিক ভাবৰ প্রকাশ কি দৰে হয় বেলেগে কোৱা হৈছে। ৰস আৰু ভাবৰ লগত সঙ্গতি ৰাখি আঙ্গিক

অভিনয় কিদৰে কৰিব লাগে, বাক্যাভিনয় কিদৰে কৰিব লাগে, অৰ্থাৎ আলাপ, প্ৰলাপ, বিলাপ আদিৰ আকাৰত বচন সমূহ কেনে বিভিন্ন ধৰণে মাতিব লাগে; তাৰ বা বেয়া কিবা এটা শুনা, দেখা, স্পৰ্শ কৰা বা কিভাবে জুতি লৈছোঁ অভিনয় কিদৰে কৰিব লাগে আদি বুজাই দিয়া হৈছে। বিভিন্ন প্ৰকাৰৰ গ্ৰীৱ কৰ্মনাও কোম শাস্ত্ৰৰ লগত মিলাকৈ) দিয়া হৈছে। অভিলাষ, চিন্তা, স্মৃতি, গুণকীৰ্তন, উদ্বেগ, বিলাপ, উন্মাদ, ব্যাধি, জড়তা আৰু মৰণ – এই দহটা কাম দশাৰ অভিনয় কেনেদৰে কৰিব লাগে তাৰ উপদেশ দিছে। (উল্লেখযোগ্য যে এই কামদশা আদিৰ বিষয়ে পৰবৰ্তী অলংকাৰ শাস্ত্ৰতো কোৱা আছে, কিন্তু সকলোৰে মূলতে হ'ল নাট্যশাস্ত্ৰ।) দূতীৰ ভূমিকা, বাসকসজ্জৰ, স্বাধীনতাভিকা, অভিসাৰিকা আদি ৮ বিধ নায়িকাৰ বিষয়ে সবিশেষ; অনুৰাগ, ক্ৰোধ বা ঈৰ্ষা লৈ থকা পুৰুষক অনুৰাগিনী মহিলাই কিদৰে সম্বোধন কৰিব তাক কোৱা হৈছে। এই অধ্যায়ত এটা যথ গুৰুত্বপূৰ্ণ কথা এই বুলি কোৱা আছে যে যিহেতু একেখন নাটকক পিতা, পুত্ৰ, বোৱাৰী আৰু শাহু আদিয়ে একেলগে চাব সেইবাবে কোনো নাটকৰ অভিনয়তে চুম্বন, আলিঙ্গন আদিৰ দৰে গোপনীয় কথাবিলাক দেখুৱাব নালাগে। তুঃ "— চুম্বনালিঙ্গনং চৈৱ তথা গুহ্যং চ যদ্ ভাৱেৱেৎ। — পিতৃপুত্ৰস্নুষশ্বশ্ৰূদৃশ্যং যস্মাত্তু নাটকম্। তস্মাদেতানি সৰ্বানি ৱৰ্জনীয়ানি যত্নতঃ। (কাশী চৌখম্বা সংস্কৰণ অধ্যায় ২৪, বৰোদা সংস্কৰণ অধ্যায় ২২) "–এনেবিলাক কথাৰ পৰা ধাৰণা হয় যে ভৰতেও যেন এটা "চেন্‌চৰ্‌চিপ"ৰ ব্যৱস্থাহে কৰি গৈছিল। তদুপৰি এই কথাও বুজিব পাৰি যে প্ৰাচীন কালতো ঘৰখনৰ শাহু-বোৱাৰী আদি মহিলা সকলৰো সমজুৱা ঠাইলৈ গৈ অভিনয় আদি চোৱাৰ বাবে অবাধ স্বাধীনতা আছিল।

অধ্যায় ২৫ : সকলো কলাত নিপুণ আৰু মহিলা আৰু বিশেষকৈ বেশ্যাৰ মন জয় কৰিব পৰা পুৰুষক বোলা হয় বৈশিক। তেনে বৈশিকৰ স্বভাৱৰ আৰু আহাৰ্য এই দুয়ো বিষয়ে মুঠতে ৩৩ গুণৰ কথা; বৈশিকৰ সখা আৰু দূতীৰ কথা; পুৰুষৰ প্ৰতি অনুৰক্তা অথবা ঘৃণাপৰায়ণা মহিলাৰ লক্ষণ; নাৰীৰ যৌৱনৰ চাৰিটা অৱস্থা; পাঁচ প্ৰকাৰ প্ৰেমাসক্ত পুৰুষ; আৰু সাম, দান, ভেদ, দণ্ড আৰু উপেক্ষা – নাৰীৰ মন জয় কৰিবৰ বাবে প্ৰয়োগ কৰিব পৰা এই ৫ প্ৰকাৰ 'উপায়'ৰ কথা এই অধ্যায়ত কোৱা হৈছে। এইবিলাক কথাও আংশিক ভাবে কাম শাস্ত্ৰৰ লগত মিলে। বিশেষকৈ "উপায়"কেইটাৰ ধাৰণা অৰ্থশাস্ত্ৰৰ বৈদেশিক নীতিৰ ক্ষেত্ৰত প্ৰযোজ্য 'উপায়' কেইটাৰ লগত মিলে।)

অধ্যায় ২৬ : এই অধ্যায়ত চিত্ৰাভিনয়, অৰ্থাৎ আঙ্গিক অভিনয়ৰ বিষয়েই ক'বলগীয়া আৰু কিছুমান কথা কোৱা হৈছে। এই সম্পৰ্কতে অভিনয়ৰ বেলিকা আকাশ, ৰাতি, সন্ধ্যা, অন্ধকাৰ আদিৰ ধাৰণা কিভাৱে আনি দিব পাৰি; আনন্দ, খং, শাৰীৰিক কষ্ট, শোক আদিৰ অভিনয় কিবাবে কৰিব পাৰি; আকাশবচন, স্বগতোক্তি, অপৱাৰিত, জনান্তিক আদি 'ষ্টেজ্ ডাইৰেক্‌চন্' বিলাকৰ অৰ্থ কি ? বুঢ়া মানুহ আৰু শিশুবিলাকে কিদৰে বচন মাতিব লাগে; মানুহ এজনৰ যে মৃত্যু আসন্ন-প্ৰায় সেই কথা কেনেকৈ ফুটাই তুলিব পাৰি – এনেবিলাক কথা এই অধ্যায়ত কোৱা হৈছে। অৱশেষত এটা মন্তব্য দিছে এই বুলি যে যিবিলাক পৰিস্থিতিৰ বা অঙ্গভঙ্গীৰ অভিনয়ৰ বিষয়ে ক'বলৈ বৈ গৈছে সেইবিলাক 'লোক'ৰ পৰা অৰ্থাৎ সমাজৰ মানুহবিলাকৰ স্বাভাবিক ব্যৱহাৰৰ পৰ্যবেক্ষণ কৰি তাৰ পৰা

শিকি ল'ব লাগে। 'লোক' অৰ্থাৎ জনসাধাৰণৰ চাল-চলন, বেশ আৰু আধ্যাত্ম শাস্ত্ৰ অৰ্থাৎ বেদান্ত আদি দৰ্শনেই হ'ল নজনা কথা জানিবৰ বাবে 'প্ৰমাণ'। ঘাইকৈ নাটকৰ অভিনয়ৰ বিষয়ত 'লোক' বা জনসাধাৰণৰ স্বাভাৱিক চাল-চলনেই প্ৰমাণ। এই সন্দৰ্ভতে এই গুৰুত্বপূৰ্ণ কথাষাৰো কৈছে যে আনে যি কৰে তাৰ অনুকৰণ কৰাই হ'ল নাট্য। জনসাধাৰণে বিভিন্ন অৱস্থাত, বিভিন্ন পৰিস্থিতিত যেনে আচৰণ কৰে তাৰ অনুকৰণত আঙ্গিক অভিনয় কৰিলে তাকেই নাট্য বোলা হয়। তুঃ "লোক্তা যে চ ময়া তত্ৰ লোকগ্ৰাহ্যাস্তু তে বুধৈঃ" লোকো ৰেদান্তথাধ্যাত্মং প্ৰমাণং ত্ৰিবিধং স্মৃতম্। ---- তস্মান্নাট্য প্ৰয়োগে তু প্ৰমাণং ত্ৰিবিধং স্মৃতিম্। ---- তস্মান্নাট্য প্ৰয়োগে তু প্ৰমাণং লোক উচ্যতে। ---- কৃতানুকৰণং লোকে নাট্যমিত্যভিধীয়তে। লোকস্য চৰিতং যত্তু নানাৱস্থান্তৰাত্মকম্। তদঙ্গাভিনয়োপেতং নাট্যমিত্যভিসংজ্ঞিতম্॥ (না শা চৌখম্বা সংস্কৰণ, ২৬.১১১–১১৫)

অধ্যায় ২৭। এই অধ্যায়ত মানুষী আৰু দৈৱী – এই দুবিধসিদ্ধিৰ কথা কোৱা হৈছে। 'সিদ্ধি' কথাষাৰে 'নাটকখন উপস্থাপিত কৰাত অভিনেতা আৰু সংশ্লিষ্ট লোকসকল যে কৃতকাৰ্য হৈছে' সেই কথা বুজাইছে। যেতিয়া অভিনয় চোৱাৰ পিছত দৰ্শকসকলে সন্তুষ্ট হৈ কাপোৰ আদি উপহাৰ আগবঢ়ায়, মিচিকিয়াই হাঁহে বা বিদূষক আদিৰ বহুৱালি দেখি শব্দ কৰি হাঁহে, বা অভিনয়ৰ প্ৰশংসা কৰি 'সাধু সাধু' বুলি কয় বা আচৰিত ঘটনা আদি দেখি 'অহো' বুলি কয় বা করুণ দৃশ্য দেখি 'কষ্টম্' (অসমীয়াত 'হাঁয় হাঁয়' আদি) বুলি কয় – তেতিয়া বুজিব পাৰি যে নাটকখন কৃতকাৰ্য হৈছে। এয়ে হ'ল মানুষী সিদ্ধি। অভিনয় চলি থকা সময়ত যদি একো বাহিৰা হুলস্থুল নহয়, বা কোনো বাধা আহি নপৰে; যদি কোনো অমঙ্গল নঘটে; যদি দৰ্শকেৰে প্ৰেক্ষাগৃহ ভৰি থাকে, অগ্নিকাণ্ড, ধুমুহা, বনৰীয়া হাতী, সাপ আদি ওলোৱা ঘটনা নঘটে, যদি দৰ্শকে আমনি পাই একেবাৰে চাপৰি দিবলৈ নধৰে, যদি দৰ্শকে অভিনেতালৈ গোবৰ, বোকা আদি নদলিয়ায়, যদি ভাৱৰীয়াই বচন পাহৰি নাযায় বা অভিনেতাৰ মুকুট, অলংকাৰ আদি সুলকি নপৰে তেতিয়া নাটক খনে দৈৱী সিদ্ধি লাভ কৰিছে বুলি কোৱা হয়। (এনে সিদ্ধি লাভ কৰিবৰ বাবে নাটকৰ বিঘ্ন সমূহ দূৰ হ'বৰ বাবেই নাটক আৰম্ভ হোৱাৰ আগতেই পূৰ্বৰঙ্গৰ অনুষ্ঠান কৰাৰ বিধান দিয়া হৈছে।) এই প্ৰসঙ্গতে নাটকৰ বিচাৰক আৰু সমালোচক সকলৰ কি কি গুণ থাকিব লাগে সেই বিষয়ে কোৱা হৈছে।

অধ্যায় ২৮ : এই অধ্যায়ত চাৰিবিধ বাদ্যযন্ত্ৰ, ষড়জ আদি ৭ বিধ স্বৰ, বাদী, সংবাদী, অনুবাদী আৰু বিবাদী ভেদে স্বৰৰ চাৰিটা প্ৰকাৰ; স্বৰৰ গ্ৰামসমূহ আৰু মূৰ্ছনা সমূহ; ২২ প্ৰকাৰ শ্ৰুতি আৰু জাতি সমূহৰ বিষয়ে কোৱা হৈছে।

অধ্যায় ২৯ : এই অধ্যায়ত ৰস অনুসাৰে প্ৰয়োগ কৰিবলগীয়া জাতি আৰু স্বৰ সমূহৰ কথা; আৰোহী, অৱৰোহী, স্থায়ী আৰু সঞ্চাৰী – এই চাৰি বৰ্ণ; সেই বিলাকৰ ওপৰত নিৰ্ভৰশীল ৩৩ প্ৰকাৰৰ অলংকাৰ আৰু গীতিসমূহৰ বিষয়ে কোৱা হৈছে।

অধ্যায় ৩০ : বাঁহী বাদ্যৰ সবিশেষ

অধ্যায় ৩১ : তাল আৰু লয়ৰ সবিশেষ

অধ্যায় ৩২ : অভিনেতা মঞ্চলৈ প্ৰবেশ কৰোতে বা মঞ্চৰ পৰা ওলাই যাওঁতে, এটা অংক শেষ হওঁতে অভিনয় চলি থাকোতে আবহ সঙ্গীত ৰূপে, কোনো এজন অভিনেতা ঘটনাক্ৰমে পৰি গ'লে বা তেওঁ বচন পাহৰি গ'লে বা মূৰ্চ্ছা গ'লে বা তেনে আন কোনো পৰিস্থিতিৰ উদ্ভৱ হলে যি গীত গোৱা হয় তাক ধ্ৰুৱা গীত বোলে । এই অধ্যায়ত ধ্ৰুৱাৰ বিষয়েসবিশেষ কোৱা আছে । ধ্ৰুৱাৰ ভাষা সাধাৰণতে শৌৰসেনী, কিন্তু দুই এটা গীত সংস্কৃততো হ'ব পাৰে । ধ্ৰুৱাৰ গায়ক আৰু বীণা, বাঁহী আদি বজোৱা সঙ্গীতজ্ঞৰ গুণৰ কথাও ইয়াত কোৱা হৈছে । সঙ্গীত শিক্ষক আৰু সঙ্গীতৰ ছাত্ৰ-ছাত্ৰীৰ গুণৰ কথাও কোৱা আছে । প্ৰসঙ্গক্ৰমে এই মন্তব্যও কৰিছে যে স্বভাৱতে কণ্ঠ সঙ্গীতৰ বাবে মহিলা আৰু বাদ্যসঙ্গীতৰ বাবে পুৰুষ শিল্পী অধিক উপযোগী হয় ।

অধ্যায় ৩৩ : এই অধ্যায়ত আছে মৃদঙ্গ, পণৱ আৰু দৰ্দুৰ নামৰ অৱনদ্ধ শ্ৰেণীৰ বাদ্যযন্ত্ৰৰ বিষয়ে সবিশেষ; স্বাতী আৰু নাৰদে গান্ধৰ্ব আৰু বাদ্যৰ প্ৰবৰ্তন কৰাৰ কথা; কি প্ৰসঙ্গত সকলো বাদ্যযন্ত্ৰ বজাব লাগে সেই বিষয়ে উপদেশ আৰু বিভিন্ন বাদ্য যন্ত্ৰৰ অধিষ্ঠাত্ৰী দেৱতা সকলৰ কথা ।

অধ্যায় ৩৪ : এই অধ্যায়ত উত্তম, মধ্যম আৰু অধম ভেদে তিনিবিধ পুৰুষ আৰু মহিলাৰ কথা; ধীৰোদ্ধত, ধীৰ ললিত, ধীৰোদাত্ত আৰু ধীৰপ্ৰশান্ত – এই চাৰিবিধ নায়ক; মহাদেৱী, দেৱী, নৰ্তকী, পৰিচাৰিকা আদি স্ত্ৰী-চৰিত্ৰ, কঞ্চুকীয় আদি পৰিচাৰক, নৃপ, সেনাপতি, পুৰোহিত আদি পুৰুষ চৰিত্ৰৰ বিষয়ে কোৱা হৈছে ।

অধ্যায় ৩৫ : অভিনেতা আৰু নৃত্য শিল্পী, সঙ্গীত শিল্পী আদিৰ বাহিৰেও এটা নাট্যদলত আৰু বহুযৰণৰ কাৰ্যবাহী লোক থাকিব লাগে । এই অধ্যায়ত তেনে কাৰ্যবাহী লোকসকলৰ ভূমিকাৰ বিষয়ে কোৱা হৈছে । ইয়াতে মাটি, কাঠ, জতুৰ চাল আদিৰে কিদৰে বাৰণ আদি বহুত হাত থকা, বহুত মুখ থকা আদি মানুহৰ আকৃতি ফুটাই তুলিব পাৰি, সিংহ, হাতী আদিৰ ৰূপ ফুটাই তুলিব পাৰি তাৰ নিৰ্দেশ দিছে । পুৰুষে মহিলাৰ ভাও লোৱা আৰু মহিলাই পুৰুষৰ ভাও লোৱাৰ বিষয়েও কৈছে । (উল্লেখযোগ্য যে অষ্টম শতিকাত দামোদৰ গুপ্তৰ দ্বাৰা ৰচিত কুট্টনীমতত ৮৮১-৯২৮ শ্লোকত কেৱল বেশ্যা সকলে শ্ৰীহৰ্ষ ৰত্নাৱলী নাটিকৰ প্ৰথম অঙ্কটোৰ অভিনয় কৰাৰ বিষয়ে উল্লেখ আছে, য'ত নাৰীয়েই পুৰুষৰ ভাও লৈছিল) নাটক, প্ৰকৰণ, ভান, বীথী আৰু অঙ্কৰ বেলিকা যে সুকুমাৰ প্ৰয়োগ হয় আৰু ডিম প্ৰমুখ্যে বাকী ৰূপকৰ ভেশ কেইটাৰ বেলিকা যে আবিদ্ধ প্ৰয়োগ হয় সেই বিষয়ে কৈছে । সূত্ৰধাৰ আৰু পাৰিপাৰ্শ্বিক; বিট, শকাৰ, বিদূষক, চেট, নায়িকা, গণিকা, নট আদি চৰিত্ৰ আৰু মালাকাৰ, বেষকৰ, ৰজক, কাৰুক আদি কাৰিকৰ (কাৰ্যবাহী) সকলৰ কি কি যোগ্যতা থাকিব লাগে সেই বিষয়ে এই অধ্যায়ত কোৱা আছে ।

অধ্যায় ৩৬ : আত্ৰেয় প্ৰভৃতি মুনিসকলে আকৌ ভৰতক প্ৰশ্ন কৰিছে যে নাট্য লো স্বৰ্গৰপৰা মৰ্ত্যলৈ কেনেকৈ নামি আহিল । ভৰতে ক'লে – তেওঁ পুত্ৰ সকলে নাট্যৰ সিদ্ধি দেখি আপোন পাহৰা হৈ ঋষিসকলকো উপলুতা কৰি নাটক কৰিবলৈ ল'লে । তেতিয়া ঋষিসকলে তেওঁলোকক অভিশাপ দিলে । ভৰতে তেতিয়া ক'লে যে নাট্যশাস্ত্ৰ যদি আন আন ভাল ছাত্ৰকো শিকাই দিয়ে তেতিয়া ভৰতৰ পুত্ৰসকলৰ

পাপৰ প্ৰায়শ্চিত্ত হ'ব । তাৰ পিছত ইন্দ্ৰৰ পৰা স্বৰ্গ ৰাজ্য কাঢ়ি লোৱা নহুষে এই ইচ্ছা প্ৰকাশ কৰিলে যে নাট্যশাস্ত্ৰ মৰ্ত্যতো প্ৰচলিত হ'ব লাগে । সেই অনুক্ৰমে ভৰতৰ পুত্ৰ সকলে নিজ নিজ পুত্ৰ সকলক নাট্যশাস্ত্ৰৰ জ্ঞান দিলে আৰু কোহল, বাৎস্য, শাণ্ডিল্য আৰু ধূৰ্ত্তিলই পৃথিৱীত নাট্য শাস্ত্ৰৰ প্ৰচাৰ কৰিলে । নাট্যশাস্ত্ৰ এক পবিত্ৰ শাস্ত্ৰ কিয়নো গন্ধপুষ্পেৰে কৰা পূজাতকৈয়ো অভিনয়ৰ দ্বাৰাহে দেৱতাসকল অধিক পৰিমাণে সুখী হয় ।

ওপৰত দিয়া নাট্যশাস্ত্ৰৰ বিষয় বস্তুৰ সংক্ষিপ্ত বিৱৰণৰ পৰাই গ্ৰন্থখন যে কিমান জানিবলগীয়া কথাৰ আকৰ স্বৰূপ তাক বুজিব পাৰি । এনে হেন এখন গুৰুত্বপূৰ্ণ গ্ৰন্থৰ ইংৰাজী, হিন্দী, বাংলা আদি ভাষাত ইতিমধ্যে একাধিক অনুবাদ হৈ গৈছে । কিন্তু আজি ইমান দিনে ইয়াৰ কোনো অসমীয়া অনুবাদ হোৱা নাছিল বা এই শাস্ত্ৰৰ বিষয়ে অসমীয়াত কোনো আলোচনা হোৱা নাছিল । কেৱল প্ৰথমবাৰৰ বাবে ১৯৮৪ চনত প্ৰকাশিত শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামী দেৱৰ সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা নামৰ গ্ৰন্থত (৫০৯ পৃষ্ঠাৰ পৰা) বহু পৃষ্ঠা জুৰি নাট্য শাস্ত্ৰৰ বহুতো প্ৰাসঙ্গিক কথাৰ উদ্ধৃতি, অনুবাদ আৰু সাৰাংশ উপস্থাপিত কৰি সত্ৰীয়া সঙ্গীত আৰু নাট্য পৰম্পৰাৰ লগত সেইবিলাকৰ সম্পৰ্কৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰা দেখা গৈছে । সম্প্ৰতি শ্ৰীযুত নিত্যানন্দ শাস্ত্ৰীদেৱে মূল সংস্কৃত শ্লোকসমূহৰ লগে লগে আক্ষৰিক অনুবাদেৰে সৈতে নাট্যশাস্ত্ৰৰ প্ৰথম আঠোটা অধ্যায় যুগুতাই দিছে আৰু তাকে অসম নাট্য সন্মিলনে প্ৰকাশ কৰিবলৈ লোৱাটো নিতান্ত প্ৰশংসনীয় আৰু উৎসাহজনক কাম হৈছে ।

বাস্তৱিকতে নাট্যশাস্ত্ৰৰ দৰে 'টেক্নিকেল্' বিষয় এটা লৈ লিখা গ্ৰন্থ এখনৰ অনুবাদ কৰাটো বৰ সহজ কাম নহয় । তাৰ কাৰণ মূল সংস্কৃত শ্লোক বিলাকৰে নানা ধৰণৰ পাঠ ভেদ আছে আৰু সেইবাবে কোনটো যে শুদ্ধ পাঠ তাক নিৰ্ণয় কৰি ছপা সংস্কৰণ ওলাইছে সেই বিলাকৰ পাঠসমূহ বহু পৰিমাণে পৰম্পৰে নিমিলে । (২) কঠিন কথা বিলাক বুজিবৰ বাবে টীকাৰ সহায় ল'বলগীয়া হয় । কিন্তু নাট্যশাস্ত্ৰৰ বেলিকা কেৱল অভিনৱ গুপ্তৰ টীকাৰ বাহিৰে অন্য টীকা পাবলৈ নাই । অভিনৱ গুপ্তৰ টীকাৰো নানান পাঠ ভেদ আছে । বহু ঠাইত টীকা অসম্পূৰ্ণ আৰু টীকাৰ বহু অংশ হেৰাইও গৈছে । (৩) বহু ক্ষেত্ৰত সংস্কৃত গ্ৰন্থৰ অসমীয়া অনুবাদ কৰাৰ বেলিকা অগত্যা ইংৰাজী, বাংলা বা হিন্দী অনুবাদৰ সহায় লোৱাৰ প্ৰবৃত্তি জন্মে । কিন্তু নাট্য শাস্ত্ৰৰ অনুবাদৰ বেলিকা আন ভাষাৰ অনুবাদবিলাকো সাধাৰণতে নিৰ্ভৰযোগ্য নহয় । কেতিয়াবা আকৌ মূল সংস্কৃত পাঠখিনি নিদিয়াকৈ কেৱল অনুবাদ এটাহে ধাৰাবাহিকভাৱে দিয়া থাকে । তেনে অনুবাদৰ আৰ্হি লৈ সংস্কৃত মূলৰ লগত সঙ্গতি ৰাখি অনুবাদ এটা যুগুতাই উলিওৱাটো নিতান্ত টান কাম । বহুক্ষেত্ৰত বৰং বিপদজ্জনক কাম । আনে কৰি থোৱা অনুবাদ প্ৰায়ে বিভ্ৰান্তিজনক হোৱাহে দেখা যায় । তেনেস্থলত পূৰ্বতে উল্লেখ কৰা আনৰ অনুবাদৰ আৰ্হি লোৱাৰ প্ৰবৃত্তিটো অবাঞ্ছনীয় । এনে অসুবিধা সমূহ থকা সত্ত্বেও সম্প্ৰতি অনুবাদ যুগুতাই উলিওৱা হৈছে তাকে যিমান পাৰি শুদ্ধ ৰূপত আগবঢ়াবলৈ চেষ্টা কৰা হৈছে । মূল সংস্কৃত অংশৰ ক্ষেত্ৰতো আৰ্হি গ্ৰন্থ সমূহৰ পাঠৰ ভুল ছপাৰ ভুল আদি দূৰ কৰি পাৰ্যমাণে শুদ্ধ ৰূপ এটা দিবলৈ যত্ন কৰা হৈছে যাতে মূল সংস্কৃতৰ ৰূপতে উদ্ধৃতি এটা দিবলৈ হ'লেও ইয়াৰ পৰাই বিনা দ্বিধাই দিব পৰা হয় ।

অসমীয়া বা বাংলা আখৰেৰে ছপা হোৱা সংস্কৃত শ্লোক আদিত প্ৰায়েই ব আৰু ৱ-ৰ পাৰ্থক্যৰ প্ৰতি দৃষ্টি দিয়া নহয়। ৱ বিলাককো প্ৰায়ে ব বুলিয়েই ছপা কৰা হয়। তদুপৰি 'লুপ্ত অ' (ঽ) আখৰটোপ্ৰায়ে 'হ'ৰ ৰূপত ছপা হয়। বৰ্তমান গ্ৰন্থৰ সংস্কৃত অংশত যাতে এনে ক্ৰটি-বিচ্যুতিসমূহ নঘটে তালৈ দৃষ্টি ৰখা হৈছে।

এই পাতনিত উল্লেখ কৰা নাট্যশাস্ত্ৰৰ চৌখম্বা সংস্কৰণটো হ'ল বটুকনাথ শৰ্মা আৰু বলদেৱ উপাধ্যায়ৰ দ্বাৰা সম্পাদিত ১৯২৯ চনত বাৰাণসীৰ পৰা প্ৰকাশিত সংস্কৰণটো। আৰু বৰোদা সংস্কৰণটো হ'ল এম ৰামকৃষ্ণ কবিৰ দ্বাৰা সম্পাদিত, ক্ৰমে ১৯২৯, ১৯৩৪, ১৯৫৪ চনৰ ২৭ সংখ্যক অধ্যায়লৈকেতিনি খণ্ডত বৰোদাৰ পৰা প্ৰকাশিত সংস্কৰণ।

এই পাতনিখন লিখিবৰ বাবে মাইকৈ (১) নাট্যশাস্ত্ৰৰ বৰোদা সংস্কৰণৰ প্ৰথম খণ্ডৰ ১৯৫৬ চনত প্ৰকাশিত দ্বিতীয় তাঙৰণ, (২) সুশীল কুমাৰ দেৰ দ্বাৰা ৰচিত হিষ্টৰি অৱ সংস্কৃত পয়েটিকচৰ কলিকতাৰ পৰা প্ৰকাশিত ১৯৭৬ চন ছপা হৈ ওলোৱা সংস্কৰণটো আৰু (৩) মহা মহোপাধ্যায় পি ভি কানেৰ হিষ্টৰি অৱ সংস্কৃত পয়েটিকচৰ ১৯৭১ চনত প্ৰকাশিত চতুৰ্থ সংস্কৰণৰ সহায় লোৱা হৈছে।

নাট্যশাস্ত্ৰৰ অসমীয়া আখৰেৰে মূল পাঠৰ লগতে অসমীয়া অনুবাদৰ দৰে এখন গুৰুত্বপূৰ্ণ গ্ৰন্থৰ লগত জড়িত হ'বলৈ সুযোগ দিয়া বাবে শ্ৰীযুত লক্ষ্যধৰ চৌধুৰী, শ্ৰীযুত ফণী তালুকদাৰ, শ্ৰীযুত অখিল চক্ৰৱৰ্তী আৰু শ্ৰীযুত জীৱেশ্বৰ গোস্বামী প্ৰমুখ্যে সকলো সংশ্লিষ্ট সদাশয় ব্যক্তিলৈ মোৰ আন্তৰিক ধন্যবাদ জনালো। ইতি

গুৱাহাটী বিশ্ববিদ্যালয়
১৬-৩-৯১

মুকুন্দ মাধৱ শৰ্মা

# প্ৰকাশকৰ দুষাৰ

অসম নাট্য সন্মিলনে আজি কেবাবছৰৰ পৰা ভৰতৰ নাট্যশাস্ত্ৰৰ অসমীয়া অনুবাদ গ্ৰন্থ এখনি প্ৰকাশৰ বাবে প্ৰচেষ্টা চলাই আহিছে। সুখৰ কথা যে শিৱসাগৰৰ সংস্কৃতজ্ঞ পণ্ডিত শ্ৰীনিত্যানন্দ শাস্ত্ৰীদেৱে এই কাম হাতত লৈ সম্পূৰ্ণ নাট্যশাস্ত্ৰখন মূল শ্লোকসহ অনুবাদ কৰি উলিয়াইছে। আনহাতে আমি পৰম ভাগ্যবান যে বিশিষ্ট প্ৰাচ্যতত্ত্ববিদ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃতবিভাগৰ মুৰব্বী অধ্যাপক ড০ মুকুন্দমাধৱ শৰ্মাদেৱৰ দৰে সংস্কৃত আৰু অসমীয়া উভয় ভাষাৰে বিদগ্ধ পণ্ডিত এগৰাকীয়ে অতি আগ্ৰহেৰে উক্ত অনুবাদ গ্ৰন্থখনিৰ প্ৰথম খণ্ড (আঠোটা অধ্যায়) সযতনে মূলৰ লগত মিলাই আৱশ্যকীয় সংশোধন আৰু সংযোজনসহ সম্পাদনা কৰি ছপাশালত দিবলৈ যুগুতাই দিছে। লগতে ড° শৰ্মাদেৱে নাট্যশাস্ত্ৰ সম্পৰ্কে অতিশয় মূল্যবান আৰু অধ্যয়নপুষ্ট মন্তব্যসহ পাতনি এখনো লিখি দি যেন সোণতহে সুৱগা চৰাইছে। বাকী প্ৰকাশ হবলগীয়া খণ্ড কেইটাও তেখেতে একেদৰে সম্পাদনা কৰি দিবলৈ মান্তি হোৱাত আমি ড° শৰ্মাদেৱলৈ আমাৰ কৃতজ্ঞতাৰ শৰাই আগবঢ়াইছো।

ভাৰতীয় নাট্যকলাৰ তথা প্ৰাচীন সংস্কৃত নাট্যৰীতিৰ সকলো দিশ সামৰা এই অতীব মূল্যবান গ্ৰন্থখনি বহুতো ভাষালৈ অনূদিত হৈছে যদিও, আজিলৈকে অসমীয়ালৈ অনুবাদ নোহোৱাটো পৰিতাপৰ কথা। প্ৰায় দুহেজাৰ দুশ বছৰ আগৰ (খৃঃ পূঃ দ্বিতীয় শতিকা) এইখনি গ্ৰন্থত নাট্যৰীতিৰ প্ৰয়োগপদ্ধতিৰ ক্ষেত্ৰত স্থানীয় প্ৰভাৱৰ বিচাৰেৰে চাৰিটা 'প্ৰবৃত্তি' তথা বৈশিষ্ট্যপূৰ্ণ ভাগৰ কথা উল্লেখ কৰিছিল, যেনে দাক্ষিণাত্য, আৱন্তী, ওড্ৰমাগধী আৰু পাঞ্চালমধ্যমা। ইয়াৰে ওড্ৰমাগধী প্ৰবৃত্তিৰ অন্তৰ্গত ৰূপে অঙ্গ, বঙ্গ, কলিঙ্গ, ওড্ৰ, মগধ, নেপাল, বিদেহ তাম্ৰলিপ্ত আৰু প্ৰাগজ্যোতিষৰ উল্লেখ আছে। এই প্ৰাগজ্যোতিষে পিচলৈ কামৰূপ আৰু বৰ্তমানৰ অসমৰ কথাকো সূচায়। আনকি এই অঞ্চলৰ থলুৱা প্ৰাচীন লোককলা তথা নৃত্যগীত বাদ্যৰ ক্ষেত্ৰতো ভৰতৰ নাট্যশাস্ত্ৰ আৰু অন্যান্য সংস্কৃত নাট্যকলা সম্বন্ধীয় পুথিৰ প্ৰভাৱ নিৰীক্ষণ কৰিব পাৰি। অসমৰ নাট্যকলাৰ অন্যতম আদিম ভেটি সদৃশ ওজাপালিতো নাট্যশাস্ত্ৰত উল্লিখিত গন্ধৰ্ব সঙ্গীতৰ স্বৰ, তাল, পদৰ সংযোজনৰ কথা এই ক্ষেত্ৰত উনুকিয়াব পাৰি। সেয়ে তেনে এখন ঐতিহ্যপূৰ্ণ প্ৰাচীন মূল্যবান গ্ৰন্থৰ মূল সংস্কৃত শ্লোকসহ অসমীয়া অনুবাদ অসমৰ নাট্যপ্ৰেমী সকলৰ বাবে নিশ্চয় আদৰণীয় হ'ব বুলি ভাবিছো। লগত সাহিত্য-সংস্কৃতিৰ লগত জড়িত ছাত্ৰ-ছাত্ৰী সকলৰ বাবেও এয়া উপযোগী পাঠ্যৰূপে গ্ৰহণযোগ্য হব পাৰে। আমি আশা কৰিছো অসমৰ নাট্যামোদী ৰাইজ, বিশ্ববিদ্যালয়, মহাবিদ্যালয় তথা সকলো শিক্ষা-প্ৰতিষ্ঠান, নাট্যদল আৰু নাট্যবিষয়ক প্ৰশিক্ষণ কেন্দ্ৰৰ উপৰি অসম চৰকাৰৰ

শিক্ষা-বিভাগ, সাংস্কৃতিক সজানুষ্ঠানসমূহ আৰু পুথিভঁড়াল সমূহে গ্ৰন্থখনি ক্ৰয় কৰি আমাক ইতিমধ্যে যুগুতাই থোৱা বাকী তিনিটা খণ্ডকো ছপাকাম সোনকালে হাতত লবলৈ অনুপ্ৰাণিত কৰিব ।

শেষত ছপাশালৰ বাবে গ্ৰন্থখনি যুগুত কৰোঁতে অসম নাট্যসন্মিলনৰ লগত জড়িত সকলো শাখা আৰু সদস্যৰে পৰা পোৱা সহায়-সহযোগ আৰু দিহা-পৰামৰ্শৰ কথা উনুকিয়াব খোজোঁ । বিশেষকৈ সন্মিলনৰ ভূতপূৰ্ব সাধাৰণ সম্পাদক আৰু নাট্যমালা প্ৰকাশন সমিতিৰ আহ্বায়ক শ্ৰী অখিল চক্ৰৱৰ্তীয়ে আশাপুৰীয়াকৈ লাগি থাকি অনুবাদৰ কাম সম্পূৰ্ণ কৰাই দিয়া কথা উল্লেখনীয় । তদুপৰি প্ৰাক্তন সভাপতি আৰু সন্মিলনৰ লগত আৰম্ভণিৰ পৰা নানাভাবে জড়িত শ্ৰীলক্ষ্যধৰ চৌধুৰী, শ্ৰীকৃষ্ণদাস বৰুৱাদেৱে এই ক্ষেত্ৰত দি থকা উদ্‌গনিৰ কথাও আমি পাহৰিব নোৱাৰোঁ । ছপাশালত দিব পৰাকৈ প্ৰতিলিপি কৰি দিয়া কেন্দ্ৰীয় কাৰ্য্যনিৰ্বাহক সদস্যা শ্ৰীমতী প্ৰণতি বৰুৱাকো আমি এই চেগতে ধন্যবাদ জনাইছোঁ । আনহাতে, গ্ৰন্থখনি ছপাশালত দিয়াৰ আগতে আৱশ্যকীয় মূলধনৰ বাবে কেবাগৰাকী সদস্য আৰু শুভাকাংখীয়ে প্ৰকাশ হবলগীয়া গ্ৰন্থখনিৰ প্ৰথম খণ্ড ক্ৰয়ৰ ধন আগতীয়াকৈ আমাক দিছে আৰু তেনেদৰে কেবা হেজাৰো টকা আমাৰ হাতত পৰাতহে ছপাকাম হাতত লব পৰা হৈছিল । তেখেত সকলৈও আমাৰ কৃতজ্ঞতা আগবঢ়াইছোঁ আৰু কাৰ্য্যকৰী সমিতিয়ে স্থিৰ কৰা মতে তেখেতসকলক আপেক্ষিকতাৰে কমমূল্যত গ্ৰন্থখনি দিয়া হব । আনহাতে নিৰ্দিষ্ট সময়ৰ ভিতৰতে গ্ৰন্থখনি ছপাই উলিওৱাৰ বাবে শৰাইঘাট প্ৰিণ্টাৰ্ছ-ৰ কৰ্মকৰ্তা সকলৈকো আমি শলাগ যাচিছোঁ । গ্ৰন্থখনিৰ বাবে উপযোগী বেটুপাত আঁকি দিয়া স্বনামধন্য শিল্পী শ্ৰী নীলপৱন বৰুৱাদেৱৰ ওচৰতো আমি কৃতজ্ঞ ।

শেষত পুনৰ সহৃদয় নাট্যপ্ৰেমী ৰাইজলৈ ভুল-ক্ৰটিৰ বাবে আগতীয়াকৈ মাৰ্জনা বিচাৰি, আন কেইটা খণ্ডও প্ৰকাশৰ ক্ষেত্ৰত সহায়-সহযোগ কামনা কৰিছোঁ ।

ফণী তালুকদাৰ
সভাপতি, অসম নাট্য সন্মিলন

৬ অক্টোবৰ ১৯৯১ চন

জীৱেশ্বৰ গোস্বামী
সাধাৰণ সম্পাদক, অসম নাট্য সন্মিলন

## অসম নাট্য সন্মিলনৰ প্ৰকাশন উপসমিতি

শ্ৰীফণী তালুকদাৰ – উপদেষ্টা
শ্ৰীঅখিল চক্ৰৱৰ্তী– আহ্বায়ক
শ্ৰীজীৱেশ্বৰ গোস্বামী
শ্ৰীকৈলাশ শৰ্মা

শ্ৰীপ্ৰদীপ হাজৰিকা
শ্ৰীপ্ৰণতি বৰুৱা
শ্ৰীকংকণজ্যোতি শইকীয়া

## অসম নাট্য সন্মিলনৰ কেন্দ্ৰীয় কাৰ্যপালিকাৰ সদস্য সকল (১৯৯০-১৯৯২)

শ্ৰীকৃষ্ণ প্ৰসাদ বৰুৱা
আজীৱন উপদেষ্টা (ডিগবৈ)

শ্ৰীলক্ষ্যধৰ চৌধুৰী
উপদেষ্টা (গুৱাহাটী)

শ্ৰীফণী তালুকদাৰ
সভাপতি (গুৱাহাটী)

শ্ৰীগোলাপ চন্দ্ৰ বড়া
কাৰ্যবাহী সভাপতি (নগাঁও)

শ্ৰীঅখিল চক্ৰৱৰ্তী
উপসভাপতি (নামৰূপ)

শ্ৰীমোজাম্মল বৰা
উপসভাপতি (মৰাণ)

শ্ৰীজীৱেশ্বৰ গোস্বামী
সাধাৰণ সম্পাদক (নগাঁও)

শ্ৰীডিম্বেশ্বৰ দাস
সহযোগী সম্পাদক (ধেমাজী)

শ্ৰীউমেশ শৰ্মা
সহযোগী সম্পাদক (গুৱাহাটী)

শ্ৰীকংকণজ্যোতি শইকীয়া
সহযোগী সম্পাদক (দুলিয়াজান)

শ্ৰীজিতেন শৰ্মা
কোষাধ্যক্ষ (নগাঁও)

শ্ৰীকৈলাশ শৰ্মা
(নামৰূপ)

শ্ৰীপ্ৰভাত গোস্বামী
(তেজপুৰ)

শ্ৰীপ্ৰসন্ন হাজৰিকা
(চাবুৱা),

শ্ৰীদেৱেন শৰ্মা
(গুৱাহাটী)

শ্ৰীপ্ৰণতি বৰুৱা
(চৈখোৱা)

শ্ৰীঅমৰ শৰ্মা
(যোৰহাট)

শ্ৰীফুনু সেনাপতি
(দুলীয়াজান)

শ্ৰীবসন্ত শৰ্মা
(নামৰূপ)

শ্ৰীঅজিত শৰ্মা
(বেবেজীয়া)

শ্ৰীমদন কাজি
(নলবাৰী)

— সদস্য

শ্ৰীউত্তম শৰ্মা
বিশেষ নিমন্ত্ৰিত সদস্য (গোৱালপাৰা)

শ্ৰীবিপুল চন্দ্ৰ বৰুৱা
মনোনীত সদস্য (গুৱাহাটী)

# প্ৰথম অধ্যায়

১।	প্ৰণম্য শিৰসা দেৱৌ পিতামহমহেশ্বৰৌ ।
নাট্যশাস্ত্ৰং প্ৰৱক্ষ্যামি ব্ৰহ্মণা যদুদাহৃতম্ ।।

ব্ৰহ্মা আৰু শিৱ — এই দুয়োজনা দেৱতাক প্ৰণাম জনাই ব্ৰহ্মাই যি দৰে কৈছিল তেনেদৰে নাট্য শাস্ত্ৰখন কৈ যাম ।

২-৩।	সমাপ্তজপ্যং ব্ৰতিনং স্বসুতৈঃ পৰিৱাৰিতম্ ।
অনধ্যায়ে কদাচিত্তু ভৰতং নাট্যকোৱিদম্ ।।
মুনয়ঃ পৰ্য্যুপাস্যৈনমাত্ৰেয়প্ৰমুখাঃ পুৰা ।
পপ্ৰচ্ছুস্তে, মহাত্মানো নিয়তেন্দ্ৰিয়বুদ্ধয়ঃ ।।

এসময়ত (পুৰণিকালত) আত্ৰেয়াদি জিতেন্দ্ৰিয় মহাত্মা আৰু সংযতচিত্ত মনিুসকলে, ধৰ্মনিষ্ঠ নাট্যশাস্ত্ৰবিশাৰদ ভৰতমুনিৰ ওচৰত অধ্যয়ন বিৰতি সময়ত উপস্থিত হ'লগৈ । আৰু ভৰতৰ প্ৰতি যথাৰীতি সম্মান প্ৰদৰ্শন কৰি, জপ সমাপন কৰি ইতিমধ্যে পুত্ৰসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ থকা মুনিক এনেদৰে সুধিলে ঃ

৪-৫।	যোহয়ং ভগৱতা সম্যগ্ গ্ৰথিতো ৱেদসংমিতঃ ।
নাট্যৱেদঃ কথং ব্ৰহ্মন্নুৎপন্নঃ কস্য ৱা কৃতে ।।
কত্যংগঃ কিংপ্ৰমাণশ্চ প্ৰয়োগশ্চাস্য কীদৃশঃ ।
সৰ্বমেতদ তথাতত্ত্বং ভগৱন্ ৱক্তুমৰ্হসি ।।

হে ব্ৰহ্মণ । বেদতুল্য যিখন নাট্যবেদ আপোনাৰ দ্বাৰা ৰচিত হ'ল সেইখনৰ কি দৰে উদ্ভৱ হ'ল আৰু সেইখন কাৰ বাবে আগবঢ়োৱা হৈছে, এই শাস্ত্ৰৰ অঙ্গ কেইটা, পৰিসৰ কিমান আৰু ইয়াৰ প্ৰয়োগ ব্যৱস্থা কেনে হব, এই সকলো কথা তত্ত্ব অনুসৰি আমাক কওঁক ।

৬।	তেষাং তদ্বচনং শ্ৰুত্বা মুনীনাং ভৰতো মুনিঃ ।
প্ৰত্যুৱাচ ততো ৱাক্যং নাট্যৱেদকথাং প্ৰতি ।।

তেতিয়া ভৰত মুনিয়ে মুনিসকলৰ সেই কথা শুনি নাট্যৱেদৰ কথাৰ অৱতাৰণা কৰিলে ।

৭। ভৱদ্ভিঃ শুচিভির্ভূত্বা তথাহৱহিতমানসৈঃ ।
শ্রূয়তাং নাট্যৱেদস্য সম্ভৱো ব্রহ্মনির্মিতঃ ।।

আপোনাসকলে, শুদ্ধচিত্ত আৰু মনোযোগ সহকাৰে, ব্ৰহ্মাৰ দ্বাৰা কথিত, নাট্যশাস্ত্ৰৰ উৎপত্তি কিয় কেনেকৈ হবলৈ পালে শুনক ।

৮-১২। পূৰ্ব্বংকৃতযুগে ৱিপ্রাঃ বৃত্তে স্বায়ম্ভুৱেহন্তৰে ।
ত্ৰেতাযুগেহথ সংপ্ৰাপ্তে মনোর্ৱৈৱস্বতস্য চ ।।
গ্ৰাম্যধৰ্মপ্ৰবৃত্তে তু কামলোভৱশং গতে ।
ঈৰ্ষাক্ৰোধাভিসংমূঢ়ে লোকে সুখিত দুঃখিতে ।।
দেৱদানৱগন্ধৰ্ব যক্ষৰক্ষোমহোৰগৈঃ ।
জম্বুদ্বীপে সমাক্ৰান্তে লোকপালপ্ৰতিষ্ঠিতে ।।
মহেন্দ্ৰপ্ৰমুখৈৰ্দেৱৈৰুক্তঃ কিল পিতামহঃ ।
ক্ৰীড়নীয়কমিচ্ছামো দৃশ্যং শ্ৰৱ্যং চ যদ্ভৱেৎ ।।
ন ৱেদৱ্যৱহাৰোহয়ং সংশ্ৰাৱ্যঃ শূদ্ৰজাতিষু ।
তস্মাৎ সৃজাপৰং ৱেদং পঞ্চমং সাৰ্বৱৰ্ণিকম্ ।।

হে ঋষিসকল পুৰণিকালত (স্বায়াম্ভুব মন্বন্তৰত) যেতিয়া সত্যযুগৰ অৱসান হৈ বৈবস্বত মন্বন্তৰত ত্ৰেতাযুগ আৰম্ভ হ'ল, আৰু মানুহবিলাক ইন্দ্ৰিয় সুখভোগত আসক্ত হৈ, কামনা-বাসনাৰ বশবৰ্তী হ'ল, দুখৰ মাজত সুখৰ মুখ দেখিবলৈ পালে । ঈৰ্ষা-ক্ৰোধৰ বশবৰ্তী হ'ল । লোকপালৰ (বিষ্ণুৰ) দ্বাৰা প্ৰতিষ্ঠিত জম্বুদ্বীপ (ভাৰত) দেৱতা, দানৱ, গন্ধৰ্ব্ব, যক্ষ, ৰক্ষ আৰু সৰ্পকুলৰ দ্বাৰা পৰিপূৰ্ণ হ'ল, তেতিয়া ইন্দ্ৰাদি দেৱতাসকলে সমবেত হৈ ব্ৰহ্মাক কলেগৈ – হে দেৱ আমি এনে এটা আমোদৰ বস্তু (ক্ৰীড়নীয়ক) বিচাৰো, যিটো একেলগে দৃশ্য আৰু শ্ৰব্যও । যিহেতু বৰ্ত্তমান যিখন বেদ আছে সেইখন শূদ্ৰসকলে শুনিব নাপায় । সেইয়ে অন্য এখন পঞ্চম বেদ সৃষ্টি কৰক যিখন সকলো বৰ্ণৰ বাবে উপযোগী হয় ।

১৩। এবমস্ত্বিতি তানুক্ত্বা দেৱৰাজং ৱিসৃজ্য চ ।
সস্মাৰ চতুৰো ৱেদান যোগমাস্থায় তত্ত্ববিৎ ।।

তত্ত্বজ্ঞানী ব্ৰহ্মাই সেই দেৱতাসকলক তথাস্তু বুলি কৈ আৰু দেৱৰাজক (ইন্দ্ৰ) বিদায় দি যোগস্থ হৈ চাৰিওখন বেদ স্মৰণ কৰিবলৈ ধৰিলে ।

১৪-১৫। ধৰ্ম্যমৰ্থ্যং যশস্যং চ সোপদেশং সসংগ্ৰহম্ ।
ভৱিষ্যতশ্চ লোকস্য সৰ্ৱকৰ্মানুদৰ্শকম্ ।।
সৰ্বশাস্ত্ৰাৰ্থসম্পন্নং সৰ্ৱশিল্পপ্ৰদৰ্শকম্ ।
নাট্যাখ্যং পঞ্চমং বেদং সেতিহাসংকৰোম্যহম্ ।।

ব্ৰহ্মাই ভাবিলে, মই ইতিহাসৰ সৈতে নাট্য নামৰ পঞ্চম বেদ এখন সৃষ্টি কৰাই

ভাল, য'ত ধৰ্ম্ম, অৰ্থ যশস্যা লাভৰ উপায়, সদুপদেশ আৰু পৰম্পৰাগত নীতি সন্নিহিত হ'ব, যিখনে ভৱিষ্যতে মানুহৰ সকলো কামৰে পথপ্ৰদৰ্শক হ'ব, সকলো শাস্ত্ৰাৰ্থ যুক্ত হ'ব আৰু শিল্প বিষয়ৰ আদৰ্শ স্বৰূপ হ'ব ।

১৬-১৮। এৱং সংকল্প্য ভগৱান সৰ্ব্ববেদানুস্মৰণ্ ।
নাট্যবেদং ততশ্চক্ৰে চতুৰ্ব্বেদাঙ্গসম্ভৱম্ ।।
জগ্ৰাহ পাঠ্যমৃগ্বেদাৎ সামভ্যো গীতমেৱ চ ।
যজুৰ্ব্বেদাদভিনয়ান্ ৰসানাথৰ্ব্বণাদপি ।।
ৱেদোপৱেদৈ সংবদ্ধো নাট্যৱেদো মহাত্মনা ।
এবং ভগবতা সৃষ্টো ব্ৰহ্মনা সৰ্ব্ববেদিনা ।।

এইদৰেই সংকল্প কৰি চাৰিওবেদক স্মৰণ কৰি ব্ৰহ্মাই চাৰিওবেদ আৰু অঙ্গ সমূহৰ বেদাংগসমূহৰ পৰা প্ৰয়োজনীয় অংশ আনি এই নাট্যবেদৰ সৃষ্টি কৰিলে । ঋগবেদৰ পৰা পাঠ্যবস্তু, সামবেদৰ পৰা গীত, যজুৰ্বেদৰ পৰা অভিনয় আৰু অথৰ্ব্ববেদৰ পৰা ৰস (নৱৰস) সংগ্ৰহ কৰিলে । এই দৰেই সৰ্বজ্ঞ ভগৱান ব্ৰহ্মাদেৱে বেদ আৰু উপবেদৰ লগত জড়িত নাট্যবেদৰ সৃষ্টি কৰিলে ।

১৯-২০। উৎপাদ্য নাট্যৱেদং তু প্ৰাহ শক্ৰং পিতামহঃ ।
ইতিহাসো ময়া সৃষ্টঃ স সুৰেষু নিযুজ্যতাম্ ।।
কুশলা যে বিদগ্ধাশ্চ প্ৰগল্ভাশ্চ জিতশ্ৰমাঃ ।
তেস্বয়ং নাট্যসংজ্ঞো হি ৱেদঃ সংক্ৰামতাং ত্বয়া ।।

নাট্যবেদ প্ৰণয়ন কৰি, ব্ৰহ্মাই ইন্দ্ৰক কলে – মই এখন ইতিহাস প্ৰণয়ন কৰিছো, দেৱতাসকলৰ মাজত তাক প্ৰয়োগ কৰক । যিসকল নিপুণ, বুদ্ধিসম্পন্ন, উৎসাহী আৰু পৰিশ্ৰমশীল সেইসকলৰ মাজত আপুনি এই নাট্য (নামৰ) বেদখনৰ প্ৰচলন কৰাওক ।

২১-২৩। শ্ৰুত্বা ৱচনং শক্ৰো ব্ৰহ্মণা যদুদাহৃতম্ ।
প্ৰাঞ্জলিঃ প্ৰণতো ভূত্বা প্ৰত্যুৱাচ পিতামহম্ ।।
গ্ৰহণে ধাৰণে জ্ঞানে প্ৰয়োগে চাস্য সত্তম্ ।
অশক্তা ভগৱান্ দেৱা ন যোগ্যা নাট্যকৰ্ম্মসু ।
য ইমে বেদগুহ্যজ্ঞা মুনয়ঃ সংশিতব্ৰতাঃ ।
এতেহস্য গ্ৰহণে শক্তাঃ প্ৰয়োগে ধাৰণে তথা ।।

ব্ৰহ্মাৰ সেই কথা শুনি ইন্দ্ৰই কৃতাঞ্জলি হৈ ব্ৰহ্মাক প্ৰণাম জনাই উত্তৰ দিলে – হে ভগৱান । দেৱতাসকল এই নাট্যবেদৰ গ্ৰহণ ৰক্ষণ বোধ আৰু প্ৰয়োগৰ বাবে অসমৰ্থ কাৰণ নাট্যকৰ্মৰ (অভিনয়ৰ) বাবে দেৱতাসকল যোগ্য নহয় । বেদৰ ৰহস্য

বুজা আৰু ব্ৰতসিদ্ধ মুনিসকলেহে এই নাট্যশাস্ত্ৰ বুজিবলৈ, ৰক্ষা কৰিবলৈ, আৰু প্ৰয়োগ কৰিবলৈ সক্ষম হব ।

২৪। শ্ৰুত্বা তু শক্ৰৱচনং মামাহাম্বুজসম্ভৱঃ ।
ত্বং পুত্ৰশতসংযুক্তঃ প্ৰয়োক্তাংস্য ভৱানঘ ।।

ইন্দ্ৰৰ কথা শুনি নাভিকমলজাত ব্ৰহ্মাই মোক (ভৰতক) ক'লে হে পবিত্ৰচেতা, শতপুত্ৰক লগত লৈ আপুনি নিজেই ইয়াৰ (নাট্যশাস্ত্ৰৰ) প্ৰয়োগ কৰক ।

২৫। আজ্ঞাপিতো ৱিদিত্বাহং নাট্যৱেদং পিতামহাৎ ।
পুত্ৰানধ্যাপয়ামাস প্ৰয়োগং চাস্য তত্ত্বতঃ ।।

ব্ৰহ্মাৰ আদেশ লাভ কৰি, ব্ৰহ্মাৰ মুখৰ পৰা নাট্যশাস্ত্ৰ বিষয়ক শিক্ষা লাভ কৰি মই পুত্ৰসকলকো শিক্ষা দিলো আৰু ইয়াৰ (নাট্যশাস্ত্ৰৰ) যথাযথ প্ৰয়োগ কৌশলো শিকালো ।

২৬-৩৯ (ক)। শাণ্ডিল্যং চাপি বাৎস্যং চ কোহলং দত্তিলং তথা ।
জটিলাম্বষ্টকৌ চৈৱ তণ্ডুমগ্নিশিখং তথা ।।
সৈন্ধৱং সপুলোমানং শাডৱলিং ৱিপুলং তথা ।
কপিঞ্জলং ৱাদৰিং চ য়মধূম্ৰায়নৌ তথা ।।
জম্বুধ্বজং কাকজঙ্ঘং স্বৰ্ণকং তাপসং তথা ।
কেদাৰিং শালিকৰ্ণং চ দীৰ্ঘগাত্ৰং চ শালিকম্ ।।
কৌৎসং তাণ্ডায়নিং চৈৱ পিংগলং চিত্ৰকং তথা ।
বন্ধুলং ভল্লকং চৈৱ মুষ্টিকং সৈন্ধৱায়নম্ ।।
তৈতিলং ভাৰ্গৱং চৈৱ শুচিং বহুলমেৱ চ ।
অবুধং বুধসেনং চ পাণ্ডুকৰ্ণং সকেৰলম্ ।।
ঋজুকং মণ্ডকং চৈৱ শম্বৰং ৱঞ্জুলং তথা ।
মগধং সৰলং চৈৱ কৰ্ত্তাৰং চোগ্ৰমেৱ চ ।।
তুষাৰং পাৰ্ষদং চৈৱ গৌতমং ৱাদৰায়ণম্ ।
ৱিশালং শৱলং চৈৱ সুনাভং মেষমেৱ চ ।।
কালিয়ং ভ্ৰমৰং চৈৱ তথা পীঠমুখং মুনিম ।
নখকুট্টাশ্মকুট্ট চ ষট্ পদং সোত্তমং তথা ।।
পাদুকোপানহৌ চৈৱ শ্ৰুতিং চাষস্বৰং তথা ।
অগ্নিকুণ্ডাজ্যকুণ্ডৌ চ ৱিতাণ্ড্যং তাণ্ড্যমেৱ চ ।।
কৰ্ত্তৰাক্ষং হিৰণ্যাক্ষংকুশলং দুঃষহং তথা ।
লাজং ভয়ানকং চৈৱ বীভৎসং সৱিচক্ষণম্ ।।
পুণ্ড্ৰাক্ষং পুণ্ড্ৰনাসং চ অসিতং সিতমেৱ চ ।

ৱিদ্যুজ্জিহৱং মহাজিহৱং শালঙ্কায়নমেৱ চ ।।
শ্যামায়নং মাঠৰং চ লোহিতাঙ্গং তথৈৱ চ ।
সংবৰ্ত্তকং পঞ্চশিখং ত্ৰিশিখং শিখমেৱ চ ।।
শঙ্খৱৰ্ণমুখং ষণ্ডং শংকুকৰ্ণমথাপি চ ।
শক্ৰনেমিং গভস্তিং চাপ্যংশুমালিং শঠং তথা ।।
ৱিদ্যুতং শাতজঙ্ঘং চ ৰৌদ্ৰং ৱীৰমথাপি চ ।।

শাণ্ডিল্য, ৱাৎস্য, কোহল, দত্তিল, জটিল, অম্বষ্টক, তণ্ডু অগ্নিশিখ, সৈন্ধৱ, পুলোমা, শাদ্বলী, বিপুল, কপিঞ্জল, বাদৰি, যম, ধূম্ৰায়ণ, জম্বুধ্বজ, কাকজংঘ, স্বৰ্ণক, তাপস, কেদাৰি, শালিকৰ্ণ, দীৰ্ঘগাত্ৰ, শালিক, কৌৎস, তাণ্ডায়নি, পিঙ্গল, চিত্ৰক, বন্ধুল, ভল্লক, মুষ্টিক, সৈন্ধবায়ন, তৈত্তিল, ভাৰ্গৱ, শুচি, বহুল, অবুধ, বুধসেন, পাণ্ডুকৰ্ণ, কেৰল, ঋজুক, মণ্ডক, শম্বৰ, বন্ধুল, মগধ, সৰল, কৰ্ত্তা, উগ্ৰ, তুষাৰ, পাৰ্ষদ, গৌতম, বাদৰায়ন, বিশাল, শবল, সুনাভ, মেষ, কালিয়, ভ্ৰমৰ, পীঠমুখ, মুনি, নখকুট্ট, অশ্মকুট্ট,ষটপদ, উত্তম, পাদুক, উপানৎ, শ্ৰুতি, চাষস্বৰ, অগ্নিকুণ্ড, আজ্যকুণ্ড, বিতাণ্ড্য, তাণ্ড্য, কৰ্ত্তৰাক্ষ, হিৰণ্যাক্ষ, কুশল, দুঃসহ, লাজ, ভয়ানক, বীভৎস, বিচক্ষণ, পুণ্ড্ৰাক্ষ, পুণ্ড্ৰনাস, অসিত, অসিত, বিদ্যুজ্জিহব মহাজিহব, শালংকায়ন, শ্যামায়ন, মাঠৰ, লোহিতাঙ্গ, সংবৰ্ত্তক, পঞ্চশিখ, ত্ৰিশিখ, শিখ, শঙ্খবৰ্ণমুখ, ষণ্ড, শংকুকৰ্ণ, শক্ৰনেমি, গভস্তি, অংশুমালি, শঠ, বিদ্যুৎ, শাতজংঘ, ৰৌদ্ৰ আৰু বীৰ ।

৩৯(খ)-৪০। প্ৰয়োজিতং পুত্ৰশতং যথাভূমিৱিভাগশঃ ।
যস্মিন্ কৰ্মনি যো যোগ্যস্তস্মিন্ স ৱিনিযোজিতঃ ।।

এই এশ পুত্ৰক ভূমিকাসমূহৰ বিভাগ অনুসাৰে যিজন যি কামৰ যোগ্য সেইমতে নিয়োগ কৰা হ'ল ।

৪১। ভাৰতীং সাত্ত্বতীং চৈৱ বৃত্তিমাৰভটীং তথা ।
সমাশ্ৰিত্যঃ প্ৰয়োগস্তু প্ৰযুক্তো ৱৈ ময়া দ্বিজাঃ ।।

হে দ্বিজগণ মই ভাৰতী, সাত্ত্বতী আৰু আৰভটী বৃত্তিক, আশ্ৰয় কৰি নাট্যবেদৰ প্ৰয়োগ কৰিলো ।

৪২-৪৩। পৰিগৃহ্য প্ৰণম্যাথ ব্ৰহ্মা ৱিজ্ঞাপিতো ময়া ।
অথাহ মাং সুৰগুৰুঃ কৈশিকীমপি যোজয় ।।
যচ্চ তস্যাঃ ক্ষমং দ্ৰব্যং তদ্ব্ৰূহি দ্বিজসত্তম্ ।

ইয়াৰ পিছত ব্ৰহ্মাক চৰণত ধৰি, নমস্কাৰ কৰি, তেখেতক আমাৰ কামৰ সম্বন্ধে জনালো, তাৰ পিছত ব্ৰহ্মাদেৱে মোক কৈশিকী বৃত্তি প্ৰয়োগ কৰিবলৈ উপদেশ দিলে আৰু কলে হে ব্ৰাহ্মণ, তাৰ প্ৰবৰ্ত্তনোপযোগী উপযুক্ত উপাদানৰ সম্বন্ধেও অনুগ্ৰহ কৰি কওঁক ।

৪৩ (খ)-৪৫। এৱং তেনাস্ম্যভিহিতঃ প্রত্যুক্তশ্চ ময়া প্রভুঃ ।।
দীয়তাং ভগৱন্ দ্রব্যং কৈশিক্যাঃ সংপ্রয়োজকম্ ।
মৃদ্বঙ্গহাৰ সংযুক্তা ৰসভাৱক্রিয়াত্মিকা ।।
দৃষ্টা ময়া ভগৱতো নীলকণ্ঠস্য নৃত্যতঃ ।
কৈশিকী শ্লক্ষ্নেপথ্যা শৃঙ্গাৰৰসসম্ভৱা ।।

এইদৰে ব্ৰহ্মাই মোক ক'লত ময়ো উত্তৰ দিলো – হে ভগৱান । আপুনি (কৈশিকী বৃত্তি প্ৰয়োগৰ বাবে উপদেশ দিলে যেতিয়া) কৈশিকী বৃত্তিৰ প্ৰয়োগৰ বাবে আৱশ্যকীয় উপাদানো দিয়ক । ভগৱান শিৱৰ নৃত্যৰ পৰা প্ৰকাশিত শৃঙ্গাৰ ৰসসম্ভূত মৃদু অলংকাৰ যুক্ত, ৰস, ভাৱ আৰু ক্ৰিয়াযুক্ত, মাৰ্জিত ৰুচিৰ সাজ-সজ্জাবিশিষ্ট কৈশিকী বৃত্তি মই দেখিছো ।

৪৬-৪৭(ক)। ন শক্যা পুৰুষৈঃ সাধু প্রয়োক্তুং স্ত্রীজনাদৃতে ।
ততোঽসৃজন্ মহাতেজা মনসোঽপ্সৰসো ৱিভুঃ ।।
নাট্যালংকাৰচতুৰাঃ প্রাদান্ মহ্যং প্রয়োগতঃ ।

কৈশিকীবৃত্তি নাৰীৰ বাহিৰে পুৰুষে যথাৰ্থভাৱে প্ৰয়োগ কৰিব নোৱাৰে ; সেই বাবে মহাতেজা ব্ৰহ্মাই, তেখেতৰ মনৰ পৰা নাটকাৰ্য্যত নিপুণ অপ্সৰা সকলৰ সৃষ্টি কৰি নাট্যানুষ্ঠানৰ প্ৰয়োগৰ বাবে মোক দিলে ।

৪৭(খ)-৫০(ক)। মঞ্জুকেশীং সুকেশীং চ মিশ্রকেশীং সুলোচনাম্ ।।
সৌদামিনীং দেবদত্তাং দেৱসেনাং মনোৰমাম্ ।
সুদতীং সুন্দৰীং চৈৱ ৱিদগ্ধাং ৱিবুধাং তথা ।
সুমালাং সন্ততিং চৈৱ সুনন্দাং সুমুখীং তথা ।
মাগধীমৰ্জুনীং চৈৱ সৰলাং কেৰলাং ধৃতিম্ ।।
নন্দাং সুপুষ্কলাং চৈৱ কলাভাং চৈৱ মে দদৌ ।

মঞ্জুকেশী, সুকেশী, মিশ্ৰকেশী, সুলোচনা, সৌদামিনী, দেৱদত্তা, দেবসেনা, মনোৰমা, সুদতী, সুন্দৰী, বিদগ্ধা, বিবুধা, সুমালা, সন্ততি, সুনন্দা, সুমুখী, মাগধী, অৰ্জুনী, সৰলা, কেৰলা, ধৃতি, নন্দা, সুপুষ্কলা, আৰু কলভা নামৰ অপ্সৰা কেইগৰাকী মোক দিলে ।

৫০(খ) ৫১(ক)। স্বাতিৰ্ভাণ্ডনিযুক্তস্তু সহ শিষ্যৈঃ স্বয়ম্ভুৱা ।।
নাৰদাদ্যাশ্চ গন্ধৰ্ৱা গান-যোগে নিয়োজিতাঃ ।

ব্ৰহ্মাই শিষ্যসকলৰ সৈতে স্বাতিক বাদ্যযন্ত্ৰ (ভাণ্ড) বজাবৰ বাবে আৰু নাৰদকে আদি কৰি গন্ধৰ্বসকলক গীত গাবৰ বাবে নিয়োগ কৰিলে ।

৫১(খ) ৫৩(ক)।  এৱং নাট্যমিদং সম্যগ্ বুধ্বা সৰ্বৈঃ সুতৈঃ সহ ।।
স্বাতিনাৰদসংযুক্তো ৱেদৱেদাঙ্গকাৰণম্ ।
উপস্থিতোঽহং লোকেশং প্ৰয়োগাৰ্থং কৃতাঞ্জলিঃ ।।
নাট্যস্য গ্ৰহণং প্ৰাপ্তং ব্ৰূহি কিং কাৰৱাণ্যহম্ ।

এইদৰে ৱেদৱেদাঙ্গ সম্ভূত নাট্যকলা বিষয়ৰ সম্যক্ জ্ঞান লভি মই পুত্ৰসকল, স্বাতি আৰু নাৰদৰ সৈতে গৈ ব্ৰহ্মাৰ ওচৰত উপস্থিত হৈ কৰযোৰে জনালোঁগৈ । আমাৰ নাট্য বিষয়ক সম্যক জ্ঞান হৈছে, এতিয়া কি কৰিব লাগে অনুগ্ৰহ কৰি কওঁক ।

৫৩(খ) ৫৫(ক)।  এতত্তু ৱচনং শ্ৰুত্বা প্ৰত্যুৱাচ পিতামহ ।।
মহানয়ং প্ৰয়োগস্য সময়ঃ সমুপস্থিতঃ ।
ইদং ধ্বজমহঃ শ্ৰীমন্ মহেন্দ্ৰস্য প্ৰৱৰ্ত্ততে ।।
অত্ৰেদানীময়ং ৱেদো নাট্যসংজ্ঞঃ প্ৰযুজ্যতাম্ ।

এইকথা শুনি ব্ৰহ্মাই কলে এতিয়াই নাট্যশাস্ত্ৰৰ প্ৰয়োগৰ উপযুক্ত সময় আহিছে । এতিয়া শ্ৰীমান ইন্দ্ৰৰ ধ্বজ-উৎসৱ সমাগত প্ৰায় । এই উপলক্ষ্যে এতিয়া ইয়াতে নাট্যৱেদৰ প্ৰয়োগ কৰক ।

৫৫(খ) ৫৮(ক)।  ততস্তস্মিন্ ধ্বজমহে নিহতাসুৰদানৱে ।।
প্ৰহৃষ্টামৰসংকীৰ্ণে মহেন্দ্ৰবিজয়োৎসৱে ।
নান্দীকৃতা ময়া পূৰ্ৱমাশীৰ্ৱচনসংযুতা ।।
অষ্টাঙ্গপদসংযুক্তা ৱিচিত্ৰা দেৱসম্মতা ।
তদন্তেঽনুকৃতিৰ্বদ্ধা যথা দৈত্যাঃ সুৰৈৰ্জিতাঃ ।।
সংফেটৱিদ্ৰৱকৃতা চ্ছেদ্যভেদ্যাহৱাত্মিকা ।

তাৰপিছত অসুৰ আৰু দানৱবিলাক নিহত হোৱাৰ পিছত অনুষ্ঠিত প্ৰহৃষ্টমনা দেৱতাসকলেৰে পৰিপূৰ্ণ ইন্দ্ৰৰ সেই ইন্দ্ৰধ্বজ নামৰ বিজয় উৎসৱত মই প্ৰথমে অষ্টাঙ্গপদ যুক্ত বিচিত্ৰ আৰু দেৱপ্ৰিয় আশীৰ্বাণী সম্বলিত নান্দী উচ্চাৰণ কৰিছিলোঁ । তাৰ পিছত দেৱতাৰ দ্বাৰা কেনেকৈ অসুৰ পৰাজিত হৈছিল তাক সেই সময়ৰ ক্ৰোধপূৰ্ণ সংঘৰ্ষ, পলায়ন, কটা-কটি আৰু যুদ্ধেৰে সৈতে অনুকৰণ কৰা হৈছিল ।

৫৮(খ)–৬১।  ততো ব্ৰহ্মাদয়ো দেৱাঃ প্ৰয়োগপৰিতোষিতাঃ ।।
প্ৰদদুৰ্হৃষ্টমনসঃ সৰ্ৱোপকৰণানি নঃ ।
প্ৰীতস্তু প্ৰথমং শক্ৰো দত্তৱান্ স্বধ্বজং শুভম্ ।।
ব্ৰহ্মা কুটিলকং চৈৱ ভৃঙ্গাৰং ৱৰুণস্তথা ।
সূৰ্য্যশ্ছত্ৰং শিৱঃ সিদ্ধিং ৱায়ুৰ্ব্যজনমেৱ চ ।।

বিষ্ণু ঃ সিংহাসনং চৈৱ কুৱেৰো মুকুটং তথা ।
শ্ৰাৱ্যত্বং প্ৰেক্ষণীয়স্য দদৌ দেৱী সৰস্বতী ।।

সেই অভিনয়ত সন্তুষ্ট হৈ ব্ৰহ্মা আদি হৃষ্টচিত্ত দেৱতাসকলে, আমাক অভিনয়ৰ উপযোগী অনেক উপাদান দান দিয়ে । প্ৰথমে ইন্দ্ৰই সন্তুষ্ট হৈ তেখেতৰ নিজৰ শুভধ্বজ দিলে । ব্ৰহ্মাই এডাল কুটিলক (দণ্ডকাষ্ঠ), বৰুণে এটা ভৃঙ্গাৰ, সূৰ্য্যই এটা ছত্ৰ, শিৱই সিদ্ধি, বায়ুৱে এখন বিচনি, বিষ্ণুৱে এখন সিংহাসন, কুবেৰে এটা মুকুট, আৰু সৰস্বতী দেৱীয়ে দ্ৰষ্টব্য অভিনয়ৰ শ্ৰুতিমাধুৰ্য্য প্ৰদান কৰে ।

৬২–৬৩। শেষা যে দেৱগন্ধৰ্ৱা যক্ষৰাক্ষসপন্নগাঃ ।
তস্মিন্ সদস্যতিপ্ৰীতা নানাজাতিগুণাশ্ৰয়ান্ ।।
অংশাংশৈভাষিতান ভাৱান্ ৰসান্ ৰূপং ক্ৰিয়াবলম্ ।
দত্তবন্তঃ প্ৰহৃষ্টাস্তে মৎসুতেভ্যো দিবৌকম্ ।।

সেই সভাত উপস্থিত অন্যান্য স্বৰ্গবাসী দেৱতা, গন্ধৰ্ব, যক্ষ, ৰক্ষ, পন্নগ (সাপ) সকলে, অভিনয়ত অত্যন্ত সন্তুষ্ট হৈ মোৰ পুত্ৰসকলক, ভিন্ ভিন ভূমিকাৰ উপযোগী বিভিন্ন গুণযুক্ত বাক্য, ভাৱ, ৰস, আকৃতি আৰু (অঙ্গ সঞ্চালনৰ বাবে প্ৰয়োজনীয়) ক্ৰিয়া কৌশল আৰু বল প্ৰদান কৰিলে ।

৬৪-৬৫। এৱং প্ৰয়োগে প্ৰাৰব্ধে দৈত্যদানৱনাশনে ।
অভৱন্ ক্ষুভিতাঃ সৰ্ৱে দৈত্যাঃ যে তত্ৰসংগতাঃ ।।
বিৰূপাক্ষপুৰুগাংস্তু বিঘ্নান্ প্ৰোৎসাহ্য তেহব্ৰুবন্ ।
নেশ্বমীক্ষামাহে নাট্যমেতদাগম্যতামিতি ।।

দৈত্যদানৱ বধ বিষয়ক অভিনয় আৰম্ভ হোৱাৰ লগে লগে সেই ৰঙ্গমঞ্চত উপস্থিত থকা দৈত্যসকলে ক্ষুব্ধ হৈ বিৰূপাক্ষ প্ৰমুখে, বিঘ্নকাৰকসকলক উত্তেজিত কৰি কলে ব'লা আমি এনে অভিনয় নেচাওঁ ।

৬৬। ততস্তৈৰসুৰৈঃ সাৰ্ধং বিঘ্না মায়ামুপাশ্ৰিতাঃ ।
ৱাচশ্চেষ্টাং স্মৃতিং চৈৱ স্তংভয়ন্তিস্ম নৃত্যতাম্ ।।

তেতিয়া সেই অসুৰৰ সহযোগী বিঘ্নকাৰক সকলে মায়াৰ (ইন্দ্ৰজালৰ) বলেৰে নৃত্য-পৰায়ণ অভিনেতাসকলৰ বাক্য ক্ৰিয়া-কলাপ আৰু স্মৃতিশক্তিক অৱশ কৰি পেলালে ।

৬৭-৬৮। তথা বিধ্বংসনং দৃষ্টাতত্ৰ তেষাং স দেৱৰাট ।
কস্মাৎ প্ৰয়োগবৈষম্যমিত্যুক্ত্বা ধ্যানমাৱিশৎ ।।
অথাপশ্যৎ সদো বিঘ্নৈঃ সমন্তাৎ পৰিৱাৰিতম্ ।
সহেতৰৈঃ সূত্ৰধৰং নষ্টসংজ্ঞং জড়ীকৃতম্ ।।

নাট্যানুষ্ঠানত হঠাৎ তেনে ঘটনা দেখা পাই, ইন্দ্রই ধ্যানস্থ হৈ, নাটক কৰি থাকোতে যিখিনি বিঘিনি ঘটিল, তাৰ কাৰণ চিন্তিবলৈ ধৰিলে। তাৰপিছত দেখা পালে,যে অসুৰানুচৰ বিঘ্নসমূহে সভাগৃহ অৱৰোধ কৰি আছে, আৰু অন্যান্য সকলৰ লগতে, আনকি সূত্ৰধাৰজনো অজ্ঞান অৱশ অৱস্থাত পৰি আছে।

৬৯-৭০। উত্থায় ত্বৰিতং শক্ৰো গৃহীত্বা ধ্বজমুত্তমম্।
সৰ্বৰত্নোজ্জ্বলতনুঃ কোপাদুদ্বৃত্তলোচনঃ ।।
ৰংগপীঠগতান্ বিঘ্নানসুৰাংশ্চৈৱ দেৱৰাট।
জৰ্জ্জৰীকৃতদেহাংস্তান কৰোজ্জৰ্জ্জৰেণ সঃ ।।

খঙত জ্বলি-পকি, চকু ৰঙা কৰি, সৰ্বাঙ্গ ৰত্নাবিভূষিত দেৱৰাজ ইন্দ্ৰই থিতাতে উঠি হাতত উত্তম ধ্বজ লৈ,ৰঙ্গমঞ্চত বিচৰণকাৰী অসুৰ আৰু বিঘ্নকৰসকলৰ শৰীৰ ধ্বজাৰে কোবাই দুৰ্বল কৰি পেলালে।

৭১-৭৩ (ক)। গতেষু তেষু বিঘ্নেষু সৰ্বেষু সহ দানবৈঃ।
সংপ্ৰহৃষ্য ততো ৱাক্যমাহুঃ সৰ্বে দিবৌকসঃ।
অহো প্ৰহৰণং দিব্যমিদমাসাদিতং ত্বয়া।
নাট্য বিধ্বংসিনঃ সৰ্বে যেন তে জৰ্জ্জৰীকৃতাঃ ।।
তস্মাজ্জৰ্জ্জৰ ইত্যেৱ নামতোহয়ং ভৱিষ্যতি।

সেই সকলো দানৱ আৰু বিঘ্নসমূহ আঁতৰ হ'লত, সকলো দেৱতাই আনন্দিত হৈ কবলৈ ধৰিল – হে দেৱ! আপুনি এনে এপাট দিব্যাস্ত্ৰ লাভ কৰিছে, যি অভিনয়ৰ সকলো বিঘিনি আৰু দৈত্যক জৰ্জ্জৰিত কৰিব পাৰিছে। গতিকে এই অস্ত্ৰৰ (ধ্বজৰ) নাম (আজিৰ পৰা) জৰ্জ্জৰ হ'ব।

৭৩(খ)-৭৫ (ক)। সেৰ্ষা যে চৈৱ হিংসাৰ্থমুপায়াস্যন্তি ৱিঘ্নকাঃ ।।
দৃষ্টৈৱ জৰ্জ্জৰং তেহপি গমিষ্যন্ত্যেৱমেৱ তু ।।
এৱমেৱাস্ত্বিতি ততঃ শক্ৰঃ প্ৰোৱাচ তান্ সুৰান্ ।।
ৰক্ষাভূতশ্চ সৰ্বেষাং ভৱিষ্যত্যেষ জৰ্জ্জৰঃ।

যিবিলাক ঈৰ্ষাপৰায়ণ বিঘ্নকাৰক, অভিনেতাসকলক হিংসা কৰিবলৈ আহে (ভবিষ্যতে) সেইবিলাকেও এই "জৰ্জ্জৰ" দেখা মাত্ৰে আঁতৰি যাব, ইয়াৰ পিছত ইন্দ্ৰই দেৱতাসকলক কলে যে এনেটোৱেই হওক আৰু এই জৰ্জ্জৰ যেন সদায় সকলোৰে বাবে ৰক্ষক হয়।

৭৫(খ)-৭৬(ক)। প্ৰয়োগে প্ৰস্তুতে হ্যেবং স্ফীতে শক্ৰমহে পুন: ।।
ত্ৰাসং সঞ্জনয়ন্তি স্ম ৱিঘ্না-সেৰ্ষ্যা স্তু নৃত্যতাম্ ।।

এই ব্যৱস্থা অনুসৰি যেতিয়া পুনৰ নাট্যানুষ্ঠান আৰম্ভ কৰা হ'ল আৰু পূৰ্ণ উদ্যমে ইন্দ্ৰধ্বজ উৎসৱ চলিবলৈ ধৰিলে তেতিয়া ঈৰ্ষাপৰায়ণ বিঘ্নসমূহে পুনৰ নৃত্যৰত (অভিনেতা) সকলৰ মনত ভয়ৰ সঞ্চাৰ কৰিলে ।

৭৬(খ)-৭৮(ক)। দৃষ্ট্বা তেষাং ব্যৱসিতং মদৰ্থে বিপ্ৰকাৰজম্ ।।
উপস্থিতোহং ব্ৰহ্মাণং সুতৈঃ সৰ্বৈঃ সমন্বিতঃ ।
নিশ্চিতা ভগৱন বিঘ্না নাট্যস্যাস্য বিনাশনে ।।
অতো ৰক্ষাৱিধিং সম্যগাজ্ঞাপয় সুৰেশ্বৰ ।

মোৰ বাবে অপমানজনক অসুৰৰ এই কাৰ্য্য দেখি, পুত্ৰসকলৰ সৈতে পুনৰ ব্ৰহ্মাৰ ওচৰ চাপি ক'লোগৈ, হে ভগৱান, আমাৰ নাট্যানুষ্ঠান নষ্ট কৰাৰ বাবে অসুৰবিলাক বদ্ধপৰিকৰ গতিকে হে দেবোত্তম, ইয়াক ৰক্ষা কৰাৰ বাবে এটা উত্তম উপায় দিয়ক ।

৭৮(খ)-৭৯(ক)। ততঃ স ৱিশ্বকৰ্মাণং ব্ৰহ্মোৱাচ প্ৰযত্নতঃ ।।
কুৰু লক্ষণসম্পনং নাট্যৱেশ্মা মহামতে ।

এই কথা শুনি ব্ৰহ্মাই বিশ্বকৰ্মাক কলে – "হে মহামতি বিশ্বকৰ্মা অতি উত্তম লক্ষণযুক্ত ৰঙ্গমঞ্চ এখন সযত্নে নিৰ্মাণ কৰি দিয়ক ।"

৭৯(খ)-৮০। কৃত্বা যথোক্তমেৱং তু গৃহং পদ্মোদ্ভৱাজ্ঞয়া ।।
প্ৰোক্তৱান, দ্ৰুহিনং গত্বা সভায়াং তু কৃতাঞ্জলিঃ ।
সজ্জং নাট্যগৃহং দেৱ তদৱেক্ষিতুমৰ্হসি ।।

ব্ৰহ্মাৰ আদেশ অনুসৰি, বিশ্বকৰ্মাই নিৰ্দিষ্ট প্ৰকাৰৰ ৰঙ্গমঞ্চ এখন নিৰ্মাণ কৰি ব্ৰহ্মসভাত উপস্থিত হৈ কলেগৈ – হে দেৱ (আপোনাৰ আদেশানুসৰি) ৰঙ্গমঞ্চ নিৰ্মাণ কৰা হৈছে, আপুনি তাক দৰ্শন কৰি লওক ।

৮০-৮৮ (ক)। ততঃ সহ মহেন্দ্ৰণ সুৰৈঃসৰ্বৈশ্চ সেতৰৈঃ ।
অগচ্ছন্ ত্বৰিতো দ্ৰষ্টুং দ্ৰুহিনো নাট্যমণ্ডপম্ ।।
দৃষ্ট্বা নাট্যগৃহং ব্ৰহ্মা প্ৰাহ সৰ্বান্ সুৰাংস্ততঃ ।
অংশভাগৈৰ্ভৱাদ্ভিস্তু ৰক্ষোয়ং নাট্যমণ্ডপঃ ।।
ৰক্ষণে মণ্ডপস্যাথ ৱিনিযুক্তস্তু চন্দ্ৰমাঃ ।
লোকপালাস্তথা দিক্ষু ৱিদিক্ষ্বপি চ মাৰুতাঃ ।।
নেপথ্যভূমৌ মিত্ৰস্তু নিক্ষিপ্তো ৱৰুণোহম্বৰে ।
ৱেদিকাৰক্ষণে ৱহ্নিৰ্ভাণ্ডে সৰ্ব্বে দিৱৌকসঃ ।।
ৱৰ্ণাশ্চত্বাৰ এৱাথ স্তম্ভেষু ৱিনিযোজিতাঃ ।

আদিত্যাশ্চৈৱ ৰুদ্ৰাশ্চ স্থিতাঃ স্তম্ভান্তৰেষ্বাথ ।।
ধাৰণীষু স্থিতা ভূতাঃ শালাস্বপ্সৰসস্তথা ।
সৰ্বৱেশ্মসু যক্ষিণ্যো মহীপৃষ্ঠে মহোদধিঃ ।।
দ্বাৰশালানিযুক্তস্তু কৃতান্তঃ কাল এৱ চ ।
স্থাপিতৌ দ্বাৰপাৰ্শ্বে তু নাগমুখ্যৌ মহাবলৌ ।।
দেহল্যাং যমদণ্ডস্তু শূলং চোপৰি সংস্থিতম্ ।।

(সেই কথা শুনি ) ইন্দ্ৰাদি দেৱতাসকলৰ সৈতে ব্ৰহ্মা বেগাবেগিকৈ ৰঙ্গমঞ্চ চাবলৈ গ'ল । মঞ্চ দেখা পাই ব্ৰহ্মাই দেৱতাসকলক ক'লে – "বিভিন্ন অংশগ্ৰহণকাৰী আপোনালোকৰ দ্বাৰা ৰঙ্গমঞ্চ ৰক্ষা কৰা কৰ্ত্তব্য।" মণ্ডপ ৰক্ষাৰ ভাৰ চন্দ্ৰৰ ওপৰত, দিক্‌সমূহ ৰক্ষাৰ ভাৰ লোকপালৰ ওপৰত, চতুষ্কোণ ৰক্ষাৰ ভাৰ মৰুতসকলৰ ওপৰত, নেপথ্য গৃহ ৰক্ষাৰ ভাৰ মিত্ৰৰ ওপৰত, ভিতৰৰ শূণ্যস্থান ৰক্ষাৰ ভাৰ বৰুণৰ ওপৰত, ৰঙ্গমঞ্চ ৰক্ষাৰ ভাৰ অগ্নিৰ ওপৰত, বাদ্য ৰক্ষাৰ ভাৰ সকলো দেৱতাৰ ওপৰত, স্তম্ভ সমূহৰ ৰক্ষাৰ ভাৰ চাৰিবৰ্ণৰ ওপৰত, স্তম্ভৰ অন্তৰালৱৰ্ত্তী স্থান ৰক্ষাৰ ভাৰ আদিত্য আৰু ৰুদ্ৰসকলৰ ওপৰত, পংক্তি আৰু আসন ৰক্ষাৰ ভাৰ ভূতগণৰ ওপৰত, প্ৰকোষ্ঠ ৰক্ষাৰ ভাৰ অপ্সৰাৰ ওপৰত, চোতালবিলাক ৰক্ষাৰ ভাৰ যক্ষপত্নীসকলৰ ওপৰত, ভূমি ৰক্ষাৰ ভাৰ সমুদ্ৰ দেৱতাৰ ওপৰত, দুৱাৰ ৰক্ষাৰ ভাৰ যমৰ ওপৰত, কপাট ৰক্ষাৰ ভাৰ দুই নাগৰাজ বাসুকি আৰু অনন্তৰ ওপৰত, চৌকাঠ ৰক্ষাৰ ভাৰ যমদণ্ডৰ ওপৰত আৰু দুৱাৰৰ অগ্ৰভাগ ৰক্ষাৰ ভাৰ ত্ৰিশূলৰ ওপৰত দিয়া হ'ল ।

৮৮(খ)- ৯৩ (ক) দ্বাৰপালৌ স্থিতৌ চাস্তৌ নিয়মিতমৃত্যুৰেৱ চ ।।
পাৰ্শ্বে তু ৰঙ্গপীঠস্য মহেন্দ্ৰঃ স্থিতৱান স্বয়ম্ ।
স্থাপিতা মত্তৱাৰণ্যাঃ ৱিদ্যুদ্ দৈত্যনিষুদনী ।।
স্তংভেষু মত্তৱাৰণ্যাং স্থাপিতা পৰিপালনে ।
ভূতা যক্ষাঃ পিশাচাশ্চ গুহ্যকাশ্চ মহাবলাঃ ।
জৰ্জ্জৰে চৈৱ নিক্ষিপ্তং বজ্ৰং দৈত্যনিৰ্বহনম্ ।।
তৎপৰ্ৱসু ৱিনিক্ষিপ্তাঃ সুৰেন্দ্ৰা হ্যমিতৌজসঃ ।
শিৱঃ পৰ্ৱাস্থিতো ব্ৰহ্মা দ্বিতীয়ে শংকৰস্তথা ।
তৃতীয়ে চ স্থিতো বিষ্ণুশ্চতুৰ্থে স্কন্দ এৱ চ ।।
পঞ্চমে চ মহানাগাঃ শেষৱাসুকিতক্ষকাঃ ।

নিয়তি আৰু যম উভয়ে দুই দ্বাৰত আৰু ইন্দ্ৰ স্বয়ং ৰঙ্গমঞ্চৰ কাষত থাকিল । ৰঙ্গমঞ্চৰ পাৰ্শ্বস্থিত কক্ষত দৈত্য দলনক্ষম বিদ্যুতক স্থাপন কৰা হ'ল আৰু স্তম্ভ ৰক্ষাৰ ভাৰ দিয়া হ'ল বলৱান ভূত, পিশাচ যক্ষ আৰু গুহ্যক সকলক, জৰ্জ্জৰত (ধ্বজ) স্থাপন কৰা হ'ল দৈত্য বিনাশী বজ্ৰক আৰু ইয়াৰ পৰ্বসমূহ (গ্ৰাস্থিসমূহত)ত

স্থাপন কৰা হ'ল শ্ৰেষ্ঠ আৰু বলবান দেৱতাসকলক। শিৰঃপৰ্বত অৰ্থাৎ উৰ্দ্ধত ব্ৰহ্মা নিজে, দ্বিতীয় পৰ্বত শিৱ, তৃতীয় পৰ্বত বিষ্ণু, চতুৰ্থত কাৰ্ত্তিকেয় আৰু পঞ্চমত স্থাপিত হ'ল শেষ বাসুকি আৰু তক্ষক এই মহানাগসকল।

৯৩(খ)-৯৪। *এবং বিঘ্নবিনাশায় স্থাপিতা জৰ্জৰে সুৰাঃ ।।*
ৰঙ্গপীঠস্য মধ্যে তু স্বয়ং ব্ৰহ্মা প্ৰতিষ্ঠিতঃ ।
ইত্যৰ্থং ৰঙ্গমধ্যে তু ক্ৰিয়াতে পুষ্পমোক্ষণম ।।

এইদৰে বিঘ্নবিনাশৰ বাবে জৰ্জৰত দেৱতাসকল আৰু ৰঙ্গমঞ্চৰ মধ্যস্থানত ব্ৰহ্মা নিজে থকাৰ বাবে মঞ্চৰ পুষ্পবৃষ্টি কৰাৰ প্ৰথা চলি আছে।

৯৫। পাতলৱাসিনো যে চ যক্ষগুহ্যক পন্নগাঃ ।
অধস্তাদ্ৰঙ্গপীঠস্য ৰক্ষণে তে নিয়োজিতাঃ ।।

যক্ষ, গুহ্যক আৰু পন্নগ প্ৰভৃতি পাতালবাসীসকলক ৰঙ্গমঞ্চৰ তলভাগ ৰক্ষাৰ বাবে নিযুক্ত কৰা হ'ল।

৯৬। নায়কং ৰক্ষতীন্দ্ৰস্তু নায়িকাং তু সৰস্বতী ।
ৱিদূষকমথোংকাৰঃ শেষাস্তু প্ৰকৃতীৰ্হৰঃ ।।

নায়কক (অভিনেতা) ইন্দ্ৰই নায়িকাক সৰস্বতীয়ে,বিদূষক ওঁকাৰে আৰু বাকী বিভিন্ন ভূমিকাৰ অভিনেতাক শিৱই ৰক্ষা কৰাৰ দায়িত্ব ললে।

৯৭। যন্যেতানি নিযুক্তানি দৈৱতানীহ ৰক্ষণে ।
এতান্যেৱাধিদেৱানি ভৱিষ্যন্তীত্যুৱাচ সঃ ।।

যিসকল দেৱতাক ইয়াত ৰক্ষা কাৰ্য্যৰ বাবে নিযুক্ত কৰা হ'ল, সেই সকলেই এই মঞ্চৰ 'অধিদেৱতা' হ'ব বুলি তেওঁ কলে।

৯৮-৯৯। এতস্মিন্নন্তৰে দেৱৈঃ সৰ্ব্বৈৰুক্তঃ পিতামহঃ ।
সাম্না তাৱদিমে ৱিঘ্না স্থাপ্যন্তাং ৱচসা ত্বয়া ।
পূৰ্ব্বং সাম প্ৰযোক্তব্যং দ্বিতীয়ং দানমেৱ চ ।
তয়োৰুপৰি ভেদস্তু ততে দণ্ডঃ প্ৰযুজ্যতে ।।

ইয়াৰ পিছত সকলো দেৱতাই ব্ৰহ্মাক কলে, "আপুনি "সাম" বাক্যৰ দ্বাৰা বিঘ্নশান্তিৰ ব্যৱস্থা কৰক। কাৰণ, প্ৰথমে সাম প্ৰযোজ্য, দ্বিতীয়ত দান প্ৰযোজ্য। ইয়াৰ পিছত (প্ৰয়োজন হলে) ভেদ আৰু শেষত দণ্ড প্ৰযোজ্য।"

১০০। দেৱানাং ৱচনং শ্ৰুত্বা ব্ৰহ্মা ৱচনমব্ৰৱীৎ ।
কস্মাদ্ভৱন্তো নাট্যস্য ৱিনাশায় সমুত্থিতাঃ ।।

দেৱতাৰ কথা শুনি ব্ৰহ্মাই কলে, 'আপোনাসকলে কিয় এনেদৰে নাট্যৰ বিনাশ ঘটাবলৈ উদ্যত হৈছে ?'

১০১-১০৩। ব্ৰহ্মনো বচনং শ্ৰুত্বা ৱিৰূপাক্ষোব্ৰৱীদ্বচঃ।
দৈত্যৈৰ্ৱিঘ্নগণৈঃ সাৰ্ধং সামপূৰ্ৱমিদং ততঃ ॥
যোহয়ং ভগৱতা সৃষ্টো নাট্যৱেদঃ সুৰেচ্ছয়া।
প্ৰত্যাদেশোহয়মস্মাকং সুৰাৰ্থং ভৱতা কৃতঃ ॥
তন্নৈতদেৱং কৰ্ত্তব্যং ত্বয়া লোক পিতামহ।
যথাদেৱাস্তথা দৈত্যাস্তত্তঃ সৰ্ৱে ৱিনিৰ্গতাঃ ॥

ব্ৰহ্মাৰ কথা শুনি, দৈত্য আৰু বিঘ্নসমূহৰ সঙ্গী বিৰূপাক্ষই এই সাম বাক্যটি ক'লে, 'হে ব্ৰহ্মণ, আপুনি যদি দেৱতাৰ কথা শুনি কেৱল মাত্ৰ দেৱতাৰ বাবেহে নাট্যশাস্ত্ৰ প্ৰণয়ন কৰিছে তেন্তে আমাক লাজ দিয়া হৈছে। হে ত্ৰিজগতৰ পতি, দেৱগণ যেনেকৈ আপোনাৰ দ্বাৰা সৃষ্ট, দৈত্যগণো আপোনাৰ সৃষ্টি গতিকে, তেনে পক্ষপাতী কাম আপুনি নকৰে যেন।

১০৪। ৱিৰূপাক্ষৱচঃ শ্ৰুত্বা ব্ৰহ্মা ৱচনমব্ৰবীৎ।
অলং ৱো মন্যুনা দৈত্যা ৱিষাদং ত্যজতান যাঃ ॥

বিৰূপাক্ষৰ কথা শুনি ব্ৰহ্মাই কলে, 'হে নিষ্পাপ দৈত্যসকল তোমালোকৰ ক্ৰোধৰ প্ৰয়োজন নাই, তোমালোকে বিষাদ ভাৱ পৰিত্যাগ কৰা।'

১০৫-১০৭। ভৱতাং দৈৱতানাং চ শুভাশুভৱিকল্পকঃ।
কৰ্মভাৱান্বয়াপেক্ষো নাট্যৱেদো ময়াকৃতঃ ॥
নৈকান্ততোহত্ৰ ভৱতাং দেৱানাং চাত্ৰ ভাৱনম্ ॥
ত্ৰৈলোক্যস্যাস্য সৰ্ৱস্য নাট্যং ভাৱানুকীৰ্তনম্ ॥
ক্বচিদ্ধৰ্মঃ ক্বচিৎক্ৰীড়া ক্বচিদৰ্থঃ ক্বচিচ্ছমঃ।
ক্বচিদ্ধাস্যং ক্বচিদ্ যুদ্ধং ক্বচিৎকামঃ ক্বচিদ্বধঃ ॥

তোমালোকৰ আৰু দেৱতাসকলৰ শুভাশুভযুক্ত, কৰ্ম, তাৰ আৰু বংশানুসৰি মই এই নাট্যশাস্ত্ৰ ৰচনা কৰিছে। ইয়াত কেৱল দেৱতা বা দৈত্যৰ ৰূপ আৰোপ কৰা হোৱা নাই। এই নাট্যশাস্ত্ৰ ত্ৰৈলোক্যৰ সকলোজনৰে ভাৱৰ অভিনয়হে। এই অভিনয়ত কেতিয়াবা ধৰ্ম, কেতিয়াবা খেল-ধেমালি, কেতিয়াবা অৰ্থ, কেতিয়াবা শান্তি, কেতিয়াবা হাঁহি, কেতিয়াবা যুদ্ধ, কেতিয়াবা কাম, (ভোগ) আৰু কেতিয়াবা হত্যাৰ অভিনয়ো দেখা যাব।

১০৮-১০৯। ধৰ্মোহধৰ্মপ্ৰবৃত্তানাং কামঃ কামোপসেৱিনাম।
নিগ্ৰহো দুৰ্ৱিনীতানাং বিনীতানাং দমক্ৰিয়া ॥
ক্লীবানাং ধাৰ্ষ্ট্যকৰণমুৎসাহঃ শূৰমানিনাম্।
অবুধানাং ৱিবোধশ্চ ৱৈদুষ্যং ৱিদুষামপি ॥

এই নাট্যশাস্ত্রত অধৰ্ম্মত প্ৰবৃত্ত হোৱাজনক ধৰ্ম, কামাসক্তজনক কাম, উদ্ধতজনক শাসন, দুৰ্বিনীতজনক সংযম, নিস্তেজজনক সাহস, বীৰ আৰু মানীজনক উৎসাহ মূৰ্খজনক জ্ঞান আৰু পণ্ডিতজনক প্ৰজ্ঞা (দিয়া হৈছে ।)

১১০।	ঈশ্বৰাণাং বিলাসশ্চ স্থৈৰ্য্যং দুখার্দিতস্য চ ।
অৰ্থোপজীৱিনোমাৰ্থো ধৃতিকদ্বিগ্নচেতসাম্ ।।

ইয়াত ঈশ্বৰ সম্পদযুক্তজনক বিলাস (ভোগ) দুখাৰ্ত্তক স্থৈৰ্য্য, মনৰ স্থিৰতা অৰ্থোপজীৱিজনক অৰ্থ আৰু উদ্বিগ্নমনক ধৈৰ্য্য সম্বন্ধে উপদেশ দিয়া আছে।

১১১-১১২।	নানাভাৱোপসংপন্নং নানাবস্থান্তৰাত্মকম্ ।
লোকবৃত্তানুকৰণং নাট্যমেতন্ময়া কৃতম ।।
উত্তমাধমমধ্যানাং নৰাণাং কৰ্মসংশ্ৰয়ম্ ।
হিতোপদেশজননং ধৃতিক্ৰীড়াসুখাদিকৃৎ ।।

বিবিধভাৱযুক্ত, নানা অৱস্থাৰ আৰু মানুহৰ কৰ্মৰ অনুকৰণাত্মক, উত্তম মধ্যম আৰু অধমলোকৰ কৰ্মাশ্ৰিত, মঙ্গলজনক, উপদেশযুক্ত ধৈৰ্য্য, ক্ৰীড়া আৰু সুখকৰ নাট্যশাস্ত্ৰ এখনৰহে সৃষ্টি কৰা হৈছে ।

১১৩ ।	এতদ্ৰসেষু ভাৱেষু সৰ্ব্বকৰ্মক্ৰিয়াসু চ ।
সৰ্বোপদেশজননং নাট্যমেতদ্ভৱিষ্যতি ।।

এই সকলো ভাৱ, সকলো ৰস, সকলো কামতে সকলোৰে বাবেই এই নাট্যশাস্ত্ৰখন উপদেশজনক হ'ব ।

১১৪-১১৫ ।	দুঃখাৰ্তানাং শ্ৰমাৰ্তানাং শোকাৰ্তানাং তপস্বিনাম্ ।
বিশ্ৰামজননং লোকে নাট্যমেতদ্ভৱিষ্যতি ।।
ধৰ্ম্যং যশস্যমায়ুষ্যং হিতং বুদ্ধিবিবৰ্ধনম ।
লোকোপদেশজননং নাট্যমেতদ্ভৱিষ্যতি ।।

এই নাটশাস্ত্ৰ সংসাৰৰ দুখ শোকাভিভূতসকলৰ শ্ৰমকাতৰ সকলৰ আৰু দৰিদ্ৰসকলৰ জিৰণিৰ থল হব আৰু ধৰ্মসম্মত যশোবৰ্দ্ধক, আয়ুবৰ্দ্ধক, সুবুদ্ধিবৰ্দ্ধক, আৰু মানৱৰ আদৰ্শস্বৰূপ হব ।

১১৬।	ন তজ্জ্ঞানং ন তাচ্ছিল্পং ন সা বিদ্যা ন সা কলা ।
ন স যোগো ন তৎকৰ্ম নাট্যোহস্মিন, যন্ন দৃশ্যতে ।।

এনে কোনো জ্ঞান, শিল্প, বিদ্যা,কলা, যোগ বা কৰ্ম্ম নোলাব যিটো নাট্যশাস্ত্ৰত পোৱা নাযাব ।

১১৭-১১৮। সৰ্বশাস্ত্ৰানি শিল্পানি কৰ্মানি বিৱিধানি চ।
অস্মিন্নাট্যে সমেতানি তস্মাদেতন্ময়া কৃতম্ ।।
তন্নাত্ৰমন্যুঃ কৰ্ত্তব্যো ভৱদ্ভিৰমৰাণ প্ৰতি।
সপ্তদ্বীপানুকৰণং নাট্যেহস্মিন, প্ৰতিষ্ঠিতম্ ।।

সকলো শাস্ত্ৰ বিবিধ শিল্প আৰু বিবিধ কৰ্ম মিলন কৰি এই নাট্যশাস্ত্ৰ মই প্ৰণয়ন কৰিছো। গতিকে দেৱতাৰ প্ৰতি আপোনালোকে ক্ৰোধ নকৰিব, সপ্তদ্বীপা পৃথিবীৰ অনুকৰণ এই নাট্যশাস্ত্ৰই বহন কৰিছে।

১১৯-১২০(ক) ৱেদৱিদ্যেতিহাসানামাখ্যানপৰিকল্পনম্।
শ্ৰুতিস্মৃতিসদাচাৰপৰিশেষাৰ্থকল্পনম্ ।।
ৱিনোদজননং লোকেনাট্যেময়েতদ্ ভবিষ্যতি।

বেদবিদ্যা, ইতিহাস, আখ্যান, শ্ৰুতি, স্মৃতি, সদাচাৰ আৰু অৱশিষ্ট বিষয়ৰ সংগ্ৰহত প্ৰণয়ন কৰা এই নাট্যশাস্ত্ৰ সংসাৰৰ সকলোৰে বাবে আনন্দদায়ক হব।

১২০(খ)-১২২(ক)। দেৱতানামাসুৰাণাং ৰাজ্ঞামথ কুটুম্বিনাম্।
কৃতানুকৰণং লোকে নাট্যমিত্যভিধীয়তে ।।
যোহয়ং স্বভাৱো লোকস্য সুখদুঃখসমন্বিতঃ।
যোহঙ্গাদ্যভিনয়োপেতঃ নাট্যমিত্যভিধীয়তে ।।

দেৱতা, অসুৰ, ৰজা আৰু গৃহস্থসকলৰ কৰ্মৰ অনুকৰণকে নাট্য বুলি অভিহিত কৰা হৈছে। মানুহৰ সুখ-দুখযুক্ত যি অৱস্থা (স্বভাৱ) তাকে আঙ্গিক আদি অভিনয়ৰ সৈতে যুক্ত কৰিলে নাট্য বোলা হয়।

১২২(খ)-১২৪। এতস্মিন্নন্তৰে দেৱান্ সৰ্বানাহ পিতামহঃ ।।
কুৰুধ্বমত্ৰ ৱিধিৱদ যজনং নাট্যমণ্ডপে।
বলিপ্ৰদানৈৰ্হোমৈশ্চ মন্ত্ৰৌষধিসমন্বিতৈঃ ।।
ভোজ্যৈৰ্ভক্ষ্যৈশ্চ পানৈশ্চ বলিঃ সমুপকল্প্যতাম্।
মৰ্ত্যলোকগতাঃ সৰ্ৱে শুভাং পূজামৱাপ্স্যস ।।

ইয়াৰ পিছত ব্ৰহ্মাই সকলো দেৱতাকে কলে—"আপোনালোকে এতিয়া এই নাট মণ্ডপত যথাবিধি যজ্ঞ আৰম্ভ কৰক। বলিদান, হোম, মন্ত্ৰী ঔষধি জপ, ভোজ্য আৰু পানীয় দ্ৰব্যৰে উপাচাৰ প্ৰস্তুত কৰক। মৰ্ত্ত্যলোকতো আপোনালোক সকলোৱে শুভপূজা লাভ কৰিব।

১২৫-১২৬। অপূজয়িত্বা ৰঙ্গ তু নৈৱ প্ৰেক্ষাং প্ৰৱৰ্ত্তয়েৎ।
অপূজয়িত্বা ৰঙ্গ তু যঃ প্ৰেক্ষাং কল্পয়িষ্যতি ।।

তস্য তন্নিষ্ফলং জ্ঞানং তির্যগেযোনিং চ যাস্যতি ।
যজ্ঞেন সংমিতং হ্যেতৎ ৰঙ্গদৈৱতপূজনম্।।

মঞ্চপূজা নকৰাকৈ নাট্যানুষ্ঠান আৰম্ভ কৰা উচিত নহয় । যি জনে মঞ্চৰ পূজা নকৰাকৈ নাট্যানুষ্ঠান কৰে তেওঁৰ জ্ঞান নিষ্ফল হয় আৰু নীচশ্ৰেণীৰ প্ৰাণী হৈ জন্মগ্ৰহণ কৰে । মঞ্চৰ দেৱপূজা যজ্ঞতুল্য ।

১২৭-১২৮ । নৰ্ত্তকোহৰ্থপতিৰ্ব্বাপি যঃ পূজাং ন কৰিষ্যতি ।
ন কাৰয়িষ্যত্যন্যৈৰ্ব্বা প্ৰাপ্নোত্যপচয়ং তু সঃ ।।
যথাবিধি যথাদৃষ্টং যস্তু পূজাংকৰিষ্যতি ।
স লপ্স্যতে শুভানৰ্থান্ স্বৰ্গলোকং চ যাস্যতি ।।

নৰ্ত্তকেই হওঁ। বা পৃষ্ঠপোষক অৰ্থপতিয়েই হওক, যিজনে এই পূজা নকৰে বা নকৰায় তেওঁ শেষত ক্ষতিগ্ৰস্ত হয় । বিধি অনুসৰি আৰু সামাজিক নিয়মানুযায়ী যি এই পূজা কৰি নাট্যানুষ্ঠান কৰে সেইজনৰ মঙ্গলসমূহ লাভ হয় আৰু সেইজনে স্বৰ্গ লাভ কৰে ।

১২৯ । এৱমুক্ত্বা তু ভগৱান্ দ্ৰুহিনঃ সহ দৈৱতৈঃ ।
ৰঙ্গপূজাং কুৰুষ্বেতি মামেৱং সমযোজয়ৎ ।

এই বুলি কৈ দেৱতাসকলোৰে সৈতে বিৰাজমান ভগবান ব্ৰহ্মাই 'তুমি ৰঙ্গমঞ্চ পূজা কৰাঁ' বুলি এইদৰে মোক নিযুক্ত কৰিলে ।

-***-

# দ্বিতীয় অধ্যায়

১–২। ভৰতস্য ৱচঃ শ্ৰুত্বা প্ৰত্যুচুৰ্মুনয়স্ততঃ ।
ভগৱন্ শ্ৰোতুমিচ্ছামো যজনং ৰঙ্গসংশ্ৰয়ম ।।
অথৱা যাঃ ক্ৰিয়াস্তত্ৰ লক্ষণং যচ্চ পূজনম্ ।।
ভৱিষ্যদ্ভিৰ্নৰৈঃ কাৰ্য্যং কথং তন্নাট্যৱেশ্মনি ।।

ভৰতৰ কথা শুনি মুনিসকলে কলে, হে ভগবান আমি আপোনাৰ পৰা ৰঙ্গমঞ্চৰ পূজা সম্বন্ধে সবিশেষ জানিব খুজিছো । এই ক্ষেত্ৰত কৰিবলগীয়া সকলো কৰ্মৰ কথা আৰু লক্ষণ বিবৰি কওক আৰু নাটঘৰত ভৱিষ্যতে মনুষ্যসকলে কি দৰে ৰঙ্গমঞ্চৰ পূজা কৰিব তাকো কওক ।

৩। ইহাদিৰ্নাট্যযোগস্য কীৰ্তিতো নাট্যমণ্ডপঃ ।
তস্মাত্তস্যৈৱ তাৱৎ ত্বং লক্ষণং ৱক্তুমৰ্হসি ।।

নাট্যানুষ্ঠানৰ আদি হ'ল ৰঙ্গমঞ্চ, গতিকে প্ৰথমে মঞ্চৰ লক্ষণ সম্বন্ধে আপোনাৰ পৰা জনা উচিত ।

৪। তেষাং তু ৱচনং শ্ৰুত্বা মুনীনাং ভৰতোহব্ৰবীৎ ।
লক্ষণং পূজনং চৈৱ শ্ৰূয়তাং নাট্যৱেশ্মনঃ ।।

মুনিসকলৰ কথা শুনি ভৰতে কলে নাটঘৰৰ পূজা আৰু লক্ষণ সম্বন্ধে কওঁ শুনক ।

৫। দিব্যানাং মানসী সৃষ্টিৰ্গৃহেষূপৱনেষু চ ।
নৰানাং যত্নতঃ কাৰ্য্যা লক্ষণাভিহিতাঃ ক্ৰিয়াঃ ।।

দেৱতাসকলৰ মানসী সৃষ্টি (মনৰ বিকাশ) ঘৰ আৰু উপবনত হয় । মানুহৰ যত্নত শাস্ত্ৰোক্ত লক্ষণযুক্ত কৰ্ম সম্পাদিত হয় ।

৬। শ্ৰূয়তাং তদ্যথা যত্ৰ কৰ্তব্যো নাট্যমণ্ডপঃ ।
তস্য ৱাস্তু চ পূজা চ যথা যোজ্যা প্ৰযত্নতঃ ।।

গতিকে, নাটঘৰ কেনেদৰে ক'ত কৰা উচিত আৰু তাৰবাবে বাস্তু (ঘৰবাৰী), পূজা কেনেকৈ কৰিব লাগে সেই বিষয়ে কওঁ শুনক ।

৭-৮(ক)। ইহপ্ৰেক্ষাগৃহাণাং তু ধীমতা বিশ্বকৰ্মনা ।
ত্ৰিবিধঃ সন্নিৱেশশ্চ শাস্ত্ৰতঃ পৰিকল্পিতঃ ।।
বিকৃষ্টশ্চতুৰস্ৰশ্চ ত্ৰ্যস্ৰশ্চৈৱ হি মণ্ডপঃ ।

এই বিষয়ে বুদ্ধিমান বিশ্বকৰ্মাই শাস্ত্ৰবিধিমতে, ৩ বিধ ৰঙ্গমঞ্চৰ পৰিকল্পনা কৰিছে। যেনে বিকৃষ্ট (বৃহৎ আকাৰৰ) চতুৰস্ৰ (চতুষ্কোণ) আৰু ত্ৰ্যস্ৰ (তিনিকোণীয়া)।

৮(খ)-১০। তেষাং ত্ৰীণি প্ৰমাণানি জ্যেষ্ঠং মধ্যং তথাহৱৰম্ ।
প্ৰমাণমেষাং নিৰ্দিষ্টং হস্তদণ্ডসমাশ্ৰয়ম্ ।।
শতং চাষ্টৌ চতুঃষাষ্ঠিৰ্দ্বাত্ৰিংশচ্চেতি নিশ্চিতঃ ।।
অষ্টাধিকংশতং জ্যেষ্ঠং চতুঃষষ্ঠিস্তু মধ্যমম্ ।
কণীয়স্তু তথা বেশ্মহস্তা দ্বাত্ৰিংশদিষ্যতে ।।

মঞ্চসমূহ জোখ অনুসাৰে তিনিবিধ, জ্যেষ্ঠ, মধ্যম আৰু অৱৰ। হাতৰ আৰু দণ্ডৰ জোখেৰে ইহঁতৰ জোখ এনেদৰে স্থিৰ কৰি দিয়া আছে। সেই জোখকেইটা ক্ৰমে ১০৮, ৬৪ আৰু ৩২ হাত। অৰ্থাৎ ১০৮ জ্যেষ্ঠ, ৬৪ মধ্যম আৰু ৩২ হ'ল কনিষ্ঠ মঞ্চৰ জোখ।

১১। দেৱানাং ভৱনং জ্যেষ্ঠং নৃপানাং মধ্যমং ভবেৎ ।
শেষানাং প্ৰকৃতীনাং তু কণীয়ঃ সংৱিধীয়তে ।।

জ্যেষ্ঠ হ'ল দেৱতাৰ ৰঙ্গমঞ্চ, মধ্যম ৰজাৰ মঞ্চ আৰু বাকী সাধাৰণ মানুহৰ বাবে কনিষ্ঠ ৰঙ্গমঞ্চৰ বিধান কৰা হৈছে।

১২-১৬। প্ৰমাণং যচ্চ নিৰ্দিষ্টং লক্ষণং বিশ্বকৰ্মনা ।
প্ৰেক্ষাগৃহাণাং সৰ্বেষাং তচ্চৈৱ হি নিবোধত ।।
অনুৰজশ্চ বালশ্চ লিক্ষা যূকা যৱস্তথা ।
অঙ্গুলং চৈৱ হস্তশ্চ দণ্ডশ্চৈৱ প্ৰকীৰ্তিতঃ ।।
অণৱোহষ্টৌ ৰজঃ প্ৰোক্তং তান্যষ্টৌবালউচ্যতে ।
বালাস্ত্বষ্টৌ ভৱেল্লিক্ষা যূকা লিক্ষাষ্টকং ভৱেৎ ।।
যূকাস্ত্বষ্টৌ যৱো জ্ঞেয়ঃ যৱাস্ত্বষ্টৌ তথাঙ্গুলম ।
অঙ্গুলানি তথা হস্তশ্চতুৰ্বিংশতিবুচ্যতে ।।
চতুৰ্হস্তো ভৱেদ্দণ্ডো নিৰ্দিষ্টস্তু প্ৰমাণতঃ ।
অনেনৈৱ প্ৰমাণেন ৱক্ষ্যামেষাং ৱিনিৰ্ণয়ম্ ।।

সকলো শ্ৰেণীৰ ৰঙ্গমঞ্চৰ বাবে নিৰ্দ্ধাৰিত পৰিমাপ আৰু লক্ষণ বিশ্বকৰ্মাই যেনেদৰে কৰিছে, সেই বিষয়ে শুনা। এই পৰিমাপৰ (একক) অনু, ৰজ, কাল, লিক্ষা, যূকা, যৱ, অঙ্গুল, হস্ত, আৰু দণ্ড নামে কথিত হয়।

৮ অণু = ১ বজঃ।
৮ বজঃ = ১ কাল।
৮ কাল = ১ লিক্ষা।
৮ লিক্ষা = ১ যূকা।
৮ যূকা = ১ যৱ।
৮ যৱ = ১ অঙ্গুল।
২৪ অঙ্গুলু = ১ হাত।
৪ হাত = ১ দণ্ড।

এই পৰিমাণ অনুসৰি আমি এই ৰঙ্গমঞ্চৰ বৰ্ণনা কৰিম।

১৭। চতুঃষষ্ঠি কৰাণ্ কুৰ্য্যাদ দীৰ্ঘত্বেন তু মণ্ডপম্।
দ্বাত্রিংশতং চ ৱিস্তাৰং মৰ্ত্ত্যানাং যোজয়েদিহ॥

মৰ্ত্ত্যবাসীৰ মঞ্চ হ'ব দীঘলে ৬৪ হাত আৰু প্ৰস্থই ৩২ হাত।

১৮–১৯। অত উৰ্দ্ধং ন কৰ্ত্তব্যঃ কৰ্ত্তৃভিৰ্নাট্যমণ্ডপঃ।
যস্মাদৱ্যক্তভাৱং হি তত্র নাট্যং ৱ্ৰজেদিতি॥
মণ্ডপে ৱিপ্ৰকৃষ্টে তু পাঠ্যমুচ্চৰিতস্বৰম্।
অনিঃসৰণধৰ্ম্মত্বাদ্ ৱিস্বৰত্বং ভৃশং ৱ্ৰজেৎ॥

ওপৰৰ বিৱৰণতকৈ ডাঙৰ মঞ্চ নিৰ্মাণ কৰা উচিত নহয়। কাৰণ অতি বৃহদাকাৰৰ মঞ্চত, অভিনীত নাটক যথাযথভাৱে প্ৰকাশ পোৱা অসম্ভৱ। বৃহদাকাৰ মঞ্চত উচ্চাৰিত হোৱা বা আবৃত্তি কৰা কথাবোৰ নিয়মিতভাৱে বিয়পি নপৰাৰ ফলত সেইবিলাক এক বিকৃত স্বৰত পৰিণত হ'ব পাৰে।

২০–২১। যশ্চাপ্যাস্যগতো ৰাগো ভাৱসৃষ্টিৰসাশ্ৰয়ঃ।
সৱেশ্মনঃ প্ৰকৃষ্টত্বাদ্ ৱ্ৰজেদৱ্যক্ততাঃ পৰাম্॥
প্ৰেক্ষাগৃহাণাং সৰ্ৱেষাং তস্মান্মধ্যমমিষ্যতে।
যস্মাৎ পাঠ্যং চ গেয়ং চ সুখং শ্ৰৱ্যতৰং ভৱেৎ॥

তাৰ আৰু ৰঙ্গ অনুসাৰে অভিনেতাসকলৰ যি আবেগ ফুটি ওলাব লাগে সি মঞ্চৰ আকাৰ বৃহৎ হোৱাৰ ফলত অস্পষ্ট হৈ পৰে। সেইবাবে মঞ্চটো মধ্যমাকাৰ হোৱা ভাল। তেতিয়া সেই মঞ্চত কৰা আবৃত্তি আৰু গীতৰাগ, সকলো শুনাত সহজ আৰু শ্ৰুতিমধুৰ হয়।

২২–২৩। দেৱানাং মানসী সৃষ্টিৰ্গৃহেষূপৱনেষু চ।
যত্নভাৱাদ্ ৱিনিষ্পন্নঃ সৰ্ৱে ভাৱা হি মানুষাঃ॥
তস্মাদ্দেৱকৃতৈৰ্ভাৱৈৰ্ণ ৱিস্পৰ্দ্ধেত মানুষঃ।
মানুষস্য তু গেহস্য সংপ্ৰৱক্ষ্যামি লক্ষণম্।

ঘৰত বা উপবনত কৰা অভিনয় দেৱতাৰ মানসিক সৃষ্টি মানবীয় ভাৱবিলাক, যন্ত্ৰৰ বলেৰে নিষ্পন্ন হয়. গতিকে দেৱসৃষ্টি ভাৱৰ সৈতে প্ৰতিদ্বন্দ্বিতা কৰাটো মানুহৰ বাবে উচিত কাম নহয় । আমি এতিয়া মানুহৰ উপযোগী মঞ্চৰ লক্ষণ বৰ্ণনা কৰিম ।

২৪। ভূমেৰ্বিভাগং পূৰ্বং তু পৰীক্ষেত ৱিচক্ষণঃ ।
তত্তো ৱাস্তু প্ৰমাণং চ প্ৰাৰভেত শুভেচ্ছয়া ।।

নিপুণ মঞ্চ নিৰ্মাতাজনে প্ৰথমে এডোখৰ ঠাই পৰীক্ষা কৰি বাছি লৈ শুভ সঙ্কল্প কৰি, নিৰ্মাণযোগ্য ঠাইডোখৰ জুখি লব ।

২৫। সমা স্থিৰা কঠিনা কৃষ্ণা গৌৰী চ যা ভৱেৎ ।
ভূমিস্তত্ৰ তু কৰ্ত্তব্যঃ কৰ্ত্তৃৰ্ভিৰ্নাট্যমণ্ডপঃ ।।

সমতল, স্থিৰ, দৃঢ়, কৃষ্ণবৰ্ণ, বা গৌৰ বৰ্ণৰ মাটিত মঞ্চ নিৰ্মাণ কৰিব লাগে ।

২৬। প্ৰথমং শোঠনং কৃত্বা লাঙ্গলেন সমুৎকৃষেৎ ।
অস্থিকীল কপালানি তৃণগুল্মাংশ্চ শোঠয়েৎ ।।

ঠাইডোখৰ পৰিস্কাৰ কৰি নাঙ্গলেৰে চহাব লাগে আৰু তাত থকা হাত, জোং, লাওখোলা, আৰু ঘাঁহ-বন বিলাক গুচাই লব ।

২৭[ক]। শোঠয়িত্বা ৱসুমতীং প্ৰমাণং নিৰ্দ্দিশেত্ততঃ ।

ভেটিটো পৰিষ্কাৰ কৰিহে জোখমাপ আদি কৰিব লাগে ।

২৭(খ)—২৮। পুষ্যনক্ষত্ৰযোগে তু শুক্লসূত্ৰং প্ৰসাৰয়েৎ ।
কাৰ্পাসং বাল্বজং চাপি বাল্কলং মৌঞ্জমেৱ চ ।
সূত্ৰং বুধৈস্তু কৰ্ত্তব্যং যস্যচ্ছেদো ন ৱিদ্যতে ।।

পুষ্যানক্ষত্ৰ যোগত বগা সূতা এডাল মেলি ধৰিব লাগে, সেই সূতাডাল তুলা, কপাহ, বাল্বজ(ঘাঁহ) মঞ্জ(তৃণজাতীয়) ঘাঁহ বা গছৰ বাকলিৰ পৰা প্ৰস্তুত কৰি লব, যাতে সূতাডাল সহজে নিছিগে ।

২৯—৩১। অৰ্দ্ধাচ্ছিন্নে ভৱেৎ সূত্ৰে স্বামিনো মৰণং ধ্ৰুৱম্ ।
ত্ৰিভাগচ্ছিন্নয়া ৰজ্জা ৱাষ্ট্ৰকোপো ৱিধীয়তে ।।
ছিন্নায়াং তু চতুৰ্ভাগে প্ৰয়োক্তুৰ্নাশ উচ্যতে ।
হস্তপ্ৰভ্ৰষ্টয়া ৱাপি কশ্চিত্ত্বপচায়া ভৱেৎ ।।
তস্মান্নিত্যং প্ৰযত্নেন ৰজ্জু গ্ৰহণমিষ্যতে ।
কাৰ্য্যং চৈৱ প্ৰযত্নেন মানং নাট্যগৃহস্য তু ।।

সূতাডালৰ আধাভাগ ছিগিলে স্বামীৰ (প্ৰেক্ষাগতিৰ) মৰণ নিশ্চিত । তিনিভাগৰ এভাগ ছিগিলে ৰাষ্ট্ৰৰ (ৰাজ্যৰ প্ৰজাৰ) অমঙ্গল হয় । চাৰিভাগৰ এভাগ ছিগিলে প্ৰযোক্তাৰ (নাট্যাচাৰ্যৰ) বিনাশ হয় । হাতৰ পৰা সূতাডাল পৰিলেও অপচয় হয় । গতিকে সূতাডাল অতি সাৱধানে ধাৰণ কৰিব লাগে । নাট্যশালাৰ পৰিমাপ সেইবাবে অতি যত্নেৰে কৰা উচিত ।

৩২–৩৩(ক)। মুহূৰ্তেনানুকূলেন তিথ্যা সুকৰণে চ ।
ব্ৰাহ্মণাংস্তৰ্পয়িত্বা তু পুণ্যাহং ৱাচয়েত্ততঃ ।।
শান্তিতোয়ং ততো দত্বা ততঃ সূত্ৰং প্ৰসাৰয়েৎ ।

জ্যোতিষজ্ঞ ব্ৰাহ্মণক সন্তৰ্পন কৰি সন্মান জনাই শুভ তিথি আৰু ক্ষণ, দিন সকলো তেখেতৰ পৰা লব লাগে । তাৰপিছত সূতাডালত শান্তিপানী ছটিয়াই লৈ মেলি ধৰিব লাগে ।

৩৩(খ)–৩৫(ক)। চতুঃষষ্টিকৰান্ কৃত্বা দ্বিধা কুৰ্যাৎ পুনশ্চ তান্ ।
পৃষ্ঠতো যো ভবেদ্ভাগো দ্বিধাভূতস্য তস্য তু ।।
সমমৰ্ধৱিভাগেন ৰঙ্গশীৰ্ষং প্ৰকল্পয়েৎ ।।
পশ্চিমেতু পুনৰ্ভাগে নেপথ্যগৃহমাদিশেৎ ।

৬৪ হাত দীঘলকৈ মাটিডোখৰ জুখি লৈ, সেই মাটি ডোখৰ সমানে দুভাগ কৰিব । পিচফালৰ ভাগটো পুনৰ সমানে দুভাগ কৰিব । সেই পিচফালৰ ভাগ এটাত ৰঙ্গশীৰ্ষ আৰু আনটো ভাগত নেপথ্যগৃহ নিৰ্মাণ কৰিব ।

৩৫(খ)–৩৭(ক)। ৱিভাজ্য ভাগান্ ৱিধিৱদ যথাৱদনুপূৰ্ৱশঃ ।
শুভে নক্ষত্ৰযোগে তু মণ্ডপস্য নিৱেশনম্ ।
শঙ্খ দুন্দুভিনিৰ্ঘোষৈ মৃদঙ্গপনৱাদিভিঃ ।।
সৰ্ৱাতোদ্যনিনাদৈশ্চ স্থাপনং কাৰ্যমেৱ চ ।

ওপৰত বৰ্ণনা কৰা মতে যথাক্ৰমে মঞ্চৰ মাটি ভাগ কৰি শুভ নক্ষত্ৰত ভেটি স্থাপন কৰিব । এই কাম শঙ্খ, দুন্দুভি, মৃদঙ্গ, পনৱ আদি সকলো বাদ্য বজাই আনুষ্ঠানিকভাৱে কৰিব ।

৩৭(খ)–৩৮(ক)। উৎসাৰ্যানি ত্বনিষ্টানি পাষণ্ডাশ্ৰমিনস্তথা ।।
কাষায়ৱসনাশ্চৈৱ ৱিকলাশ্চৈব যে নৰাঃ ।।

সেই অনুষ্ঠানৰ সময়ত সকলো অনিষ্ট দূৰ কৰি ল'ব আৰু পাষণ্ডাশ্ৰমী, গেৰুৱাবস্ত্ৰ পৰিহিত আৰু বিকলাঙ্গ লোক যাতে নেথাকে, সেই বিষয়ত সাৱধান হ'ব ।

৩৮(খ)–৩৯(ক)। নিশায়াং চ বলিঃ কাৰ্যো নানাভোজন সংযুতঃ ।
গন্ধপুষ্পফলোপেতো দিশোদশ সমাশ্ৰিতঃ ।।

ৰাতিলৈ (দশদিক্‌পালৰ উদ্দেশ্যে) দশোদিশে সুগন্ধি ফুল, ফল আৰু নানাবিধ খাদ্য (পূজাৰ উপকৰণ) দিব লাগে । (ইয়াৰ নাম বলি) ।

৩৯(খ)–৪১(ক)। পূৰ্বেণ শুক্লান্নযুতো নীলঃ স্যাদ্দক্ষিণেন চ ।।
পশ্চিমেন বলিঃ পীতো ৰক্তশ্চৈৱোত্তৰেণ তু ।
যস্যাং যচ্চাধিদৈৱং তু দিশি সংপৰিকীৰ্তিতম্ ।।
তাদৃশস্তত্ৰ দাতব্যো বলিমন্ত্ৰপুৰস্কৃতঃ ।

এই বলি পূবফালে বগা, দক্ষিণে নীলা, পশ্চিমে হালধীয়া আৰু উত্তৰে ৰঙা ৰঙৰ খাদ্যবস্তুৰে দিব লাগে । যি দিশৰ যি জন দিক্‌পাল তেওঁৰ লগত খাপ খোৱাকৈ মন্ত্ৰপাঠ কৰি বলি দিব লাগে ।

৪১(খ)–৪২(ক)। স্থাপনে ব্ৰাহ্মণভ্যশ্চ দাতব্যং ঘৃতপায়সম্ ।।
মধুপৰ্কস্তথা ৰাজ্ঞে কৰ্ত্তৃভ্যশ্চ গুড়ৌদনম্ ।।

সেই অনুষ্ঠানৰ সময়ত ব্ৰাহ্মণ, ৰজা আৰু নাট্যকলা বিশাৰদসকলক, ক্ৰমে ঘৃত-পায়স, মধুপৰ্ক আৰু গুড় মিশ্ৰিত অন্ন দান কৰিব লাগে ।

৪২(খ)–৪৩(ক)। নক্ষত্ৰেন তু কৰ্ত্তব্যং মূলেন স্থাপনং বুধৈঃ ।।
মুহূৰ্ত্তেনানুকূলেন তিথ্যা সুকৰণেন চ ।

মূলা নক্ষত্ৰ শুভতিথি, শুভ লগ্ন আৰু শুভকৰণত (দিনৰ এফেটা ভাগ) মঞ্চৰ ভেটি স্থাপন কৰিব লাগে ।

৪৩(খ)–৪৫(ক)। এবং তু স্থাপনং কৃত্বা ভিত্তিকৰ্ম প্ৰযোজয়েৎ ।
ভিত্তিকৰ্মনি নিবৃত্তে স্তম্ভানাং স্থাপনং ততঃ ।।
তিথিনক্ষত্ৰ যোগেন শুভেন কৰণেন তু ।।

ভেটি স্থাপনৰ অন্তত দেৱাল তৈয়াৰ কৰিব আৰু দেৱাল তৈয়াৰ হলে শুভ তিথি আৰু নক্ষত্ৰৰ যোগত সূৰ্যোদয়ৰ পিচত ৰঙ্গমঞ্চৰ স্তম্ভ নিৰ্মাণ কৰিব ।

৪৫(খ)–৪৬(ক)। স্তম্ভানাং স্থাপনং কাৰ্যং ৰোহিন্যা শ্ৰৱণেন ৱা ।
আচাৰ্যেন সুযুক্তেন ত্ৰিৰাত্ৰোপোষিতেন চ ।।

তিনিদিন উপবাস কৰি ৰোহিনী বা শ্ৰৱণা নক্ষত্ৰত নাট্যাচাৰ্য্যই এই স্তম্ভ নিৰ্মাণ কৰিব ।

৪৬(খ)–৫০(ক)। প্ৰথমে ব্ৰাহ্মণস্তম্ভে সৰ্পিঃ সৰ্ষপসংস্কৃতঃ ।।
সৰ্বশুক্লো বিধিঃ কাৰ্য্যো দদাৎ পায়সমেৱতু ।
ততশ্চ ক্ষত্ৰিয়স্তম্ভে ৱক্তমাল্যানুলেপনম্ ।
সৰ্বং ৰক্তং প্ৰদাতব্যং দ্বিজেভ্যশ্চ গুড়ৌদনম্ ।
বৈশ্যস্তম্ভে বিধিঃ কাৰ্য্যো দিগভাৱে পশ্চিমোত্তৰে ।।
সৰ্বং পীতং প্ৰদাতব্যং দ্বিজেভ্যশ্চ ঘৃতৌদনম্ ।।
শূদ্ৰস্তম্ভে বিধিঃ কাৰ্য্যঃ সম্যক পূৰ্বোত্তৰাশ্ৰয়ে ।
নীলপ্ৰায়ং প্ৰদাতব্যং কৃসৰং চ দ্বিজাশনম্ ।।

প্ৰথমে ব্ৰাহ্মণ স্তম্ভত ঘিউ আৰু বগা সৰিয়হেৰে সংস্কাৰ কৰি, সকলো বগা বস্তু আৰু পৰমান্ন দিব । তাৰ পিছত ক্ষত্ৰিয় স্তম্ভত ৰঙা বস্ত্ৰ, মালা, অঙ্গৰাগ, সকলো ৰঙা বস্তু দি দ্বিজ সকলক গুড় মিশ্ৰিত অন্ন দিব । বৈশ্য স্তম্ভত পশ্চিম-উত্তৰ দিশত আনুষ্ঠানিকভাৱে হালধীয়া বৰণৰ বস্তু দিব । আৰু দ্বিজসকলক ঘৃতান্ন ভোজন কৰাব । উত্তৰ-পূব দিশত, শূদ্ৰ স্তম্ভত নীলা ৰঙৰ উপকৰণ দি দ্বিজসকলক খিচুৰী খুৱাব ।

৫০(খ)–৫৩(ক)। পূৰ্বে তু ব্ৰাহ্মণস্তম্ভে শুক্লমাল্যানুলেপনে ।
নিক্ষিপেৎ কনকং মূলে কৰ্ণাভৰণসংশ্ৰয়ম্ ।।
তাম্ৰং চাধঃ প্ৰদাতব্যং স্তম্ভে ক্ষত্ৰিয়সংজ্ঞকে ।।
বৈশ্যস্তম্ভস্য মূলে তু ৰজতং সম্প্ৰদাপয়েৎ ।
শূদ্ৰস্তম্ভস্য মূলে তু দদ্যাদায়সমেৱ চ ।
সৰ্বেষ্বেৱ তু নিক্ষেপ্যং স্তম্ভমূলেষু কাঞ্চনম্ ।।

ব্ৰাহ্মণ স্তম্ভৰ মূলত বগা মালা আৰু চন্দন দি তাৰ গুৰিত কাণৰ অলংকাৰ ৰূপে অংশ এটা দিব । ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰস্তম্ভৰ মূলত যথাক্ৰমে তাম, ৰজত আৰু লোহা দিব । বাকীবোৰ খুটাৰ মূলত সোণ দিব লাগে ।

৫৩(খ)–৫৪(ক)। স্বস্তিপুণ্যাহঘোষেণ জয়শব্দেন চৈৱ হি ।।
স্তম্ভানাং স্থাপনং কাৰ্য্যং পৰ্ণমালাপুৰস্কৃতম্ ।।

স্তম্ভ স্থাপনৰ আগতে স্বস্তিপুণ্যাহ মন্ত্ৰেৰে জয় শব্দৰে খুটাবোৰ গছপাতৰ মালাৰে সজাই লব লাগে ।

৫৪(খ)–৫৭। বস্ত্ৰদানৈঃ সগোদানৈৰ্ব্ৰহ্মদানৈৰ্বৰ্ণকৈঃ ।।
ব্ৰাহ্মণাংস্তৰ্পয়িত্বা তু স্তম্ভমুত্থাপয়েত্ততঃ ।
অচলং চাপ্যকম্প্যং চ তথৈৱাচলিতং পুনঃ ।।
স্তম্ভস্যোত্থাপনে সম্যগ্দোষাহ্যেতে প্ৰকীৰ্তিতাঃ ।

অবৃষ্টিকক্তা চলনে বলনে মৃত্তিতোভয়ম্ ।।
কম্পনে পৰচক্ৰাৎ তু ভয়ং ব্ৰদতি দাৰুণম ।
দোষৈৰেতৈৰ্ব্বিহীনং তু স্তম্ভমুত্থাপয়েচ্ছিৰম্ ।

ব্ৰাহ্মণক যথেষ্ট মণিমুক্তা, বস্ত্ৰ, ধেনু আদিৰে অৰ্চ্চণা কৰি খুটাবোৰ এনেদৰে উত্তোলন কৰিব যাতে ই নলৰে, নুঘূৰে আৰু নকঁপে । স্তম্ভৰ উত্তোলন কৰোতে এনেবিলাক দোষ হ'ব পাৰে । স্তম্ভ উত্তোলন কৰোতে যদি লৰে তেন্তে অনাবৃষ্টি হয় । যদি স্তম্ভ ঘূৰে তেন্তে মৃত্যুভয় হয় আৰু যদি কঁপে তেন্তে শত্ৰুৰ পৰা দাৰুণ ভয় পোৱাৰ আশঙ্কা থাকে, গতিকে এনেবোৰ বিপদমুক্ত হৈহে খুটা পুতিব লাগে ।

৫৮–৬০(ক)। পৱিত্ৰে ব্ৰাহ্মণস্তম্ভে দাতব্যা দক্ষিণা চ গৌঃ ।
শেষাণাং স্থাপনে কাৰ্য্যং ভোজনং কৰ্তৃসংশ্ৰয়ম্ ।।
মন্ত্ৰপূতং চ তদ্দেয়ং নাট্যচাৰ্য্যেণ ধীমতা ।
পুৰোহিতং নৃপং চৈৱ ভোজয়েন মধুপায়সম্ ।।
কৰ্ত্তৃনপি তথা সৰ্ব্বান্ কৃসৰং লৱণোত্তৰম্ ।

পবিত্ৰ ব্ৰাহ্মণ স্তম্ভত দক্ষিণা হিচাপে এজনী গাইগৰু দিব আৰু অন্যান্য স্তম্ভবোৰৰ ক্ষেত্ৰত নিৰ্মাতাসকলক ভোজন কৰাব । বুদ্ধিমান নাট্যাচাৰ্য্যই মন্ত্ৰপূত খাদ্যবস্তু দিব, পুৰোহিত আৰু ৰজাক মধুপায়স ভোজন কৰাব । মঞ্চ নিৰ্মাতা সকলক লৱণ যুক্ত খিচিৰি ভোজন কৰাব ।

৬০(খ)–৬৩(ক)। সৰ্বমেৱং ৱিধিং কৃত্বা সৰ্বাতোদ্যৈঃ প্ৰৱাদিতৈঃ ।।
অভিমন্ত্ৰ্য যথান্যায়ং স্তম্ভমুত্থাপয়েচ্ছুচিঃ ।
যথাচলো গিৰিৰ্মেৰুৰ্হিমৱাংশ্চ যথাচলঃ ।।
জয়াৱহো নৰেন্দ্ৰস্য তথা ত্বমচলো ভৱ ।
স্তম্ভদ্বাৰং চ ভিত্তিং চ নেপথ্যগৃহমেৱ চ ।।
এৱমুত্থাপয়েৎ তজ্জ্ঞো ৱিধিদৃষ্টেন কৰ্মণা ।

ওপৰত কোৱা মতে সকলো নিয়ম আৰু বাদ্যসংগীতাদি কঁৰি সমন্ত্ৰক স্তম্ভ উত্তোলন কৰাটোৱেই বিধি । মন্ত্ৰৰ অৰ্থ হ'ল এই – হে স্তম্ভ । হিমালয় আৰু মেৰু পৰ্বতৰ দৰে তুমি অচল হ'বা ৰজাৰ বিজয়দাতা হ'বা । এইদৰে বিশেষজ্ঞ সকলে স্তম্ভ, দুৱাৰ, দেৱাল আৰু নেপথ্যগৃহ যথানিয়মে নিৰ্মাণ কৰা উচিত ।

৬৩(খ)–৬৫(ক)। ৰঙ্গপীঠস্য পাৰ্শ্বে তু কৰ্তব্যা মত্তৱাৰণী ।।
চতুঃস্তম্ভসমাযুক্তা ৰঙ্গপীঠ প্ৰমাণতঃ ।
অধ্যৰ্ধহস্তোৎসেধেন কৰ্তব্যা মত্তৱাৰণী ।।
উৎসেঠেন তয়োস্তুল্যং কৰ্তব্যং ৰঙ্গমণ্ডপম্ ।

ৰঙ্গমঞ্চৰ কাষে কাষে বুলনি বান্ধিব লাগে। ইয়াৰ স্তম্ভ ৪টা হ'ব আৰু ৰঙ্গমঞ্চৰ জোখতকৈ ডেৰহাত ওখ হ'ব। ৰঙ্গমণ্ডপটো ওখই সেই দুয়োটাৰ সমান হ'ব।

৬৫(খ)–৬৭। তস্যাং মাল্যং চ ধূপং চ গন্ধং বস্ত্রং তথৈব চ ॥
নানা বর্ণানি দেয়ানি তথাভূতপ্রিয়ো বলিঃ।
পায়সং অত্র দাতব্যং স্তম্ভানাং কুশলায় তু ॥
ভোজনে কৃসৰং চৈৱ দাতব্যং ব্রাহ্মণাশনম্।
এৱং বিধিপুৰস্কাৰৈঃ কর্ত্তব্যা মত্তৱাৰণী ॥

মত্তবাৰণীত মাল্য, ধূপ, সুগন্ধি বস্তু বা চন্দন, বস্ত্র আৰু বিভিন্ন ৰঙৰ ভূতবলি(খাদ্য উপকৰণ) দিব লাগে। স্তম্ভ বিলাকৰ মঙ্গল কামনাৰে, ব্রাহ্মণক পায়স আৰু খিচিৰি আদি খাদ্য দ্রব্য দিব লাগে। এই নীতি-নিয়মৰ মাজেদি মত্তবাৰণী নির্মাণ কৰিব লাগে।

৬৮। ৰঙ্গপীঠং ততঃ কার্য্যং ৱিধিদৃষ্টেন কর্মণা।
ৰঙ্গশীর্ষং তু কর্ত্তব্যং ষট্দাৰুকসমন্বিতম্ ॥

ইয়াৰ পিছত যথাবিধি কর্মৰ দ্বাৰা ৰঙ্গপীঠ নির্মাণ কৰিব লাগে। ৰঙ্গপীঠৰ শীর্ষ ৬ টুকুৰা কাঠ দি তৈয়াৰ কৰিব লাগে।

৬৯। কার্য্যং দ্বাৰদ্বয়ং চাত্র নেপথ্যগৃহকস্য তু।
পূৰণে মৃত্তিকা চাত্র কৃষ্ণা দেয় প্রযত্নতঃ ॥

নেপথ্যগৃহৰ দুৱাৰ ২ খন হ'ব। মঞ্চৰ ভেটিত বিশেষ যত্ন সহকাৰে ক'লা মাটি দিব লাগে।

৭০। লাঙ্গলেন সমুৎকৃষ্য নির্লোষ্টতৃণশর্কৰা।
লাঙ্গলে শুদ্ধৱর্ণৌ তু ধুর্যৌযোজ্যৌ প্রযত্নতঃ ॥

মঞ্চৰ স্থান হালবাই চাহ কৰি তাত থকা ঘাঁহ-বন শিলগুটিবিলাক আঁতৰাই পেলাব আৰু হালৰ গৰু দুটাও বগা বৰণীয়া লবলৈ যত্ন কৰিব।

৭১। কর্তাৰঃ পুৰুষাশ্চাত্র যেহঙ্গদোষৱিৱর্জিতাঃ।
অহীনাঙ্গৈশ্চ ৱোঢ়ব্যা মৃত্তিকা পীঠকৈর্নৰৈঃ ॥

মণ্ডপ নির্মাতা আৰু কর্মীসকল অবিকলাঙ্গ হব লাগে আৰু হীন অংগ যুক্ত লোকেৰে নতুন চাঙ্গিৰে মাটি কঢ়িয়াব লাগে।

৭২। এৱং ৱিধৈশ্চ কর্ত্তব্যং ৰঙ্গশীর্ষং প্রযত্নতঃ।
কূর্মপৃষ্ঠং ন কর্ত্তব্যং মৎস্যপৃষ্ঠং তথৈৱচ ॥

এই নিয়মে ৰঙ্গমণ্ডপ তৈয়াৰ কৰিব যাতে ভেটিটো কূৰ্মপৃষ্ঠ বা মৎস্যপৃষ্ঠৰ দৰে নহৈ সমান হয় ।

৭৩–৭৪। শুদ্ধাদৰ্শতলাকাৰং ৰঙ্গপীঠং প্ৰশস্যতে ।
ৰত্নানি চাত্ৰ দেযানি পূৰ্বং ৱজ্ৰং ৱিচক্ষণৈঃ ।
বৈদূৰ্য্যং দক্ষিণে চৈৱ স্ফটিকং পশ্চিমে তথা ।

মঞ্চৰ ভেটিটো পৰিস্কাৰ আৰ্চিখনৰ দৰে হ'ব লাগে । এই বিষয়ত পাৰ্গত লোকৰ হতুৱাই এই ভেটিত মণি-মুক্ত দিয়াব । ভেটিৰ পূব কোণত হীৰা, দক্ষিণে বৈদূৰ্য্যমণি, আৰু স্ফটিক পশ্চিমে, উত্তৰে প্ৰৱাল আৰু মধ্যস্থানত সোণ দিব লাগে ।

৭৫–৭৮। এৱং ৰঙ্গশিৰঃ কৃত্বা দাৰুকৰ্ম প্ৰৱৰ্তয়েৎ ।
উহপ্ৰত্যুহসংযুক্তং নানাশিল্পপ্ৰয়োজ্জিতম্ ।।
নানাসঞ্জৱনোপেতং বহুব্যালোপশোভিতম্ ।
ভৱেযুশ্চাত্ৰ ৱিন্যস্তা ৱিৱিধাঃ সালভঞ্জিকাঃ ।।
নিৰ্ব্যূহকুহৰোপেতং নানাগ্ৰথিতৱেদিকম্ ।
নানাৱিন্যাসসংযুক্তং চিত্ৰজালগৱাক্ষকম্ ।।
সুপীঠধাৰণীযুক্তং কপোতালীসমাকুলম্ ।
নানাকুট্টিমৱিন্যস্তৈঃ স্তম্ভৈশ্চাপ্যুপশোভিতম্ ।।

এইদৰে মঞ্চশীৰ্ষ নিৰ্মাণ কৰি কাঠৰ কাম আৰম্ভ কৰিব । এই ক্ষেত্ৰত অনুমানৰ বিপৰীতে শুদ্ধ জোখ-মাখেৰে নানান শিল্প কৰ্মৰ ঠাই ৰাখিব । আৰু খোদিত ব্যালৰ (হাতী, বাঘ, সাপ) দ্বাৰা কাঠবিলাক শোভিত কৰিব । বহুবিধ কাঠৰ মূৰ্ত্তিও তাত অঙ্কিত কৰা উচিত আৰু একাষত থাকিব লাগে নিৰ্যূহ (ফুলচতি) কুহৰ (খোপকটা) নানাৰকমে গাঁথা বেদি আৰু নানাৰকমে সজোৱা আসনৰ শাৰী । ধুনীয়া ধুনীয়া খিৰিকি জালনা আদিও হ'ব লাগিব । ৰঙ্গমঞ্চ শীৰ্ষৰ মাজত ধুনীয়া ধাৰণীযুক্ত শাৰী শাৰী খোপ থাকিব লাগে । স্তম্ভবিলাকৰ যাতে সুন্দৰভাৱে বিন্যাস কৰা হয়, সেই বিষয়ত সুদৃষ্টি ৰাখিব লাগে ।

৭৯–৮০(ক)। এৱং কাষ্ঠৱিধিং কৃত্বা ভিত্তিকৰ্ম প্ৰৱৰ্ত্তয়েৎ ।
স্তম্ভং ৱা নাগদন্তং ৱা ৱাতায়নমথাপিৱা ।।
কোনং বা সপ্ৰতিদ্বাৰং দ্বাৰৱিদ্ধং ন কাৰয়েৎ ।

এইদৰে কাঠৰ কাম কৰি দেৱালৰ কাম আৰম্ভ কৰিব । যাতে কোনো স্তম্ভ, নাগদন্ত, খিৰিকি, কোণ বা বিপৰীতফালৰ দুৱাৰৰ মুখামুখীকৈ নপৰে ।

৮০(খ)–৮২(ক)। কাৰ্য্যং শৈলগুহাকাৰো দ্বিভূমিৰ্নাট্যমণ্ডপঃ ।
মন্দৱাতায়নাপেতো নিৰ্ব্বাতো ধীৰশব্দৱাক্ ।।
তস্মান্নিৰ্বাতঃ কৰ্তব্যঃ কৰ্ত্তৃভিনাট্যমণ্ডপঃ ।।
গম্ভীৰস্বৰতাং যেন কুতপস্য ভৱিষ্যতি ।

নাট্যমণ্ডপ নিৰ্মাতাসকলে পৰ্বতৰ গুহাকৃতি, দ্বিভূমি (সম্ভৱস্থলত দুমহলীয়া) ধীৰ গতিত বায়ু চলিব পৰা খিৰিকী যুক্ত বায়ুৰ প্ৰভাৱহীন ধীৰ শব্দ যুক্ত মেণ্ডপ নিৰ্মাণ) কৰিব লাগে যাতে কুতপ (বাদ্যযন্ত্ৰৰ) শব্দ গম্ভীৰ হয় সেইমতে মঞ্চনিৰ্মাতাসকলে সচেতন হৈ কাম কৰিব ।

৮২(খ)–৮৪(ক)। ভিত্তিকৰ্মৱিধিং কৃত্বা ভিত্তিলেপং প্ৰদাপয়েৎ ।।
সুধাকৰ্ম ৱহিস্তস্য কুৰ্য্যাদ্ ৱাহ্যং প্ৰযত্নতঃ ।।
ভিত্তিষ্বথ চ লিপ্তাসু পৰিমৃষ্টাসু সৰ্বতঃ ।।
সমাসু জাতশোভাসু চিত্ৰকৰ্ম প্ৰৱৰ্ত্তয়েৎ ।

দেৱালৰ কাম শেষ হলে তাক সুন্দৰকৈ লিপি যত্নেৰে চূণ দিয়া উচিত । চূণ দি সমান আৰু মিহি কৰি তাত চিত্ৰাঙ্কন কৰি সজাব লাগে ।

৮৪(খ)–৮৫। চিত্ৰকৰ্মণি চালেখ্যাঃ পুৰুষা স্ত্ৰীজনাস্তথা ।।
লতাবন্ধাশ্চ কৰ্ত্তব্যাশ্চৰিতম্ আত্মভোগজম্ ।।

চিত্ৰাঙ্কন বিষয়ত পুৰুষপ্ৰকৃতিৰ প্ৰতিকৃতি আঁকিব লাগে, পল্লৱ আৰু নিজৰ ভোগ বিষয়ৰ ঘটনা আদিৰ চিত্ৰাঙ্কন হব লাগে ।

৮৬–৯২(ক)। অতঃ পৰং প্ৰৱক্ষ্যামি চতুৰস্ৰস্য লক্ষণম্ ।।
সমন্ততস্তু কৰ্তব্যা হস্তা দ্বাত্ৰিংশদেৱ তু ।
শুভভূমিৱিভাগস্তো নাট্যজ্ঞৈৰ্নাট্যমণ্ডপঃ ।
যো ৱিধি পূৰ্বমুক্তস্তু লক্ষণং মঙ্গলানি চ ।।
চতুৰস্ৰস্য তান্যেৱ কাৰয়েন্নাট্যৱেশ্মনঃ ।
চতুৰস্ৰং সমংকৃত্বা সূত্ৰেণ প্ৰৱিভজ্য চ ।।
ৱাহ্যতঃ সৰ্বতঃ কাৰ্য্যা ভিত্তিঃ শ্লিষ্টেষ্টকা দৃঢ়া ।
তত্ৰাভ্যন্তৰতঃ কাৰ্য্যা ৰঙ্গপীঠং যথাদিশম্ ।।
দশ প্ৰযোক্তৃভিঃ স্তম্ভাঃ শক্তা মণ্ডপধাৰণে ।
স্তম্ভানাং ৱাহ্যতশ্চাপি সোপানাকৃতিপীঠকম্ ।।
ইষ্টকাদাৰুভিঃ কাৰ্য্যং প্ৰেক্ষকাণাং নিৱেশনম্ ।
হস্তপ্ৰমাণৈৰুৎসেধৈৰ্ভূমিভাগ সমুচ্ছিতৈঃ ।।
ৰঙ্গপীঠাৱলোক্যং চ কুৰ্মাদাসনজং ৱিধিম্ ।

এতিয়া চতুৰস্ৰ ৰঙ্গমঞ্চৰ কথা কোৱা হব । পবিত্ৰভূমিত, নাট্যমঞ্চ বিশাৰদলোকে ৩২ হাত দীঘ আৰু ৩২ হাত প্ৰস্থৰ মঞ্চ নিৰ্মাণ কৰিব । পূৰ্বে যি নীতিৰে মঞ্চৰ কাম আৰম্ভ কৰিবলৈ কোৱা হৈছে, সেই নিয়মেৰে চতুৰস্ৰ মণ্ডপৰ কামো কৰিব লাগে । মাত্ৰ এই মণ্ডপ সম্পূৰ্ণ সমচতুৰ্ভুজ কৰি সূতাৰ দ্বাৰা প্ৰয়োজনীয় অংশবোৰ ভাগ কৰি লব । ইয়াৰ বাহিৰৰ দেৱালবিলাক ভাল ইটাৰে ভালকৈ গাথিব । মঞ্চৰ ভিতৰত আৰু অন্য প্ৰয়োজনীয় ঠাইত চালখন যাতে স্থিৰেৰে ৰাখিব পাৰে তাৰ বাবে দহোটা উচিত জোখৰ স্তম্ভ দিব লাগে । স্তম্ভৰ দাঁতিত দৰ্শক বহিবৰ বাবে ইটাৰ খটখটী আকৃতিৰ আসন নিৰ্মাণ কৰিব লাগে । আসনবোৰ শাৰী শাৰীকৈ সাজিব আৰু আগৰ আসনতকৈ পিচফালৰ আসনবোৰ ক্ৰমে ১ হাত ওখ হ'ব লাগে, যাতে সকলোবোৰ আসনৰ পৰা মঞ্চটো ভালকৈ দেখে ।

৯২(খ)–৯৫(ক)। ষড়ন্যান্ অন্তৰে চৈৱ পুনঃ স্তম্ভান্ যথাদিশম্ ।।
ৱিধিনা স্থপয়েওজ্ঞে দৃঢ়ান্ মণ্ডপধাৰণে ।
অষ্টোন্তম্ভান্ পুনশ্চৈৱ তেষামুপৰি কল্পয়েৎ ।।
সংস্থাপ্য চ পুনঃ পীঠমষ্টহস্তপ্ৰমাণতঃ ।
তত্ৰ স্তম্ভাঃ প্ৰদাতৱ্যাস্তজ্ঞৈৰ্মণ্ডপধাৰণে ।।
ধাৰণী ধাৰিতাস্তে চ শালস্ত্ৰীভিৰলংকৃতাঃ ।

মঞ্চৰ ভিতৰত উপযুক্ত ঠাইত ওপৰৰ চালখনৰ নিৰাপত্তাৰ বাবে আৰু ৬টা শক্তিশালী খুটা নিৰ্মাণ কৰিব লাগে । তদুপৰি ইয়াৰ দাঁতিত আৰু ৮টা খুটা দিব পাৰে । তাৰপিছত ৮ হাতৰ (সম চতুৰ্ভূজ) পীঠ নিৰ্মাণ কৰি মঞ্চৰ চালখনত লগাই আৰু খুটা দিয়া ভাল । এই খুটাবোৰ চালৰ সৈতে ভালকৈ বান্ধিব লাগে । ইয়াক শালস্ত্ৰীৰ (মূৰ্ত্তি) দ্বাৰা সজাই ৰাখিব ।

৯৫(খ)–১০০। নেপথ্যগৃহকং চৈৱ ততঃ কাৰ্য্যং প্ৰয়োক্তৃভিঃ ।।
দ্বাৰং চৈকং ভৱেত্তস্য ৰঙ্গপীঠ প্ৰৱেশনে ।
জনপ্ৰৱেশনং চৈৱমাভিমুখ্যেন কাৰয়েৎ ।।
ৰঙ্গস্যাভিমুখং কাৰ্যং দ্বিতীয়ং দ্বাৰমেৱতু ।
অষ্টহস্তং তু কৰ্তৱ্যং ৰঙ্গপীঠং প্ৰমাণতঃ ।।
চতুৰস্ৰং সমতলং ৱেদিকাসমলংকৃতম্ ।
পূৰ্বপ্ৰমাণনিৰ্দিষ্টা কৰ্তৱ্যা মত্তৱাৰণী ।।
চতুঃ স্তম্ভসমাযুক্তা বেদিকায়াস্ত পাৰ্শ্বতঃ ।
সমুন্নতং সমং চৈৱ ৰঙ্গপীঠংতু কাৰয়েৎ ।।
ৱিকৃষ্টে তূন্নতং কাৰ্যং চতুৰস্ৰে সমং তথা ।
এৱমেতেন ৱিধিনা চতুৰস্ৰগৃহং ভৱেৎ ।।

ইয়াৰ পিছত নেপথ্যগৃহ নিৰ্মাণ কৰিব লাগে । ইয়াৰ পৰা (নেপথ্য গৃহৰ পৰা) ৰঙ্গপীঠলৈ যোৱাৰ বাবে এটা বাট ৰাখিব লাগে । জনপ্ৰৱেশৰ অভিমুখে থাকিব

এটা পথ আৰু মঞ্চলৈ যোৱাৰ বাবে থাকিব এটা দ্বিতীয় পথ। ৰঙ্গমঞ্চৰ দৰে এই নেপথ্যগৃহত ৮ হাত দীঘল আৰু ৮ হাত বহল হ'ব লাগিব। চতুৰস্রৰ দৰেই ইয়াৰ সমতল বেদিকাশোভিত কৰিব। বেদিকাৰ এদাঁতিয়ে আগত লিখা পৰিমাণৰ ৪টা স্তম্ভ দি মঞ্চৰ নিচিনাকৈ দীঘল মত্তবাৰণী (বাৰান্দা) নিৰ্মাণ কৰিব লাগিব।

১০১–১০৪। ত্র্যস্রস্য মণ্ডপস্যাপি সংপ্রৱক্ষ্যামি লক্ষণম্।
ত্র্যস্রং ত্রিকোণং কৰ্ত্তব্যং নাট্যৱেশ্মপ্রয়োক্তৃভিঃ।
মধ্যে ত্রিকোণমেৱাস্য ৰঙ্গপীঠং তু কাৰয়েৎ।
দ্বাৰমেকেন কোণেন কৰ্ত্তব্যং তু প্রৱেশনে।।
দ্বিতীয়ং চৈৱ কৰ্ত্তব্যং ৰঙ্গপীঠস্য পৃষ্ঠতঃ।
বিধিৰ্যশ্চতুৰস্রস্য ভিত্তিস্তম্ভসমাশ্রয়ঃ।।
স তু সৰ্ব্বঃ প্রয়োক্তৱ্যঃ ত্র্যস্রস্যাপি প্রয়োক্তৃভিঃ।
এৱমেতেন ৱিধিনা কাৰ্য্যং নাট্যগৃহংবুধৈঃ।।

এতিয়া ত্রিভুজাকৃতি ৰঙ্গমঞ্চৰ কথা কোৱা হব। নাটঘৰ নিৰ্মাতাসকলে ত্রিকোণ মঞ্চগৃহ নিৰ্মাণ কৰি, তাৰ ভিতৰত ত্রিভুজাকৃতি ৰঙ্গপীঠ নিৰ্মাণ কৰিব। ৰঙ্গমঞ্চ প্রবেশৰ বাবে এচুকত এটা পথ (এখন দুৱাৰ) ৰাখিব। দ্বিতীয়খন দুৱাৰ থাকিব মঞ্চৰ পিচফালে। দেৱাল আৰু স্তম্ভবিলাক 'চতুৰস্র' মঞ্চৰ নিয়মানুযায়ী প্রস্তুত কৰিব। জ্ঞানীসকলে এই নিয়মেৰেই নাটঘৰ নিৰ্মাণ কৰিব।

– *** –

# তৃতীয় অধ্যায়

## ৰঙ্গদেৱতা পূজা

### ।। ৰঙ্গমঞ্চৰ সংস্কাৰ ।।

১–৩ । সৰ্বলক্ষণসম্পন্নে কৃতে নাট্যগৃহে শুভে ।
গাৱো ৱসেয়ুঃ সপ্তাহং সহ জপ্যপৰৈৰ্দ্বিজৈঃ ।।
ততোহধিৱাসয়েদ, ৱেশ্ম ৰঙ্গপীঠং তথৈৱ চ ।
মন্ত্ৰপূতেন তোয়েন প্ৰোক্ষিতাঙ্গে নিশাগমে ।।
যথাস্থানান্তৰগতো দীক্ষিতঃ প্ৰযতঃ শুচিঃ ।
ত্ৰিৰাত্ৰোপোষিতো ভূত্বা নাট্যাচাৰ্যোহতাম্বৰঃ ।।

সৰ্বলক্ষণযুক্ত ৰংগমঞ্চত জপপৰায়ণ দ্বিজগণৰ সৈতে গাই গৰুবিলাক এসপ্তাহ বাস কৰিব । তাৰপিছত নাট্যকলাবিশাৰদ, দীক্ষিত, নৱবস্ত্ৰপৰিহিত তিনিদিনৰ আগৰপৰা উপবাসী, সংযতেন্দ্ৰিয় নাট্যাচাৰ্য্যই, মন্ত্ৰপূত জলেৰে স্নান কৰি সন্ধ্যা সময়ত ৰংগমঞ্চ আৰু ৰংগপীঠত অধিবাস কৰিব ।

৪–৯ । নমস্কৃত্য মহাদেৱং সৰ্বালোকেশ্বৰং ভৱম্ ।
পদ্মযোনিং সুৰগুৰুং ৱিষ্ণুমিন্দ্ৰং গুহং তথা ।।
সৰস্বতীং চ লক্ষ্মীং চ সিদ্ধিং মেধাং স্মৃতিং মতিম ।
সোমং সূৰ্য্যং চ মৰুতো লোকপালাংস্তথাশ্বিনৌ ।।
মিত্ৰমগ্নিং সুৰান্ ৰুদ্ৰান্ ৱৰ্ণান্ কালং কলিং তথা ।
মৃত্যুং চ নিয়তিং চৈৱ কালদণ্ডং তথৈৱ চ ।।
ৱিষ্ণুপ্ৰহৰণং চৈৱ নাগৰাজং চ ৱাসুকিম্ ।
ৱজ্ৰাৱিদ্যুৎ সমুদ্ৰাংশ্চ গন্ধৰ্ৱাপ্সৰসো মুনীন্ ।।
তথা নাট্যকুমাৰীশ্চ মহাগ্ৰামণ্যমেৱ চ ।
যক্ষাংশ্চ গুহ্যকাংশ্চৈৱ ভূতসংঘাংস্তথৈৱ চ ।।
এতাংশ্চান্যাংশ্চ দেৱৰ্ষীন্ প্ৰণিপত্য কৃতাঞ্জলিঃ ।
যথাস্থানস্থিতান্ দেৱান্ নিমন্ত্ৰ্যেতদ্‌ৱচো ৱদেৎ ।।

প্ৰথমে সৰ্বলোকৰ অধিকাৰী মহাদেৱ, পদ্মযোনি ব্ৰহ্মা, বৃহস্পতি, ইন্দ্ৰ, বিষ্ণু, কাৰ্ত্তিকেয়, সৰস্বতী, লক্ষ্মী, সিদ্ধি, মেধা, স্মৃতি, মতি, চন্দ্ৰ, সূৰ্য্য, বায়ু, লোকপাল,

অশ্বিনীদ্বয়, মিত্ৰ, অগ্নি, সুৰ সকল ৰুদ্ৰ, বৰ্ণসমূহ, কাল, কলি, যম, নিয়তি, যমদণ্ড, বিষ্ণুৰ অস্ত্ৰশাস্ত্ৰ, নাগৰাজ বাসুকি, বজ্ৰ, বিদ্যুৎ, সাগৰ, গন্ধৰ্ব্ব, অপসৰা, মুনিসকল, নাট্যকুমাৰী, (নাট্যাধিষ্ঠাত্ৰী দেৱী) সকল, মহাগ্ৰামণীসকল, (শিৱৰ অনুচৰসকলৰ নায়ক) যক্ষ, গুহ্যক, ভূতগণ আৰু আন্যান্য দেবৰ্ষিসকলৰ উদ্দেশ্যে প্ৰণাম কৰি, আবাহনৰ অন্তত তলত লিখা মন্ত্ৰ পাঠ কৰিব।

১০। ভৱদ্ভির্নো নিশায়াং তু কৰ্ত্তব্যঃ সংপৰিগ্ৰহঃ।
সাহায্যং চৈৱ দাতব্যমস্মিন্ নাট্যে সহানুগৈঃ॥

হে আমন্ত্ৰিত দেৱগণ, ৰাতি যেন আমাক ৰক্ষা কৰে। এই নাট্যানুষ্ঠানৰ সময়ত অনুচৰ সকলৰ সৈতে আমাক যেন সহায় কৰে।

১১। সংপূজ্য দেৱতাঃ সৰ্ব্বা কৃতপঃ সংপ্ৰ (পূ) জ্য চ।
জৰ্জ্জৰায় প্ৰযুঞ্জীত পূজাং নাট্যপ্ৰসিদ্ধয়ে।

সকলো দেৱতা আৰু বাদ্যযন্ত্ৰৰ অৰ্চ্চনা কৰি, শেষত নাট্যানুষ্ঠানৰ সাফল্য কামনাৰে জৰ্জ্জৰ* পূজা কৰিব লাগে। (*জৰ্জ্জৰ –ইন্দ্ৰধ্বজ)

১২–১৩। ত্বং মহেন্দ্ৰপ্ৰহৰণং সৰ্ব্বদানৱসূদনম্।
নিৰ্ম্মিতং সৰ্ব্বদৈৱৈশ্চ সৰ্ব্ববিঘ্ননিবৰ্হনম্।
নৃপস্য বিজয়ং শংস ৰিপূণাং চ পৰাজয়ম্।
গোব্ৰাহ্মণশিৱং চৈৱ নাট্যস্য চ ৱিৱৰ্দ্ধনম্॥

হে জৰ্জ্জৰ! তুমি ইন্দ্ৰৰ দৈত্যদমনকাৰী অস্ত্ৰ আৰু সকলো বিঘিনি নাশক হিছাপে দেৱতাৰ দ্বাৰা নিৰ্ম্মিত। ৰজাৰ জয়, শত্ৰুৰ পৰাজয়, গো-ব্ৰাহ্মণৰ হিত আৰু নাট্যানুষ্ঠানৰ উন্নতি বিধান কৰা।

১৪–১৫। এৱং কৃত্বা যথান্যায়মুষিত্বা নাট্যমণ্ডপে।
নিশায়াং চ প্ৰভাতায়াং পূজনং প্ৰক্ৰমেদিহ॥
আৰ্দ্ৰায়াং ৱা মঘায়াং ৱা যাম্যে পূৰ্ব্বেষু ৱা ত্ৰিষু।
আশ্লেষা মূলয়োৰ্ব্বাপি কৰ্ত্তব্যং ৰঙ্গপূজনম্॥

ইয়াৰপিছত, বিধি অনুসৰি ৰঙ্গমঞ্চত ৰাতি বাস কৰি, ৰাতিপুৱা হ'লে আচাৰ্য্যই পূজা আৰম্ভ কৰিব। আৰ্দ্ৰা, মঘা, ভৰণী, পূৰ্ব্বফাগুনী, পূৰ্বাষাঢ়া, পূৰ্ব্বভাদ্ৰপদ, অশ্লেষা বা মূলা নক্ষত্ৰত এই মঞ্চপূজা কৰা বিধেয়।

১৬। আচাৰ্য্যেণ সুযুক্তেন শুচিনা দীক্ষিতেন চ।
ৰঙ্গস্যোদ্দ্যোতনং কাৰ্য্যং দৈৱতানাং চ পূজনম্॥

সমাহিত চিত্ত, শুদ্ধ আৰু দীক্ষিত আচাৰ্য্যৰ দ্বাৰা এই ৰঙ্গমঞ্চ উন্মোচন আৰু দেৱপূজা কৰণীয় ।

১৭ । দিনান্তে দাৰুণে ঘোৰে মুহূৰ্ত্তে ভূতদৈৱতে ।
আচম্য চ যথান্যায়ং দৈবতানি নিৱেশয়েৎ ।।

দিনৰ শেষভাগত (সন্ধ্যা) দাৰুণ ভীষণ ভূতাধিষ্ঠিত মুহূৰ্ত্তত আচমন কৰি দেৱতাসকলক যথাবিধি প্ৰতিষ্ঠা কৰিব লাগে ।

১৮–২০ । ৰক্তাঃ প্ৰতিসৰাস্তত্ৰ ৰক্তগন্ধাশ্চ পূজিতাঃ ।
ৰক্তাঃ সুমনসশ্চৈৱ যচ্চ ৰক্তং ফলং ভৱেৎ ।।
যৱৈঃ সিদ্ধাৰ্থ কৈলীজৈৰক্ষতৈঃ শালিতণ্ডুলৈঃ ।
নাগপুষ্পস্যচূৰ্ণেন ৱিতুষাভিঃ প্ৰিয়ঙ্গুভিঃ ।।
এতৈদ্ৰ্ৰৱৈৰ্যুতং কাৰ্য্যং দৈৱতানাংনিৱেশনম্ ।
আলিখেৎ মণ্ডলং পূৰ্ব্বং যথাস্থানং যথাৱিধি ।।

ৰঙা প্ৰতিসৰ (চম্পকফুল) ৰঙা চন্দন, ৰঙা ফল-ফুল গোটাই লব আৰু যব, বগাসৰিয়হ, আঁখে, আঁৰৈচাউল, নাহৰফুলৰ চূৰ্ণ, পৰাগ, প্ৰিয়ঙ্গু (বনমালাগুৰি) এই সকলো বস্তু একেলগ কৰি, দেৱতা প্ৰতিষ্ঠা কৰিব লাগে । এই অনুষ্ঠানত যথাবিধি, যথাস্থানত এটা মণ্ডল অংকন কৰিব লাগে ।

২১। সমস্ততস্তু কৰ্তব্যা হস্তাঃ ষোড়শ মণ্ডলে ।
দ্বাৰাণি চাত্ৰ কুৰ্ব্বীত ৱিধানেন চতুৰ্দিশম্ ।।

এই মণ্ডলটি চাৰিওফালে ষোল্ল (১৬) আঙুল পৰিমাণৰ হব আৰু ইয়াৰ চাৰিওফালে নিয়মানুযায়ী চাৰিখন দুৱাৰ থাকিব ।

২২। মধ্যে চৈৱাত্ৰ কৰ্তব্যে দ্বে ৰেখে তিৰ্যগূৰ্দ্ধগে ।
তয়োঃ কক্ষ্যাৱিভাগেন দৈৱতানি নিৱেশয়েৎ ।।

এই মণ্ডলৰ মাজত দুডাল ৰেখা তলৰ পৰা তিৰ্য্যক্‌ভাৱে- ওপৰলৈ আঁকিব । এই ৰেখাৰ দ্বাৰা যিবোৰ প্ৰকোষ্ঠ তৈয়াৰ হব, সেই বিলাকতে দেৱতাসকল প্ৰতিষ্ঠিত হ'ব ।

২৩–৩০ । পদ্মোপৱিষ্টং ব্ৰহ্মাণং তস্য মধ্যে নিৱেশয়েৎ ।
আদৌ নিৱেশ্যো ভগৱান সাৰ্দ্ধং ভূতগণৈৰ্ভৱঃ ।।
নাৰায়ণো মহেন্দ্ৰশ্চ স্কন্দাৰ্কাৱশ্বিনৌ শশী ।
সৰস্বতী চ লক্ষ্মীশ্চ শ্ৰদ্ধা মেধা চ পূৰ্ব্বতঃ ।।
পূৰ্বদক্ষিণতো ৱহ্নিৰ্নিৱেশ্যঃ স্বাহয়া সহ ।

বিশ্বেদেবাশ্চ গর্ন্ধর্বা রুদ্রাশ্চ ঋষয়স্তথা ।
দক্ষিণেন নিবেশ্যস্তু যমো মিত্রস্তু সানুগঃ ।
পিতৃন্ পিশাচানুৰগান্ গুহ্যকাংশ্চ নিবেশয়েৎ।।
নৈঋত্যাং ৰাক্ষসাংশ্চৈব সর্বভূতান্নিবেশয়েৎ ।
পশ্চিমায়াং সমুদ্রাংশ্চ ৱরুণং যাদসাং পতিম্ ।।
ৱায়ব্যাং বৈ তথা দিশি সপ্তৱায়ূন্ নিবেশয়েৎ ।
নিবেশয়েচ্চ তত্ৰৈব গৰুড়ং পক্ষিভিঃ সহ ।।
উত্তৰস্যাং তথা দিশি ধনদং সংনিবেশয়েৎ ।
তথা নাট্যস্য মাতৃশ্চ যক্ষানথ সগুহ্যকান্ ।।
তথৈৱোত্তৰ-পূৰ্ব্বায়াং নন্দিনং চ গণেশ্বৰম্ ।
ব্ৰহ্মৰ্ষিভূতসংঘাংশ্চ যথাভাগং নিবেশয়েৎ ।।

এই মণ্ডলৰ মাজত পদ্মাসন পাতি ব্ৰহ্মাক স্থাপন কৰিব । তাৰপিছত ভূতগণৰ সৈতে শিৱ, নাৰায়ণ, ইন্দ্ৰ, স্কন্দ, সূৰ্য্য, অশ্বিনীকুমাৰ দুজন, চন্দ্ৰ, লক্ষ্মী, সৰস্বতী, শ্ৰদ্ধা, মেধা, এইসকলক পুবফালে প্ৰতিষ্ঠা কৰিব । অগ্নি স্বাহা, বিশ্বদেবসকল, গন্ধৰ্ব, ৰুদ্ৰ আৰু ঋষিসকলক প্ৰতিষ্ঠা কৰিব দক্ষিণ-পূব দিশত । যম, অনুচৰ গণেৰে সৈতে মিত্ৰ পিতৃগণ, পিশাচ বিলাক উৰগ আৰু গুহ্যক সকলক প্ৰতিষ্ঠা কৰিব দক্ষিণ দিশত । ৰাক্ষস আৰু ভূতগণক প্ৰতিষ্ঠা কৰিব দক্ষিণ পশ্চিমে । সমুদ্ৰ আৰু বৰুণ প্ৰতিষ্ঠিত হব পশ্চিম দিশত । সপ্তমৰুৎ আৰু বিহঙ্গগণৰ সৈতে গৰুড় প্ৰতিষ্ঠিত হ'ব উত্তৰ পশ্চিম দিশত । কুবেৰ, নাট্যমাতৃ আৰু অনুচৰসহ যক্ষ্য প্ৰতিষ্ঠিত হ'ব উত্তৰ দিশত । নন্দী প্ৰভৃতি গণনায়ক, ব্ৰহ্মৰ্ষিসকল আৰু ভূতগণক উত্তৰ--পূবে প্ৰতিষ্ঠা কৰিব ।

৩১ । স্তম্ভে সনৎকুমাৰং তু দক্ষিণে দক্ষমেৱ চ ।
গ্ৰামণ্যং চোত্তৰে স্তম্ভে পশ্চিমে স্কন্দমেৱ চ ।।

পূবস্তম্ভত সনৎকুমাৰ, দক্ষিণস্তম্ভত দক্ষ, উত্তৰস্তম্ভত গণনায়ক আৰু পশ্চিম স্তম্ভত স্কন্দক স্থাপন কৰি ল'ব ।

৩২। অনেনৱ বিধানেন যথাস্থানং যথাবিধি ।
ৱৰ্ণৰূপান্বিতাঃ সৰ্ব্বা দেৱতাঃ সংনিবেশয়েৎ ।।

এই নিয়ম অনুসৰি যথাযথ আকৃতি আৰু বৰ্ণবিশিষ্ট সকলো দেবতাক নিজ নিজ স্থানত স্থাপন কৰি লব ।

## দেৱপূজা

৩৩। স্থানে স্থানে যথান্যায়ং বিনিবেশ্য তু দেৱতাং ।
প্ৰকুৰ্ব্বীত ততস্তাসাং পূজনং তু যথাৰ্হতঃ ।।

দেৱতাসকলক যথানিয়মে আনুষ্ঠানিকভাবে প্ৰতিষ্ঠা কৰি, শক্তিমতে প্ৰত্যেককে অৰ্চ্চনা কৰিব।

৩৪। দৈৱতেভ্যস্তু দাতব্যং সিতং মাল্যানুলেপনম্।
*ৱাহ্নিগন্ধৰ্ব সূৰ্যেভ্যো ৰক্তমাল্যানুলেপনম্ ।।*

দেৱতাসকলক বগা মালা আৰু বগা চন্দন আৰু গন্ধৰ্ব, অগ্নি আৰু সূৰ্য্যক ৰঙা মালা আৰু ৰঙা চন্দন দিব।

৩৫। গন্ধং মাল্যং চ ধূপং চ যথাৱদনুপূৰ্ৱশঃ।
দত্বা ততঃ প্ৰকুৰ্ৱীত বলিং পূজাং যথাৱিধি ।।

ইয়াৰ অন্তত, যথাৰীতি আৰু ক্ৰমানুযায়ী দেৱতাসকলক, গন্ধ, মাল্য, ধূপ আৰু উপকৰণ দি পূজা কৰিব।

৩৬–৩৯। দ্ৰুহিণং মধুপৰ্কেণ পায়সেন সৰস্বতীম্।
শিৱৱিষ্ণুমহেন্দ্ৰাদ্যাঃ সংপূজ্যা মোদকৈৰথ ।।
ঘৃতৌদনেন ৱহ্নিশ্চ সোমাৰ্কৌ তু গুড়ৌদনৈঃ।
ৱিশ্বেদেৱাঃ সগন্ধৰ্ৱা মুনয়ো মধুপায়সৈঃ ।।
যমমিত্ৰৌ সমভ্যৰ্চ্যৌ অপূপৈৰ্মোদকৈস্তথা।
পিতৃন পিশাচানুৰগান্ সৰ্পিঃক্ষীৰেণ তৰ্পয়েৎ।।
পক্কামকেন মাংসেন সুৰাসীধুফলাসৱৈঃ।
অৰ্চয়েদ, ভূতসংঘাংশ্চ চনকৈঃ পয়সাপ্লুতৈঃ।।

ব্ৰহ্মাৰ উপকৰণ মধুপাৰ্ক সৰস্বতীৰ পায়স, শিব বিষ্ণু ইন্দ্ৰাদিৰ মিষ্টান্ন, অগ্নিৰ ঘৃতান্ন, চন্দ্ৰ-সূৰ্য্যৰ গুৰুপাকী অন্ন, বিশ্বদেব, গন্ধৰ্ব আৰু মুনিসকলৰ মধু আৰু পায়স, যম আৰু মিত্ৰৰ পিঠা আৰু মিঠাই ; পিতৃগণ, পিশাচ বিলাক আৰু উৰগবিলাকৰ ঘিঁউ আৰু দুগ্ধ আৰু ভূতগণৰ মাংস, সুৰা, বুট, মাটিমাহ আদিৰে অৰ্চনা কৰিব লাগে।

## ।। মত্তবাৰণী প্ৰতিষ্ঠা ।।

৪০–৪৪। অনেনৈৱ ৱিধানেন সংপূজ্যা মত্তৱাৰণী।
পক্কামকেন মাংসেন সংপূজ্যা ৰক্ষসাং গণাঃ ।।
সুৰামাংসপ্ৰদানেন দানৱান্ প্ৰতিপূজয়েৎ।
শেষান্ দেৱগণান প্ৰাজ্ঞঃ সাপূপোহকাৱিকৌদনৈঃ ।।
মৎস্যৈশ্চ পিষ্টভক্ষ্যৈশ্চ সাগৰান্ সৰিতস্তথা।
অৰ্ভ্যচ্য ৱৰুণাং চাপি দাতব্যো ঘৃতপায়সঃ ।।

নানার্মূলফলৈশ্চৈৱ মুনীন্ সংপ্রতিপূজয়েৎ ।
বায়ুংশ্চ পক্ষিণশ্চৈৱ ৱিৱিধৈঃ ভাক্ষ্য ভোজনৈঃ।।
নাট্যস্য চ তথা মাতৃর্ধনদং চ সহানুগৈঃ ।
অপূপৈ লাজিবশমিশ্রৈ র্ভক্ষ্যভোজ্যৈঃ প্রযমঃ।।

এই নিয়মে মত্তবাৰণী পূজা কৰিব লাগে যেনে, ৰাক্ষসক মাংস, দানবক সুৰামাংস, অন্যান্য দেবতাক পিঠা বিশেষ, উৎকৰিকা (মিঠাই বিশেষ) পকান্ন, সাগৰ আৰু নদী দেৱতাক মাছ, পিঠা, বৰুণক ঘৃত পায়স, মুনিক ফলমূল, বায়ু আৰু পক্ষীক বিভিন্ন দ্ৰব্য, নাট্য মাতৃ সকলক আৰু কুবেৰ প্ৰভৃতি অনুচৰগণক পিঠা আৰু আখৈ আদি বিভিন্ন উপভোগ্য দ্ৰব্যৰে অৰ্চনা কৰিব ।

৪৫ । এৱমেষাং বলিঃ কার্যো নানাভোজনসংশ্রয় ।
পুর্নমন্ত্রৱিধানেন বলিকর্ম প্রৱক্ষ্যতে ।।

এইদৰে নানা ভোজ্য উপচাৰেৰে দেৱপূজা কৰিব লাগে । পুনৰ সমন্ত্ৰক উপচাৰৰ কথা কোৱা হৈছে ।

৪৬। দেৱদেৱ মহাভাগ পদ্মযোনে পিতামহ ।
মন্ত্রপূতমিমং সর্ৱং বলিং দেৱ গৃহাণ নঃ ।।

হে দেৱাদিদেৱ মহাভাগ্যশালী পদ্মসম্ভৱ পিতামহ (ব্ৰহ্মা), এই মন্ত্ৰৰ লগত জড়িত থাকি পবিত্ৰ হোৱা আমাৰ সকলো উপচাৰ গ্ৰহণ কৰক ।

৪৭। দেৱদেৱ মহাদেৱ গণেশ ত্রিপুৰান্তক ।
প্রগৃহ্যতাং বলির্দেৱ মন্ত্রপূতো ময়োদ্যতঃ ।।

হে দেৱদেৱ মহাদেৱ গণাধিপতি ত্ৰিপুৰাৰি শিৱ, আমাৰ এই মন্ত্ৰপূত নৈবেদ্য গ্ৰহণ কৰক ।

৪৮। নাৰায়ণামিতগতে পদ্মনাভ সুৰোত্তম ।
প্রগৃহ্যতাং বলির্দেৱ মন্ত্রসংস্কাৰসংস্কৃতঃ ।।

হে অমিতগতি নাৰায়ণ পদ্মনাভ সুৰেশ্বৰ (বিষ্ণু) আমাৰ এই মন্ত্ৰপূত নৈবেদ্য লওঁক ।

৪৯ । পুৰন্দৰামৰপতে বজ্রপাণে শতক্রতো ।
প্রগৃহ্যতাং বলির্দেৱ বলিমন্ত্রপুৰস্কৃতঃ ।।

হে সুৰপতি বজ্ৰধাৰী শতক্ৰতু ইন্দ্ৰ । আমাৰ এই মন্ত্ৰপূত নৈবেদ্য গ্ৰহণ কৰক ।

৫০। দেৱসেনাপতে স্কন্দ ভগৱন্ শঙ্কৰপ্রিয় ।
বলিঃ প্রীতেন মনসা ষণ্মুখ প্রতিগৃহ্যতাম ।।

হে ভগবান শিৱৰপ্ৰিয়, দেবসেনানি স্কন্দ ষড়ানন, আমাৰ নিবেদিত এই নৈবেদ্য সন্তুষ্টমনেৰে গ্ৰহণ কৰক ।

৫১। দেৱদেৱি মহাভাগে সৰস্বতি হৰিপ্ৰিয়ে ।
প্ৰগৃহ্যতাং বলিৰ্মাতাৰ্ময়া ভক্ত্যা সমৰ্পিতঃ ।।

হে দেবদেবি হৰিপ্ৰিয়া পুণ্যাত্মা সৰস্বতি ! মোৰ দ্বাৰা ভক্তি সহকাৰে অৰ্পিত এই নৈবেদ্য গ্ৰহণ কৰক ।

৫২। নানা নিমিত্তসম্ভূতাঃ পৌলস্ত্যাঃ সৰ্ব্ব এৱ তু ।
ৰাক্ষসেন্দ্ৰা মহাসত্ত্বাঃ প্ৰতি গৃহ্নীত ৰ্সে বলিম্ ।।

নানান কাৰণত জন্ম লাভ কৰা, পুলস্ত্যৰ বংশধৰ, মহাবলশালী ৰাক্ষস নৃপতিসকলে সকলোৱে মই আগবঢ়োৱা নৈবেদ্য গ্ৰহণ কৰক ।

৫৩। লক্ষ্মীঃ সিদ্ধিৰ্মতিৰ্মেধা সৰ্ব্বলোক নমস্কৃতাঃ ।
মন্ত্ৰপূতমিমং দেৱ্যঃ প্ৰতিগৃহ্নন্তু মে বলিম্ ।।

সৰ্বলোকৰে নমস্যা লক্ষ্মী, সিদ্ধি, মতি আৰু মেধা নামৰ দেবী কেইগৰাকীয়েও মোৰ এই মন্ত্ৰপূত নৈবেদ্য গ্ৰহণ কৰক ।

৫৪ । সৰ্ব্বভূতানুভাৱজ্ঞ লোকজীৱন মাৰুত ।
প্ৰগৃহ্যতাং বলিৰ্দ্দেৱ মন্ত্ৰপূতো ময়োদ্যতঃ ।

সকলো প্ৰাণীৰে অনুভূতিক জানোতা, সকলো লোকৰে প্ৰাণস্বৰূপ হে বায়ু দেৱতা, মই আগবঢ়োৱা এই মন্ত্ৰপূত নৈবেদ্য গ্ৰহণ কৰক ।

৫৫। দেৱৱক্ত্ৰ সুৰশ্ৰেষ্ঠ ধূমকেতো হুতাশন ।
ভক্ত্যা সমুদ্যতো দেৱ বলিঃ সম্প্ৰতি গৃহ্যতাম্ ।।

হে দেৱতাসকলৰ মুখস্বৰূপ, দেৱতাসকলৰ ভিতৰত শ্ৰেষ্ঠ, ধোৱাঁৰ পতাকাৰে শোভিত অগ্নি দেৱতা, মই ভক্তিৰে আগবঢ়োৱা এই নৈবেদ্য সম্প্ৰতি গ্ৰহণ কৰক ।

৫৬। সৰ্ব্বগ্ৰহাণাং প্ৰৱৰ তেজোৰাশে দিৱাকৰ ।
ভক্ত্যা ময়োদ্যতো দেৱ বলিঃ সম্প্ৰতি গৃহ্যতাম্ ।।

সকলো গ্ৰহৰ ভিতৰত শ্ৰেষ্ঠ, জ্যোতিৰ পুঞ্জ হে সূৰ্য্য দেৱতা, মই ভক্তিৰে আগবঢ়োৱা নৈবেদ্য সম্প্ৰতি গ্ৰহণ কৰক ।

৫৭। সৰ্ব্বগ্ৰহপতে সোম দ্বিজৰাজ জগৎ প্ৰিয় ।
প্ৰগৃহ্যতামেষ বলিৰ্মন্ত্ৰপূতো ময়োদ্যতঃ ।।

সকলো গ্ৰহৰে অধিপতি, সকলো জগতৰ প্ৰিয়, দ্বিজ সকলৰ (দুবাৰ জন্মা সকলৰ) ৰজা, হে চন্দ্ৰ, মই আগবঢ়োৱা এই মন্ত্ৰপূত নৈবেদ্য গ্ৰহণ কৰক।

৫৮। মহাগণেশ্বৰাঃ সৰ্ব্বে নন্দীশ্বৰপুৰোগমাঃ।
প্ৰগৃহ্যতাং বলিৰ্ভক্ত্যা ময়া সম্প্ৰতি চোদিতঃ।।

নন্দীশ্বৰ (শিৱ) প্ৰমুখ্যে হে সকলো মহা গণপতি গণ, সম্প্ৰতি মই ভক্তিৰে আগবঢ়োৱা নৈবেদ্য আপোনাসকলে গ্ৰহণ কৰক।

৫৯। নমঃ পিতৃভ্যঃ সৰ্ব্বেভ্যঃ প্ৰতিগৃহ্ণন্ত্বিমং বলিম্।
কামপাল নমো নিত্যং যস্যায়ং তে বিধিঃ কৃতঃ।।

সকলো পিতৃগণক নমস্কাৰ জনাইছো। এই নৈবেদ্য গ্ৰহণ কৰক। হে কামপাল (কাম) দেৱতা, যাৰ কাৰণে এই বিধিৰ অনুষ্ঠান কৰা হৈছে, সেই আপোনাকো নিতৌ নমস্কাৰ কৰোঁ।

৬০। নাৰদস্তুম্বুৰুশ্চৈৱ বিশ্বাৱসুপুৰোগমাঃ।
পৰিগৃহ্ণন্তু মে সৰ্ব্বে গন্ধৰ্বা বলিমুদ্যতম্।।

নাৰদ আৰু তুম্বুৰুৰে আৰু বিশ্বাৱসু প্ৰমুখ্যে সকলো গন্ধৰ্বই মই আগবঢ়োৱা নৈবেদ্য গ্ৰহণ কৰক।

৬১। যমো মিত্ৰশ্চ ভগৱানীশ্বৰৌ লোকপূজিতৌ।
ইমং মে প্ৰতিগৃহ্ণীতাং বলিং মন্ত্ৰ পুৰস্কৃতম্।।

সকলো লোকৰ দ্বাৰা পূজিত যম আৰু ভগৱান সূৰ্য্য—এই দুজন দেৱতাই মই মন্ত্ৰপূত কৰি আগবঢ়োৱা নৈবেদ্য গ্ৰহণ কৰক।

৬২। ৰসাতলনিবাসেভ্যশ্চ পন্নগেভ্যো নমোনমঃ।
দিশন্তু সিদ্ধিং নাট্যস্য পূজিতাঃ পাপনাশনাঃ।।

ৰসাতলত থকা সকলো সৰ্পৰ প্ৰতি নমস্কাৰ। আমাৰ দ্বাৰা পূজিত হৈ সেই পাপ নাশকাৰী সকলে নাটকৰ যেন সিদ্ধি বিধান কৰে।

৬৩। সৰ্ব্বাম্ভসাং পতিৰ্দেৱো ৱৰুণো হংসবাহনঃ।
পূজিতঃ প্ৰীতিমানস্তু সসমুদ্ৰনদীনদঃ।।

সকলো জলভাগৰে অধিপতি হংসবাহন বৰুণ দেৱতাই সমুদ্ৰ, নদ আৰু নদী সকলোৰে সৈতে আমাৰ দ্বাৰা পূজিত হৈ প্ৰীতি লাভ কৰক।

৬৪। বৈনতেয় মহাসত্ত্ব সৰ্ব্বপক্ষিপতে বিভো।
প্ৰগৃহ্যতাং বলিৰ্দেৱ মন্ত্ৰপূতো ময়োদ্যতঃ।।

হে মহাবলশালী, সকলো পক্ষীৰে অধিপতি, সৰ্বশক্তিমান গৰুড় দেৱতা মই মন্ত্ৰপূত কৰি আগবঢ়োৱা এই নৈবেদ্য গ্ৰহণ কৰক ।

৬৫ (খ)-৬৬(ক)। ধনাধ্যক্ষো যক্ষপতির্লোকপালো ধনেশ্বৰঃ
সগুহ্যকৈশ্চ যক্ষৈশ্চ প্ৰতিগৃহ্নাতু মে বলিম্ ।।

হে ধনাধ্যক্ষ যক্ষৰাজ লোকপাল কুবেৰ আৰু যক্ষ আৰু গুহ্যক সকলোৰে সৈতে আমাৰ অৰ্পিত এই নৈবেদ্য গ্ৰহণ কৰক ।

৬৬-(খ)-৬৭(ক) । নমোস্তু নাট্যমাতৃভ্যো ব্ৰাহ্ম্যাদ্যাভ্যো নমো নমঃ ।
সুমুখীভি ঃ প্ৰসন্নাভিৰ্বলিঃ সংপ্ৰতিগৃহ্যতাম্ ।।

হে ব্ৰাহ্মী প্ৰভৃতি নাট্যমাতৃসকল আপোনাসকলক নমস্কাৰ । আমাৰ প্ৰতি প্ৰসন্না আৰু শোভিত মুখযুক্ত হৈ এই নৈবেদ্য গ্ৰহণ কৰক ।

৬৭(খ)-৬৮(ক) । ৰুদ্ৰ প্ৰহৰণং চৈৱ প্ৰতিগৃহ্নাতু মে বলিম্ ।।
বিষ্ণুপ্ৰহৰণং চৈৱ ৱিষ্ণুভক্ত্যা ময়োদ্যতম্ ।।

বিষ্ণু আৰু ৰুদ্ৰৰ প্ৰহৰণ বিলাকেও আমাৰ উপচাৰ গ্ৰহণ কৰে যেন ।

৬৮-(খ)-৬৯(ক) তথা কৃতান্তঃ কালশ্চ সৰ্ব্বপ্ৰাণিৱধেশ্বৰৌ ।।
মৃত্যুশ্চ নিয়তিশ্চৈৱ প্ৰতিগৃহ্নাতু মে বলিম্ ।।

হে সৰ্বজীবান্তক সৰ্বকৰ্মান্তক কাল, যম, মৃত্যু আৰু নিয়তি আমাৰ এই নৈবেদ্য গ্ৰহণ কৰক ।

৬৯(খ)-৭০(ক) যাশ্চাস্যাং মত্তৱাৰণ্যাং সংশ্ৰিতা ৱাস্তুদেবতাঃ ।
মন্ত্ৰপূতমিমং সম্যক্ প্ৰতিগৃহ্নন্তু মে বলিম্ ।।

হে মত্তবাৰণীত আশ্ৰয় লৈ থকা বাস্তু দেবগণ এই নৈবেদ্য গ্ৰহণ কৰক ।

৭০(খ)-৭১(ক) । অন্যে যে দেৱগৰ্ন্ধবা দিশো দশ সমাশ্ৰিতাঃ ।।
দিব্যান্তৰিক্ষা ভৌমাশ্চ তেভ্যশ্চায়ং বলিঃ কৃতঃ ।

অন্যান্য যিসকল দেবতা গন্ধৰ্বই স্বৰ্গ, মৰ্ত্ত্য অন্তৰীক্ষ আদি দশোদিশ অধিকাৰ কৰি আছে তেখেতে সকলকো এই উপচাৰেৰে অৰ্চনা কৰো ।

৭১(খ)-৭২(ক)। কুম্ভং সলিলপূৰ্ণং চ পৰ্ণমালা পুৰস্কৃতম্ ।।
স্থাপয়েদ্ ৰঙ্গমধ্যে তু সুৱৰ্ণং চাত্ৰ দাপয়েৎ ।

এটি জলপূর্ণ ঘটত পল্লবাদিৰে সুশোভিত কৰি তাত সুবর্ণখণ্ড এটা প্রক্ষেপ কৰি, সেই ঘট ৰঙ্গমঞ্চৰ মাজত স্থাপন কৰিব।

৭২(খ)-৭৩(ক)। আতোদ্যানি তু সর্বাণি কৃত্বা ৱস্ত্রোত্তৰাণি তু ।।
গন্ধৈর্মাল্যৈশ্চ ধূপৈশ্চ ভক্ষ্যৈর্ভোজ্যৈশ্চ পূজয়েৎ ।

বাদ্যবিলাকত, বস্ত্রাবৃত কৰি চন্দন, মাল্য, ধূপ আৰু ভোজ্যদ্রব্য দিব।

## ।। জৰ্জৰ প্ৰতিষ্ঠা।।

৭৩(খ)-৭৪(ক) পূজয়িত্বা তু সর্বাণি দৈৱতানি যথাক্রমম্ ।
জর্জৰঃ প্ৰতিসংপূজ্যঃ স্যাৎ ততোহবিঘ্নজৰ্জৰং ।

যথাক্ৰমে সকলো পূজা কৰাৰ পিছত জৰ্জৰৰ পূজা কৰিব লাগে। তেতিয়া জৰ্জৰ বিঘ্ননিবাৰক হয়।

৭৪(খ)-৭৬(ক) শ্বেতং শিৰসি ৱস্ত্ৰং স্যাৎ নীলং ৰৌদ্রে চ পর্ৱণি ।।
ৱিষ্ণুপর্ৱণি স্যাৎ পীতং ৰক্তং স্কন্দস্য পর্বণি ।
মূলপর্ৱণি চিত্রং তু দেয়ং ৱস্ত্ৰং হিতার্থিনাম্ ।।
সদৃশং চ প্ৰদাতব্যং মাল্যধূপানুলেপনম্ ।

জৰ্জৰৰ শিৰত এটুকুৰা বগাবস্ত্র, ৰুদ্ৰগ্ৰন্থিত নীলাবস্ত্র, বিষ্ণুগ্ৰন্থিত হালধীয়া বস্ত্র, স্কন্দ-গ্ৰন্থিত ৰক্তবস্ত্ৰ, সর্বনিম্নগ্রন্থিত বিভিন্ন ধৰণৰ বস্ত্ৰ মংগলকামী সকলে বন্ধা উচিত। সেই অনুসাৰে ধূপমাল্য চন্দনাদিও দিয়া উচিত।

৭৬(খ)-৭৭(ক) সর্ৱমেৱ ৱিধিং কৃত্বা ধূপমাল্যানুলেপনৈঃ ।।
ৱিঘ্নজর্জৰণার্থং তু জর্জৰং চাভিমন্ত্ৰয়েৎ ।

ধূপমাল্যনুলেপনাদিৰে সজ্জিত জৰ্জৰক, বিঘ্ননাশৰ বাবে প্রার্থনা কৰিব।

৭৭(খ)-৭৮(ক)। বিঘ্নানাং শমনাৰ্থং হি দেৱৈৰ্ব্ৰহ্মপুৰোগমৈঃ ।।
নির্মিতস্ত্বং মহাৱীর্যো ৱজ্ৰসাৰো মহাতনুঃ ।

বিঘ্ননাশৰ বাবে ব্ৰহ্মা আদি দেৱগণে তোমাক মহাবলী বজ্ৰকঠোৰ বিশালকায় ৰূপে নির্মাণ কৰিছে।

৭৮(খ)-৭৯। শিৰস্তে ৰক্ষতু ব্ৰহ্মা সর্বদেৱগণৈঃ সহ ।।
দ্বিতীয়ং চ হৰঃ পর্ৱ তৃতীয়ং চ জনাৰ্দনঃ ।
চতুর্থং চ কুমাৰশ্চ পঞ্চমং পন্নগোত্তমঃ ।।

দেৱগণসহ ব্ৰহ্মাই তোমাৰ অগ্ৰভাগ, মহাদেৱে দ্বিতীয়ভাগ, বিষ্ণুৱে তৃতীয়ভাগ, কাৰ্ত্তিকে চতুৰ্থভাগ, পন্নগসকলে পঞ্চমাংশ ৰক্ষা কৰক।

৮০-৮১(ক) নিত্যং সর্ব্বে হি পান্তু ত্বাং সুৰান্ত্বং চ শিৰো ভৱ ।
নক্ষত্রেহভিজিতি শ্রেষ্ঠে জাতস্ত্বং ৰিপুসূদনঃ ।।
জয়ং চাভ্যুদয়ং চৈৱ পার্থিবায় প্রযচ্ছ নঃ ।

দেবতাসকলে তোমাক সদায় ৰক্ষা কৰক আৰু তুমি মঙ্গলময় হোৱাঁ । তুমি শত্রু–নাশক অভিজিৎ নক্ষত্রত জন্ম হৈছা, এতেকে আমাৰ ৰজাক তুমি বিজয়ী আৰু উন্নতিশালী কৰিবা ।

।। যজ্ঞাগ্নিত ঘৃতাহুতি ।।

৮১(ক)-৮২(ক)।। জর্জৰং পূজয়িত্বৈৱং বলিং সর্ব্বং নিবেদ্য চ ।
অগ্নৌ হোমং ততঃ কুর্যান্মন্ত্রাহুতি পুৰস্কৃতম্ ।।

জর্জৰৰ পূজা কৰি, নৈবেদ্য নিবেদন কৰাৰ অন্তত অগ্নিমন্ত্রাহুতিপূর্বক হোম কৰিব লাগে ।

৮২(খ)-৮৩(ক)। হুত্বা স এবং দীপ্তাভিৰুল্কাভিঃ পৰিমার্জনম্ ।।
নৃপতের্নর্তকীনাং চ কুর্যাদ্দীপ্ত্যভিবর্দ্ধনম্ ।

হোমৰ অন্তত প্রজ্বলিত উল্কাৰ দ্বাৰা পৰিষ্কাৰ কৰিব লাগে, এইদৰে জর্জৰক পৰিষ্কাৰ কৰিলে, তাৰ দ্বাৰা ৰজা আৰু নর্তকীৰ কান্তি বৃদ্ধি হয় ।

৮৩(খ)-৮৪(ক) অভিদ্যোত্য সহাতোদ্যৈর্নৃপতিং নর্তকীস্তথা ।
মন্ত্রপূতেন তোয়েন পুনৰভ্যুক্ষ্য তান্ ৱদেৎ ।।

বাদ্যযন্ত্র বজাই ৰজা আৰু নর্তকীসকলক উদ্ভাসিত কৰি পুনৰ তেওঁলোকৰ গাত মন্ত্রপূত জল সিঞ্চন কৰি এই বুলি কব লাগে ।

৮৪(খ)-৮৫(ক) মহাকুলে প্রসূতাশ্চ গুণৌঘৈশ্চাপ্যলংকৃতাঃ ।।
যদ্বো জন্মগুণোপেতং তদ্বো ভবতু নিত্যশঃ ।

আপোনাসকল উচ্চবংশজাত আৰু বহুগুণমণ্ডিত; জন্মসত্বৰ দ্বাৰা যিখিনি গুণ অর্জন কৰিছে সেইখিনি যেন সদায় আপোনাসকলত থাকে ।

৮৫(খ)-৮৬(ক) এবমুক্ত্বা ততো ৱাক্যং নৃপতের্ভূতয়ে বুধঃ ।।
নাট্যযোগ প্রসিদ্ধ্যর্থামাশিষঃ সংপ্রযোজয়েৎ ।

ৰজাৰ কল্যাণকামনাৰে এই কথা কৈ, বিজ্ঞলোকৰ যোগে নাট্যানুষ্ঠানৰ সাফল্য কামনাৰে আশীর্ব্বাদ দিয়াৰ ব্যৱস্থা কৰিব লাগে ।

৮৬(খ)-৮৭(ক) সৰস্বতী ধৃতির্মেধা হ্রীঃ শ্রীলক্ষ্মীর্মতিঃ স্মৃতিঃ ।।
পান্তু বো মাতৰঃ সৰ্ব্বাঃ সিদ্ধিদাশ্চ ভৱন্তু বঃ ।

হে সৰস্বতী, ধৃতি, মেধা, হ্রী, শ্রী, লক্ষ্মী, মতি আৰু স্মৃতি প্ৰমুখ্যে মাতৃসকল আপোনাসকলে এই অনুষ্ঠানৰ ৰক্ষণাবেক্ষণ আৰু সাফল্যপ্ৰদান কৰক ।

## ।। ঘট বিসৰ্জন ।।

৮৭(খ)-৮৮(ক) । হোমং কৃত্বা যথান্যায়ং হৰিৰ্মন্ত্ৰপুৰস্কৃতম্ ।।
ভিদ্যাৎ কুম্ভং ততশ্চৈৱ নাট্যাচাৰ্য্যঃ প্ৰযত্নতঃ ।

ওপৰত বৰ্ণোৱা নীতি অনুসৰি, মন্ত্ৰেৰে সৈতে ঘিঁউৰে আহুতি দিয়াৰ পিছত নাট্যাচাৰ্য্যই সযত্নে ঘটটো ভাঙি পেলাব লাগে ।

৮৮-(খ)-৮৯(ক) অভিন্নে তু ভৱেৎ কুম্ভে স্বামিনঃ শত্ৰুতো ভয়ম্ ।
ভিন্নে চৈৱ তু বিজ্ঞেয়ঃ স্বামিনঃ শত্ৰুসংক্ষয়ঃ ।

যদি ঘটটো নেভাগে তেন্তে ৰজাৰ 'শত্ৰুভয়' যোগ আৰু যদি ঘটটো ভাগি চূৰমাৰ হৈ যায় তেন্তে 'শত্ৰুধ্বংস' যোগ বুলি বুজিব লাগে ।

## ।। মঞ্চৰ আলোক সজ্জা ।।

৮৯(খ)-৯০(ক) । ভিন্নে কুম্ভে ততশ্চৈৱ নাট্যাচাৰ্য্যোঽপেতভী ঃ ।।
প্ৰগৃহ্য দীপিকাং দীপ্তাং সৰ্ব্বং ৰঙ্গং প্ৰদীপয়েৎ ।

ঘট ভঙাৰ পিছত নাট্যাচাৰ্য্যজনে নিৰ্ভয় মনে জ্বলা চাকি এটাৰে মঞ্চৰ সকলো বত্তি প্ৰজ্জ্বলন্ কৰিব ।

৯০(খ)-৯১(ক) ক্ষ্বেড়িতৈঃ স্ফোটিতৈশ্চৈৱ ৱল্গিতৈশ্চৈৱ প্ৰধাৱিতৈঃ।।
ৰঙ্গমধ্যে তু তাং দীপ্তাং সশব্দং সংপ্ৰয়োজয়েৎ ।

নাট্যাচাৰ্য্যজনে বত্তি জ্বলোৱাৰ পিছত আনন্দমুখৰ হৈ ইফালে সিফালে হৈ-চৈ কৰি, জপিয়াই, দুয়োখন হাত মুঠিমাৰি ধৰি মঞ্চ মুখৰ কৰি তুলিব ।

৯১(খ)-৯২(ক) শঙ্খদুন্দুভি নিৰ্ঘোষৈৰ্মৃদঙ্গপণৱৈস্তথা ।।
সৰ্ব্বাতোদ্যৈঃ প্ৰণদিতৈঃ ৰঙ্গে যুদ্ধানি কাৰয়েৎ ।

শঙ্খ, দুন্দুভি, মৃদঙ্গ, পণৱ আদি বাদ্যধ্বনিৰে সৈতে খোজ মিলাই ৰঙ্গমঞ্চত (আনন্দসূচক) যুদ্ধ কৰিব লাগে ।

৯২(খ)-৯৩(ক)। তত্র ভিন্নং চ ছিন্নং চ দাৰিতং চ সশোণিতম্ ।।
ক্ষতং প্ৰদীপ্তমায়স্তং নিমিত্তং সিদ্ধিলক্ষণম্ ।

সেই (আথবা) যুদ্ধত তেজ ওলোৱা অংগচ্ছেদন, ভেদন, আৰু বিদাৰণ আদি কাৰ্য্য যদি প্ৰবলভাবে হয় তেন্তে সি ভৱিষ্যতৰ বাবে সাফল্যসূচক হয় ।

## ।। মঞ্চ সংস্কাৰৰ সুফল ।।

৯৩(খ)-৯৪(ক)। সম্যগিষ্টস্তু ৰংগো বৈ স্বামিনঃ শুভমাৱহেৎ ।।
পুৰস্যাবালবৃদ্ধস্য তথা জনপদস্য চ ।

বাঞ্ছিত ৰঙ্গমঞ্চ নিয়মিত সংস্কাৰপূৰ্বক নিৰ্মিত হলে, ৰজা, আবালবৃদ্ধ প্ৰজা, পুৰ আৰু জনপদ এই সকলোৰে মংগল হয় ।

৯৪(খ)-৯৫(ক)। দুৰিষ্টস্তু তথা ৰঙ্গো দৈৱতৈৰ্দুৰাধিষ্ঠিতঃ ।।
নাট্যৱিধ্বংসনং কুৰ্য্যাৎ নৃপস্য চ তথাশুভম্ ।

কিন্তু যদি উল্লেখিত নিয়মবিৰোধীভাৱে মঞ্চ নিৰ্মাণ কৰি তাত দেবপ্ৰতিষ্ঠা কৰা হয়, তেন্তে সেই মঞ্চই অভিনয় ধ্বংস কৰে আৰু ৰজাৰ অমঙ্গল সাধিত কৰে ।

৯৫(খ)-৯৬(ক)। যন্তেৱং ৱিধিমুৎসৃজ্য যথেষ্টং সংপ্ৰয়োজয়েৎ ।।
প্ৰাপ্নোত্যপচয়ং শীঘ্ৰং তিৰ্য্যগযোনিং চ গচ্ছতি ।

যি উক্ত বিধি নিয়ম লঙ্ঘন কৰি, ইচ্ছামতে নাট্যানুষ্ঠান কৰে, তেওঁ ক্ষতিগ্ৰস্ত হয়, আৰু পৰজন্মত নীচ শ্ৰেণীৰ প্ৰাণীৰূপে জন্ম লয় ।

৯৬(খ)-৯৮(ক)। যজ্ঞেন সংমিতং হ্যেতং ৰঙ্গদৈৱতপূজনম্ ।।
অপূজয়িত্বা ৰঙ্গং তু নৈৱ প্ৰেক্ষাং প্ৰয়োজয়েৎ ।
পূজিতাং পূজয়ন্ত্যেতে মানিতা মানয়ন্তি চ ।।
তস্মাৎ সৰ্বপ্ৰযত্নেন কৰ্ত্তব্যং ৰঙ্গপূজনম্ ।

ৰঙ্গমঞ্চৰ দেবপূজা যজ্ঞতুল্য । গতিকে মঞ্চপূজা নকৰাকৈ নাট্যানুষ্ঠান কৰিব নেলাগে । মঞ্চ, যথাৰীতি পূজিত হলে, মঞ্চৰ অংশীদাৰ সকলৰ লাভ হয়, মঞ্চক সম্মান কৰিলে, তাৰ লগত জড়িত লোকসকলৰো সম্মান বৃদ্ধি হয়; গতিকে বিশেষ যত্নেৰে মঞ্চপূজা কৰা উচিত ।

৯৮(খ)-১০০(ক)। ন তথাশু দহত্যগ্নিঃ প্ৰভঞ্জনসমীৰিতঃ ।
যথা হ্যপপ্ৰয়োগস্তু প্ৰযুক্তো দহতি ক্ষণাৎ ।
শাস্ত্ৰজ্ঞেন ৱিনীতেন শুচিনা দীক্ষিতেন চ ।।
নাট্যাচাৰ্য্যেণ শান্তেন কৰ্ত্তব্যং ৰঙ্গ পূজনম্ ।

দোষযুক্ত অনুষ্ঠানে, আচাৰ্য্যক যিমান সোনকালে দগ্ধ কৰে, প্ৰবল বায়ুচালিত

অগ্নিয়েও সিমান সোনকালে দাহ কৰিব নোৱাৰে। সেইবাবে শাস্ত্ৰজ্ঞ, বিনীত, শুদ্ধ, দীক্ষিত আৰু শান্ত প্ৰকৃতিৰ আচাৰ্য্যৰ দ্বাৰা ৰঙ্গমঞ্চৰ পূজা অনুষ্ঠিত হ'ব লাগে।

১০০(খ)-১০১(ক)। স্থানভ্ৰষ্টং তু যো দদ্যাৎ বলিমুদ্বিগ্নমানসঃ ।।
মন্ত্ৰহীনো যথা হোতা প্ৰায়শ্চিত্তী ভৱেৎ তু সঃ ।

মন্ত্ৰহীন হোতাৰ দৰে, যিজনে উদ্বিগ্নচিত্তেৰে অয়োগ্য স্থানত উপচাৰ প্ৰদান কৰে তেওঁ প্ৰায়শ্চিত্তই বুলি গণ্য হয়।

১০১ (খ) এৱমেৱ বিধিৰ্দৃষ্টো ৰঙ্গদৈৱতপূজনে।
নৱে নাট্যগৃহে কাৰ্যঃ প্ৰেক্ষায়াং তু প্ৰযোক্তৃভিঃ।।

ৰঙ্গমঞ্চ পূজাৰ এয়ে বিধিবিধান বুলি পৰিদৃষ্ট হয়, গতিকে নবনিৰ্মিত নাট্যশালাত প্ৰয়োক্তা সকলে এই মঞ্চপূজাৰ বিধান মানি চলা ভাল।

।। ৰঙ্গদেৱতা পূজন নামক তৃতীয় অধ্যায় সমাপ্ত ।।

# চতুৰ্থ অধ্যায়

## ।। তাণ্ডৱ লক্ষণ ।।

১।	এবং তু পূজনং কৃত্বা ময়া প্ৰোক্তঃ পিতামহঃ ।
আজ্ঞাপয় প্ৰভো ক্ষিপ্ৰং কঃ প্ৰয়োগঃ প্ৰযুজ্যতাম্ ।।

মঞ্চপূজা শেষ কৰি, মই ব্ৰহ্মাক নিবেদন কৰিলো, অনুগ্ৰহ কৰি আদেশ কৰক এতিয়া কোনখন নাটকৰ অভিনয় কৰিব লাগে ।

২।	ততোহস্মুৎক্তো ভগৱতা যোজয়ামৃতমন্থনম্ ।
এতদুৎসাহজননং সুৰপ্ৰীতিকৰং মহৎ ।।

উত্তৰত ব্ৰহ্মাই কলে দেৱতাৰ প্ৰীতিজনক আৰু উৎসাহজনক নাটক 'অমৃতমন্থন'ৰে অভিনয় কৰক ।

৩।	যোহয়ং সমৱকাৰস্তু ধৰ্মকামাৰ্থসাধকঃ ।
ময়া প্ৰগ্ৰথিতো ৱিদ্বন্ স প্ৰয়োগঃ প্ৰযুজ্যতাম্ ।।

হে বিদ্বন্ (ভৰত), আমি ধৰ্ম, কাম আৰু অৰ্থৰ সাধক সমবকাৰ * ৰচনা কৰিছো, তাকে অভিনয় কৰক ।

৪।	তস্মিন্ সমৱকাৰে তু প্ৰযুক্তে দেৱদানৱাঃ ।
হৃষ্টাঃ সমভৱন সৰ্ৱে কৰ্মভাৱানুদৰ্শনাৎ ।।

এই সমবকাৰ (নাট্য বিশেষ) অভিনয় দেখি, তাৰ কৰ্ম আৰু ভাৱৰ প্ৰেৰণাত দেৱতা আৰু দানৱ সকলোৱে আনন্দ পাইছিল ।

৫।	কস্যচিত্ত্বথ কালস্য মামাহাম্বুজসম্ভৱঃ ।
নাট্যং সন্দৰ্শয়ামোহদ্য ত্ৰিনেত্ৰায় মহাত্মনে ।।

কিছুদিনৰ পিছত ব্ৰহ্মাই মোক কলে, আজি মহাত্মাশিৱক এই নাটক দেখুৱাম ।

৬-৭।	ততঃ সাৰ্ধং সুৰৈৰ্গত্বা বৃষভাঙ্ক নিৱেশনম ।
অৰ্ভ্যচ্য চ শিৱং পশ্চাদুৱাচেদং পিতামহঃ ।।

---

* সমৱকাৰ = এক বিশেষ শ্ৰেণীৰ নাট্য । পৰৱৰ্তী বিংশ অধ্যায়ত ইয়াৰ বিষয়ে উল্লেখ আছে

ময়া সমৱকাৰস্তু যোয়ং সৃষ্টঃ সুৰোত্তম ।
শ্ৰৱণে দৰ্শনে চাস্য প্ৰসাদং কৰ্ত্তুমৰ্হসি ।।

ইয়াৰ পিছত দেৱতাসকলৰ সৈতে শিৱালয়লৈ গৈ যথাবিধি অৰ্চনা কৰি পিতামহ ব্ৰহ্মাই কলে, হে দেৱেশ মই ৰচনা কৰা সমবকাৰ নাট্যখনৰ কথা অনুগ্ৰহ কৰি শুনক আৰু চাওক ।

৮। পশ্যাম ইতি দেৱেশো দ্ৰুহিণং ৱাক্যমব্ৰৱীৎ ।
তেতো মামাহ ভগৱান্ সজ্জো ভৱ মহামতে ।।

শিৱই দ্ৰুহিনক (ব্ৰহ্মাক) কলে আমি নিশ্চয় সেই নাটক দৰ্শন কৰিম । তেতিয়া ব্ৰহ্মাই অভিনয়ৰ বাবে মোক সাজু হবলৈ কলে ।

৯-১০। ততো হিমৱতঃ পৃষ্ঠে নানানগসমাবৃতে ।
বহুভূতদ্ৰুমাকীৰ্ণে ৰম্যকন্দৰনিৰ্ঝৰে ।।
পূৰ্বৰঙ্গে কৃতে পূৰ্বং তত্ৰায়ং দ্বিজসত্তমাঃ ।
তথা ত্ৰিপুৰদাহশ্চ ডিমসংজ্ঞঃ প্ৰযোজিতা ।।

হে শ্ৰেষ্ঠ দ্বিজগণ । অনুষ্ঠানৰ পূৰ্বৰঙ্গ সমাপ্ত কৰাৰ পিছত এই সমবকাৰ অমৃতমন্থন আৰু ত্ৰিপুৰদাহ নামৰ ডিম (নাটক) বহুত টিলা, বহুত আম গছ, ধুনীয়া ধুনীয়া গুহা আৰু জুৰিৰে ভৰা হিমালয় পৰ্বতৰ ওপৰত অভিনীত হৈছিল ।

১১-১২। ততো ভূতগণা হৃষ্টাঃ কৰ্মভাৱানুকীৰ্ত্তনাৎ ।
মহাদেৱশ্চ সুপ্ৰীতঃ পিতামহথাব্ৰৱীৎ ।।
অহো নাট্যমিদং সম্যক্ ত্বয়া সৃষ্টং মহামতে ।
যশস্যং চ শুভাৰ্থং চ পুণ্যং বুদ্ধিৱিৱৰ্দ্ধনম্ ।।

সেই অভিনয়ত ভূত, (অৰ্থাৎ শিৱৰ অনুচৰ) সকলে কৰ্ম আৰু ভাবৰ অনুকৰণ দেখা পাই প্ৰীতি লাভ কৰিছিল । স্বয়ং শিবয়ো সন্তুষ্ট হৈ ব্ৰহ্মাক এইবুলি কৈছিল – হে মহামতি যশ, পুণ্য, মঙ্গল আৰু বুদ্ধিবৰ্দ্ধক এই নাটখন যোগ্যতম ভাবে ৰচনা কৰা হৈছে ।

১৩-১৪। ময়াপীদং স্মৃতং নৃত্যং সন্ধ্যাকালেষু নৃত্যতা ।
নানাকৰণসংযুক্তৈৰঙ্গহাৰৈৰ্ৱিভূষিতম্ ।।
পূৰ্বৰঙ্গৱিধাৱস্মিন্ ত্বয়া সম্যক্ প্ৰযুজ্যতাম্ ।

সন্ধ্যা সময়ত নৃত্য কৰোতে বিভিন্ন কৰণ আৰু অঙ্গহাৰৰ দ্বাৰা শোভিত এই নৃত্যৰ কথা মোৰ মনত পৰিছে । আপুনি পূৰ্বৰঙ্গবিধিত ইয়াৰ যথাৰ্থ প্ৰয়োগ কৰক ।

১৪(খ)-১৬(ক)। বৰ্দ্ধমানকযোগেন গীতেষ্বাসাৰিতেষু চ ।
মহাগীতেষু চৈৱাৰ্থান্ সম্যগেৱাভিনেষ্যসি ।
যশ্চায়ং পূৰ্বৰঙ্গস্তু ত্বয়া শুদ্ধঃ প্ৰযোজিতঃ ।।
এভিৰ্বিমিশ্ৰিতশ্চায়ং চিত্ৰো নাম ভৱিষ্যতি ।

বৰ্দ্ধমানক, আসাৰিত, গীত আৰু মহাগীতত, বিষয়বিলাক যথাৰ্থভাৱে অভিনয় কৰিব লাগে । আপুনি পূৰ্বৰঙ্গৰ যি নিখুত অনুষ্ঠান কৰিলে সেইবিলাক এই নৃত্যৰ লগত মিলি চিত্ৰ নামত অভিহিত হব ।

–।। অঙ্গহাৰ ।।–

১৬(খ)-১৭(ক)। শ্ৰুত্বা মহেশ্বৰৱচঃ প্ৰত্যুক্তং চ স্বয়ম্ভুৱা ।।
প্ৰয়োগমঙ্গহাৰাণামাচক্ষ্ব সুৰসত্তম ।

শিবৰ কথাশুনি ব্ৰহ্মাই কলে হে দেববৰ । অনুগ্ৰহ কৰি আপুনি অঙ্গহাৰ বিলাকৰ প্ৰয়োগ সম্বন্ধে কওক ।

১৭(খ)-১৮(ক)। ততস্তণ্ডুং সমাহূয় প্ৰোক্তৱান্ সুৰসত্তমঃ ।।
প্ৰয়োগমঙ্গহাৰাণামাচক্ষ্ব ভৰতায় ৱৈ ।

তেতিয়া শিৱই তণ্ডুক (সেই নামৰ মুনিক) মাতি কলে, ভৰতক অঙ্গহাৰ প্ৰয়োগ সম্বন্ধে বুজাই দিয়ক ।

১৮(খ)-১৯(ক)। ততো বৈ তণ্ডুনা প্ৰোক্তাস্ত্বঙ্গহাৰা মহাত্মনা ।।
নানাকৰণসংযুক্তান্ ব্যাখ্যাস্যামি সৰেচকান্ ।

তাৰপিছত মহাত্মা তণ্ডুৱে অঙ্গহাৰ সম্বন্ধে কলে । মই বিবিধকৰণ আৰু ৰেচকৰ সৈতে ইয়াৰ ব্যাখ্যা কৰিম ।

১৯(খ)-২৭। স্থিৰহস্তোঽঙ্গহাৰস্ত তথা পৰ্যস্তকঃ স্মৃতঃ ।।
সূচীৱিদ্ধস্তথা চ স্যাৎ হ্যপৱিদ্ধস্তুথৈৱ চ ।
আক্ষিপ্তকোঽথ ৱিজ্ঞেয়স্তথা চোদঘট্টিতঃ স্মৃতঃ ।।
ৱিষ্কম্ভশ্চৈৱ সংপ্ৰোক্তস্তথা চৈৱাপৰাজিতঃ ।
ৱিষ্কম্ভাপসৃতশ্চৈৱ মত্তাক্ৰীড়স্তুথৈৱ চ ।।
স্বস্তিকো ৰেচিতশ্চৈৱ পাৰ্শ্বস্বস্তিক এৱ চ ।
বৃশ্চিকশ্চৈৱ সংপ্ৰোক্তো ভ্ৰমৰশ্চ তথাপৰঃ ।।
মত্তস্খলিতকশ্চৈৱ মদাদ্বিলসিতস্তথা ।
গতিমণ্ডলকো জ্ঞেয়ঃ পৰিচ্ছিন্নস্তথৈৱ চ ।।

পৰিবৃত্তিৰেচিতঃ স্যাত্তথা বৈশাখৰেচিতঃ ।
পৰাবৃত্তোহথ ৱিজ্ঞেয়স্তথা চৈৱাপ্যলাতকঃ ।।
পার্শ্বচ্ছেদোহথ সংপ্রোক্তো ৱিদ্যুদ্ভ্রান্তস্তথৈৱ চ ।
উৰূদ্বৃত্তস্তথা চৈৱ স্যাদালীঢ়স্তথৈৱ চ ।।
ৰেচিতশ্চাপি ৱিজ্ঞেয়স্তথৈৱাচ্ছুৰিতঃ স্মৃতঃ ।
আক্ষিপ্তৰেচিতশ্চৈৱ সংভ্ৰান্তশ্চ তথাপৰঃ ।।
অপসৰ্পস্তু ৱিজ্ঞেয়স্তথা চাৰ্দ্ধনিকুট্টকঃ ।
দ্বাত্রিংশদেতে সংপ্রোক্তাস্ত্বঙ্গহাৰাস্তু নামতঃ ।।

বত্রিশ(৩২) বিধ অঙ্গহাৰ এনে স্থিৰহস্ত, পৰ্য্যস্তক, সূচীবিদ্ধ, অপবিদ্ধ, আক্ষিপ্তক, উদঘাটিত ৱিষ্কম্ভ, অপৰাজিত, বিষ্কম্ভাপসৃত, মত্তাক্ৰীড়, স্বস্তিকৰেচিত, পাৰ্শ্বস্বস্তিক, বৃশ্চিক, ভ্ৰমৰ, মত্তস্খলিতক, মদবিলসিত, গতিমণ্ডল, পৰিচ্ছিন্ন পৰিবৃত্তিৰেচিত, বৈশাখৰেচিত, পৰাবৃত্ত, অলাতক, পাৰ্শ্বচ্ছেদ, বিদ্যুৎভ্ৰান্ত, উদ্বৃতক, আলীঢ়, ৰেচিত, আচ্ছুৰিত, অক্ষিপ্তৰেচিত, সংভ্ৰান্ত, অপসৰ্পিত, অৰ্দ্ধনিকুট্টক ।

।।–অঙ্গহাৰৰ প্ৰয়োগ ।।–

২৮-২৯(ক)। এষাং চৈৱ প্ৰৱক্ষ্যামি প্ৰয়োগং কৰণাশ্ৰিতম্ ।
হস্তপাদপ্ৰচাৰস্তু যথা যোজ্যঃ প্ৰযোক্তৃভিঃ ।।
অঙ্গহাৰেষু ৱক্ষ্যামি তথাহং দ্বিজসত্তমাঃ ।

কৰণৰ ওপৰত নিৰ্ভৰশীল এই ৩২টা অঙ্গহাৰ প্ৰয়োগ সম্বন্ধে কওঁ, হে দ্বিজগণ । অঙ্গহাৰ প্ৰয়োগ কৰোতাসকলে কেনেকৈ হস্তপাদ সঞ্চালন কৰিব লাগে আগেয়ে সেই বিষয়ে কওঁ শুনক ।

–।। কৰণ ।।–

২৯(খ)-৩০(ক)। সৰ্বেষামঙ্গহাৰাণাং নিষ্পত্তিঃ কৰণৈৰ্ভৱেৎ ।
তান্যহং সংপ্ৰৱক্ষ্যামি নামতঃ কৰ্মতস্তথা ।।

কৰণৰ দ্বাৰা সকলো অঙ্গহাৰ কাম নিষ্পন্ন হয় । সেই বিলাকৰ নাম আৰু ক্ৰিয়া সম্বন্ধে কওঁ শুনক ।

৩০(খ)-৩৪(ক)। হস্তপাদসমাযোগো নৃত্তস্য কৰণং ভৱেৎ ।।
দ্বে নৃত্তকৰণে চৈৱ ভৱতো নৃত্তমাতৃকা ।
দ্বাভ্যাং ত্ৰিভিশ্চতুৰ্ভিৰ্ৱাপ্যঙ্গহাৰস্তু মাতৃভিঃ ।।
ত্ৰিভিঃ কলাপকো জ্ঞেয়শ্চতুৰ্ভিঃ ষণ্ডকস্তথা ।
পঞ্চৈৱ কৰণানি স্যুঃ সঙ্ঘাতক ইতি স্মৃতঃ ।।

ষড়্‌ভির্বা সপ্তভির্বাপি অষ্টভির্নৱভিস্তথা ।
কৰণৈৰিহ সংযুক্তা অঙ্গহাৰাঃ প্ৰকীৰ্ত্তিতাঃ ।।
এতোষামিহ ৱক্ষ্যামি হস্তপাদৱিকল্পনম্ ।

নৃত্যত হস্তপাদৰ মিলিত সঞ্চালনকে কৰণ বোলে । দুটা নৃত্যকৰণ গোটাই এক নৃত্যমাতৃকা হয়, দুই, তিনি বা চাৰিটা নৃত্যমাতৃকাত এক অঙ্গহাৰ হয় । ৩টা কৰণে হয় এক কপালক, ৪টাত এটা ষণ্ডক আৰু ৫টাত হয় এটা সংঘাতক । ৬, ৭, ৮ বা ৯টা কৰণযুক্ত হলে অঙ্গহাৰ বোলে । এতিয়া কৰণসৃষ্টিকাৰী হস্তপাদ সঞ্চালনৰ বিষয়ে কোৱা হ'ব ।

৩৪(খ)-৫৫(ক)। তলপুষ্পপুটং চৈৱ ৱৰ্তিতং চলিতোৰু চ ।।
অপৱিদ্ধং সমনখং লীনং স্বস্তিকৰেচিতম্ ।
মণ্ডলং স্বস্তিকং চৈৱ নিকুট্টকমথাপি চ ।।
তথৈৱাৰ্ধনিকুট্টং চ কটিছিন্নং তথৈৱ চ ।
অৰ্ধৰেচিতকং চৈৱ ৱক্ষঃস্বস্তিকমেৱ চ ।।
উন্মত্তং স্বস্তিকং চৈৱ পৃষ্ঠস্বস্তিকমেৱ চ ।
দিক্‌স্বস্তিকমলাতং চ তথা চৈৱ কটীসকম্ ।।
আক্ষিপ্তৰেচিতং চৈৱ ৱিক্ষিপ্তাক্ষিপ্তকং তথা ।
অৰ্ধস্বস্তিকমুদ্দিষ্টমঞ্চিতং চ তথাপৰম্ ।।
ভুজঙ্গত্ৰাসিতং প্ৰোক্তমূৰ্ধ্বজানু তথৈৱ চ ।
নিকুঞ্চিতং চ মত্তল্লিত্বৰ্ধমত্তল্লি চৈৱ হি ।।
স্যাদ্ৰেচকনিকুট্টং চ তথা পাদাপৱিদ্ধকম্ ।
ঘূৰ্ণিতং চৈৱ ললিতং ৱলিতং চ তথাপৰম্ ।।
দণ্ডপক্ষং তথা চৈৱ ভুজঙ্গত্ৰস্তৰেচিতম্ ।
নূপুৰং চৈৱ সংপ্ৰোক্তং তথা ৱৈশাখৰেচিতম্ ।।
ভ্ৰমৰং চতুৰং চৈৱ ভুজঙ্গাঞ্চিতমেৱ চ ।
দণ্ডৰেচিতকং চৈৱ তথা বৃশ্চিককুট্টিতম্ ।।
কটিভ্ৰান্তং তথা চৈৱ লতাবৃশ্চিকমেৱ চ ।
ছিন্নং চ কৰণং প্ৰোক্তং তথা বৃশ্চিকৰেচিতম্ ।।
বৃশ্চিকং ৱ্যংসিতং চৈৱ তথা পাৰ্শ্বনিকুট্টকম্ ।
ললাটতিলকং ক্ৰান্তং কুঞ্চিতং চক্ৰমণ্ডলম্ ।।
উৰোমণ্ডলমাক্ষিপ্তং তথা তলৱিলাসিতম্ ।
অৰ্গলং চাপি ৱিক্ষিপ্তমাৱৃত্তং দোলপাদকম্ ।।
ৱিবৃত্তং ৱিনিবৃত্তং চ পাৰ্শ্বক্ৰান্তং নিশুম্ভিতম্ ।
বিদ্যুদ্‌ভ্ৰান্তমতিক্ৰান্তং ৱিৱৰ্ত্তিতকমেৱ চ ।।

গজক্ৰীড়িতকং চৈৱ তলসংস্ফোটিতং তথা ।
গৰুড়প্লুতকং চৈৱ গণ্ডসূচি তথাপৰম্ ।।
পৰিবৃত্তং সমুদ্দিষ্টং পাৰ্শ্বজানু তথৈৱ চ ।
গৃধ্ৰাৱলীনকং চৈৱ সন্নতং সূচ্যথাপি চ ।।
অৰ্দ্ধসূচীতিকৰণং সূচীৱিদ্ধং তথৈৱ চ ।
অপক্ৰান্তং চ সংপ্ৰোক্তং ময়ূৰললিতং তথা ।।
সৰ্পিতং দণ্ডপাদং চ হৰিণপ্লুতমেৱ চ ।
প্ৰেংখোলিতং নিতম্বং চ স্খলিতংকৰিহস্তকম্ ।।
সমৰ্পিতং সমুদ্দিষ্টং সিংহৱিক্ৰীড়িতং তথা ।
সিংহাকৰ্ষিতমুদ্বৃত্তং তথাহপসৃতমেৱ চ ।।
তলসংঘট্টিতং চৈৱ জনিতং চাৱহিত্থকম্ ।
নিৱেশমেলকাক্ৰীড়মুৰুদ্বৃত্তং তথৈৱ চ ।।
মদস্খলিতকং চৈৱ বিষ্ণুক্ৰান্তং তথৈৱ চ ।
সংভ্ৰান্তমথ বিষ্কম্ভমুদ্ঘট্টিতমথাপি চ ।।
বৃষভক্ৰীড়িতং চৈৱ লোলিতং চ তথাপৰম্ ।
নাগাপসৰ্পিতং চৈৱ শকটাস্যং তথৈৱ চ ।।
গঙ্গাৱতৰণং চৈৱেত্যুক্তমষ্টাধিকং শতম্ ।

কৰণৰ সংখ্যা ১০৮ । তাৰ স্বৰূপ তলত দিয়া হ'ল । তলপুষ্পপুট, বৰ্ত্তিত, বলিতোৰু, অপবিদ্ধ, সমনখ, লীন, স্বস্তিকৰেচিত, মণ্ডলস্বস্তিক, নিকুট্টক, অৰ্দ্ধনিকুট্টক, কটিচ্ছিন্ন, অৰ্দ্ধৰেচিত, বক্ষঃস্বস্তিক, উন্মত্ত, স্বস্তিক, পৃষ্ঠস্বস্তিক, দিক্স্বস্তিক, অলাত, কটীসম, আক্ষিপ্তৰেচিত, বিক্ষিপ্তাক্ষিপ্ত, অৰ্দ্ধস্বস্তিক, অঞ্চিত, ভুজঙ্গত্ৰাসিত, উৰ্দ্ধজানু, নিকুঞ্চিত, মত্তাল্লি, অৰ্দ্ধমত্তাল্লি, ৰেচননিকুট্ট, পদাপবিদ্ধক, বলিত, ঘূৰ্ণিত, ললিত, দণ্ডপক্ষ, ভুজঙ্গ, ক্ৰান্তৰেচিত, নূপুৰ, বৈশাখৰেচিত, ভ্ৰমৰক, চতুৰ, ছিন্ন, ভুজঙ্গাঞ্চিতক, দণ্ডকৰেচিত, বৃশ্চিক, কুট্টিত, কটীভ্ৰান্ত, লতাবৃশ্চিক, বৃশ্চিকৰেচিত, বৃশ্চিক, ব্যংসিত, পাৰ্শ্বনিকুট্টন, ললাটতিলক, ক্ৰান্ত, কুঞ্চিত, চক্ৰমণ্ডল, উৰোমণ্ডল, আক্ষিপ্ত, তলাবিলাসিত, অৰ্গল, বিক্ষিপ্ত, আবৃত্ত, দোলপাদ, নিবৃত্ত, বিনিবৃত্ত, পাৰ্শ্বক্ৰান্ত, নিশুম্ভিত, বিদ্যুদ্ভ্ৰান্তি, অতিক্ৰান্ত, বিৱৰ্ত্তিতক, গজক্ৰীড়িতক, তলসংস্ফোটিত, গৰুড়প্লুতক, গণ্ডসূচী, পৰিবৃত্ত, পাৰ্শ্বজানু, গৃধ্ৰাৱলীনক, সন্নত, সূচী, অৰ্দ্ধসূচী, সূচীবিদ্ধ, অপক্ৰান্ত, ময়ূৰললিত, সৰ্পিত, দণ্ডপাদ, হৰিণপ্লুত, প্ৰেংখোলিত, নিতম্ব, স্খলিত, কৰিহস্ত, সমৰ্পিত, সমুদ্দিষ্ট, সিংহাক্ৰীড়িত, সিংহাকৰ্ষিত, উদ্বৃত্ত, উপসৃত, তলসংঘট্টিত, জনিত, অবহিত্থক, নিবেশ, এলকাক্ৰীড়িত, উৰুদ্বৃত্ত, মদস্খলিত, বিষ্ণুক্ৰান্ত, সংভ্ৰান্ত, বিষ্কম্ভ, উদ্ঘট্টিত, বৃষভক্ৰীড়িত, লোলিতক, নাগাপসৰ্পিত, শকটাস্য আৰু গঙ্গাৱতৰণ ।

৫৫(খ)-৫৬। নৃত্তে যুদ্ধে নিযুদ্ধে চ তথা গতিপৰিক্ৰমে ।।
যানি স্থানানি যাশ্চাৰ্যো ব্যয়ামে গদিতানি তু ।
পাদপ্ৰচাৰস্তেষাং কৰণামিয়ং ভৱেৎ ।

নৃত্য, যুদ্ধ, নিযুদ্ধ(ব্যক্তিগত যুদ্ধ) চলন আৰু সাধাৰণ গতি আৰু ব্যয়ামৰ ক্ষেত্ৰত যিবিলাক স্থান আৰু চাৰীৰ কথা কোৱা হৈছে, সেই কৰণ বিলাকত পাদ সঞ্চালন এনে হ'ব ।

৫৭। যে চাপি নৃত্তহস্তাস্তু গদিতা নৃত্তকৰ্মণি ।
তেষাং সমাসতো যোগঃ কৰণেষু বিভাব্যতে ।।

নৃত্ত*ৰ ক্ষেত্ৰত যিবোৰ নৃত্তহস্ত বিহিত হৈছে, সেইবোৰ সংক্ষেপতে কৰণৰ ক্ষেত্ৰতো প্ৰযোজ্য বুলি জানিব ।

৫৮। চাৰ্যশ্চৈৱ তু যাঃ প্ৰোক্তা নৃত্তহস্তাস্তথৈৱ চ ।
সা মাতৃকেতি বিজ্ঞেয়া তদ্যোগাৎ কৰণানি তু ।।

যিবোৰ চাৰী আৰু নৃত্তহস্তৰ কথা কোৱা হ'ল, সেইবোৰ মাতৃকা বুলি জানিব । আৰু এইবোৰৰ সহায়তে কৰণ বিলাক হয় ।

৫৯। গতি প্ৰচাৰে বক্ষ্যামি যুদ্ধচাৰীবিকল্পনম্ ।
যত্ৰ তত্ৰাপি সংযোজ্যমাচাৰ্যৈৰ্নাট্যশক্তিতঃ ।।

গতি প্ৰচাৰৰ আলোচনাৰ অন্তত, যুদ্ধৰ উপযোগী চাৰীৰ কথা আলোচনা কৰা হ'ব । আচাৰ্য্যই এইবোৰ নাট্যকলাৰ শক্তি অনুসৰি য'তে ত'তে প্ৰয়োগ কৰিব পাৰিব ।

৬০। প্ৰায়েণ কৰণে কাৰ্যো ৱামো ৱক্ষঃস্থিতঃ কৰঃ ।
চৰণস্যানুগশ্চাপি দক্ষিণস্তু ভৱেৎ কৰঃ ।।

কৰণত, সাধাৰণতে বাওঁহাত বুকুত ৰাখিব আৰু সোঁহাত ভৰিৰ (অনুগামী কৰিব) ফালে আগবঢ়াই ৰাখিব ।

৬১। হস্তপাদ প্ৰচাৰং তু কটিপাৰ্শ্বোৰুসংযুতম্ ।
উৰঃ পৃষ্ঠোদৰোপেতং নৃত্তমাৰ্গে নিবোধত ।।

নৃত্তত কটি, পাৰ্শ্ব, উৰু, বক্ষ, পৃষ্ঠ আৰু উদৰৰ সৈতে সম্বন্ধযুক্ত হস্ত – পাদৰ প্ৰচাৰ কেনেকৈ কৰিব লাগে শুনক ।

---

* নৃত্তঃ নাট্য শাস্ত্ৰত নৃত্ত আৰু নৃত্যৰ মাজত সামান্য ভেদ আছে ।।

৬২।	কটী জানুসমং যত্র কূর্পৰাংসশিৰস্তথা ।
সমুন্নতমুৰশ্চৈৱ সৌষ্ঠৱং নাম তদ্ভৱেৎ ।।

য'ত কটি, জানু, কূৰ্পৰ, স্কন্ধ, আৰু শিৰ স্বাভাবিক অবস্থাত থাকে, আৰু বুকুখন উন্নত হৈ থাকে, তাৰ নাম সৌষ্ঠৱ ।(কৰণৰ ৰূপ তলত দিয়া হ'ল) ।

৬৩।	ৱামে পুষ্পপুটঃ পাৰ্শ্বে পাদোঽগ্ৰতলসঞ্চৰঃ ।
তথা চ সন্নতং পাৰ্শ্বং তলপুষ্পপুটং ভৱেৎ ।

তলপুষ্পপুট, য'ত বাওঁকালে পুষ্পপুট হস্ত, অগ্ৰতলসঞ্চাৰ চৰণ, সন্নত পাৰ্শ্ব হয় তাক তলপুষ্পপুটকৰণ বোলে ।

৬৪।	কুঞ্চিতৌ মণিবন্ধে তু ব্যাবৃত্ত পৰিবৰ্ত্তিতৌ ।
হস্তৌ নিপতিতৌ চোৰ্ৱোৰ্ৱৰ্তিতং কৰণংত্বতৎ ।।

বৰ্ত্তিত – ব্যাবৃত্ত আৰু পৰিবৰ্ত্তিত হস্তদ্বয় মণিবন্ধত ভাঁজ কৰি উৰুত স্থাপন কৰাকে বৰ্ত্তিত কৰণ বোলে ।

৬৫।	শুকতুণ্ডৌ যদা হস্তৌ ব্যাবৃত্তপৰিবৰ্ত্তিতৌ ।
উৰূ চ ৱলিতৌ যত্ৰ ৱলিতোৰু তদুচ্যতে ।।

বলিতোৰু – হাত দুখন শুকতুণ্ডৰ (ভাটৌৰ ঠোঁটৰ দৰে) দৰে ব্যাবৰ্ত্তিত আৰু পৰিবৰ্ত্তিত আৰু উৰুযুগল বলিতাকাৰ কৰিব লাগে সেয়ে বলিতোৰুকৰণ ।

৬৬।	আবৃত্য শুকতুণ্ডাখ্যমূৰুপৃষ্ঠে নিপাতয়েৎ ।
ৱক্ষস্থো ৱামহস্তশ্চাপ্যপৱিদ্ধং তু তদ্ভৱেৎ ।।

অপবিদ্ধ – শুকতুণ্ডৰ দৰে দক্ষিণহাত দক্ষিণ উৰুত আৰু বাওঁহাত বুকুত স্থাপন কৰিলে অপবিদ্ধ কৰণ বোলা হয় ।

৬৭।	শ্লিষ্টৌ সমনখৌ পাদৌ কৰৌচাপি প্ৰলম্বিতৌ ।
দেহঃ স্বাভাৱিকো যত্ৰ ভৱেৎ সমনখং তু তৎ ।।

সমনখ – দুয়োখন ভৰিৰ নখবিলাক সমানভাবে ৰাখি (সমনখাকৃতি কৰি), ভৰিদুখন পৰস্পৰে স্পৰ্শ কৰিব, হাতদুখন লম্বমান কৰি ৰাখি শৰীৰটো স্বাভাবিকভাবে ৰখা কাৰ্য্য ।

৬৮।	পতাকাঞ্জলি ৱক্ষস্থং প্ৰসাৰিতশিৰোধৰম্ ।
নিকুঞ্চিতাংসকূটং চ তল্লীনং কৰণং স্মৃতম্ ।।

লীন – হাতদুখন পতাকাৰদৰে অঞ্জলি কৰি বুকুত স্থাপন কৰি, গ্ৰীবা উচ্চ আৰু স্কন্ধ অৱনমিত কৰি ৰখা কাৰ্য্য।

৬৯। স্বস্তিকৌ বেচিতাৱিদ্ধৌ ৱিশ্লিষ্টৌ কটিসংস্থিতৌ।
যত্ৰ তৎ কৰণং জ্ঞেয়ং বুধৈঃ স্বস্তিকৰেচিতম্ ।।

স্বস্তিকৰেচিত – ৰেচিত আৰু আবিদ্ধৰূপে দুইখনহাত স্বস্তিকাকাৰে একেলগ কৰিব তাৰপিছত বিশ্লিষ্ট(পৃথক) কৰি কটিদেশত স্থাপন কৰা কাৰ্য্য।

৭০। স্বস্তিকৌ তু কৰৌ কৃত্বা প্ৰাঙ্মুখোৰ্ধ্বতলৌ সমৌ।
তথা চ মণ্ডলং স্থানং মণ্ডলস্বস্তিকং তু তৎ ।।

মণ্ডলস্বস্তিক – ঊৰ্দ্ধমুখ কৰতলৰ সৈতে এক কৰিবৰ বাবে স্বস্তিকাকাৰে হাতদুখন ঊৰ্দ্ধস্থানলৈ সঞ্চালন কৰা আৰু দেহটো মণ্ডলস্থানাকাৰ কৰা কাৰ্য্য।

৭১। নিকুট্টিতৌ যদা হস্তৌ স্ববাহুশিৰসোহন্তৰে।
পাদৌ নিকুট্টিতৌ চৈৱ জ্ঞেয়ং তত্তু নিকুট্টকম্ ।।

নিকুট্টক – হাতদুখন, বাহু আৰু মূৰৰ মধ্যবৰ্তীস্থানত নিকুট্টিত (উন্নমিত কৰা) কাৰ্য্য। সেইমতে ভৰি দুখনৰো অনুৰূপ কাৰ্য্য।

৭২। অঞ্চিতৌ বাহুশিৰসী হস্তস্ত্বভিমুখাঙ্গুলিঃ।
নিকুট্টিতশ্চ পাদঃ স্যাৎ জ্ঞেয়মৰ্ধানিকুট্টনম্ ।।

অৰ্দ্ধনিকুট্ট – পল্লৱাকাৰে হাত দুখন স্কন্ধৰ ফালে কুঞ্চিত আৰু ভৰি দুখন সঞ্চালন কৰা কাৰ্য্য।

৭৩। পৰ্যায়শঃ কটিচ্ছিন্না বাহূ শিৰসি পল্লৱৌ।
পুনঃ পুনশ্চ কৰণং কটিচ্ছিন্নং তু তদ্ভবেৎ ।।

কটিচ্ছিন্ন – কটিদেশ পৰ্যায়ক্ৰমে ছিন্নাকাৰ কৰি পল্লৱাকাৰ কৰি হাত দুখন এখন এখনকৈ বাৰে বাৰে মূৰত স্থাপন কৰা কাৰ্য্য।

৭৪। অপবিদ্ধকৰঃ সূচ্যা পাদশ্চৈৱ নিকুট্টিতঃ।
সন্নতং যত্ৰ পাৰ্শ্বং চ তদ্ভৱেদৰ্ধৰেচিতম্ ।।

অৰ্দ্ধৰেচিত – সূচীমুখাকাৰ (বেজিৰ নিচিনা জোঙা) কৰি হাত দুখন অবাধে সঞ্চালন কৰিবঁ আৰু ভৰিদুখন পৰস্পৰ তলে ওপৰে সঞ্চালিত হ'ব, পাৰ্শ্ব অৱনমিত হ'ব।

৭৫। স্বস্তিকৌ চৰণৌ যত্র কৰৌ ৱক্ষসি ৰেচিতৌ।
নিকুঞ্চিতং তথা ৱক্ষো ৱক্ষঃস্বস্তিকমেৱ চ।

ৱক্ষঃস্বস্তিক – ভৰি দুখন স্বস্তিকাকাৰ কৰি হাত দুখন কুঞ্চিত কৰি ৱক্ষস্থলৰ ওপৰত লঘুভাৱে স্থাপন কৰা কাৰ্য্য।

৭৬। অঞ্চিতেন তু পাদেন ৰেচিতৌ তু কৰৌ যদা।
উন্মত্তং কৰণং তত্তু বিজ্ঞেয়ং নৃত্তকোৱিদৈঃ ॥

উন্মত্ত – ভৰি দুখন অঞ্চিতকাৰ (স্থিৰে ৰাখি) হাত দুখন মেলিদিয়া কাৰ্য্য।

৭৭। উভাভ্যাং হস্তপাদাভ্যাং ভৱতঃ স্বস্তিকৌ যদা।
তৎস্বস্তিকমিতি প্ৰোক্তং কৰণং কৰণাৰ্থিভিঃ ॥

স্বস্তিক – হাত দুখন আৰু ভৰিদুখন যথাক্ৰমে স্বস্তিকাকাৰে যুক্ত কৰা কাৰ্য্য।

৭৮। বিক্ষিপ্তাক্ষিপ্তবাহুভ্যাং স্বস্তিকৌ চৰণৌ যদা।
অপক্ৰান্তাৰ্দ্ধসূচিভ্যাং তৎপৃষ্ঠস্বস্তিকং ভৱেৎ ॥

পৃষ্ঠস্বস্তিক – উৎক্ষিপ্ত আৰু অধঃক্ষিপ্ত বাহু দুটা স্বস্তিকাকাৰে একেলগ কৰি, অপক্ৰান্ত আৰু অৰ্দ্ধসূচী চাৰীৰ সৈতে ভৰি দুখন স্বস্তিকাকাৰে যুক্তকৰা কাৰ্য্য।

৭৯। পাৰ্শ্বয়োৰগ্ৰতশ্চৈৱ যত্ৰ শ্লিষ্টঃ গতো ভৱেৎ।
স্বস্তিকো হস্তপাদাভ্যাং তদ্দিক্‌স্বস্তিকমুচ্যতে ॥

দিক্‌স্বস্তিক – একে গতিতে পাৰ্শ্ব আৰু সমুখলৈ ঘূৰি যোৱা আৰু হাতভৰিৰ দ্বাৰা স্বস্তিক গঠন কৰা কাৰ্য্য।

৮০। অলাতং চৰণং কৃত্বা ব্যংসয়েদ্ দক্ষিণং কৰম্।
ঊৰ্দ্ধজানুক্ৰমং চৈৱ অলাতকৰণং ভৱেৎ ॥

অলাত – ভৰিদুখন স্থিৰ কৰি, হাতদুখন কান্ধৰ পৰা অৱনমিত কৰি, ঊৰ্দ্ধজানু হোৱা কাৰ্য্য।

৮১। স্বস্তিকাপসৃতঃ পাদঃ কৰৌ নাভিকটীস্থিতৌ।
পাৰ্শ্বমুদ্বাহিতং চৈৱ কৰণং তৎকটীসমম ॥

কটিসম – স্বস্তিক কৰণৰ পিছত ভৰি দুখনৰ পৃথক কৰণ, হাত দুখনৰ এখনৰ নাভিত আনখনৰ কটিদেশত স্থাপন আৰু পাৰ্শ্বদ্বয়ক উদ্বাহিত (উত্তোলন) কৰা কাৰ্য্য।

৮২। হস্তো হৃদি ভৱেদ্বামঃ সব্যস্চাক্ষিপ্তৰেচিতঃ ।
ৰেচিতশ্চাপৱিদ্ধশ্চ তৎ স্যাদাক্ষিপ্তৰেচিতম্ ।।

আক্ষিপ্তৰোচিত – বাঁওহাত হৃৎপিণ্ডৰ ওপৰত, ৰেচিত(বিবৰ্ত্তিত) বাওঁহাতলৈ উৰ্দ্ধ আৰু পাৰ্শ্বত ৰাখি তাৰ পিছত অপবিদ্ধ ভঙ্গীত হাত দুখন বিবৰ্ত্তিত কৰা কাৰ্য্য ।

৮৩। ৱিক্ষিপ্তং হস্তপাদং তু তস্যৈৱাক্ষেপনং পুনঃ ।
যত্র তৎ কৰণং জ্ঞেয়ং ৱিক্ষিপ্তাক্ষিপ্তকং দ্বিজাঃ ।।

বিক্ষিপ্তাক্ষিপ্তকম – হাত দুখন আৰু ভৰিদুখন প্ৰথমতে উৎক্ষিপ্ত, তাৰপিছত অধোভাৱে স্থাপন কৰা কাৰ্য্য ।

৮৪। স্বস্তিকৌ চৰণৌ কৃত্বা কৰিহস্তং চ দক্ষিণম্ ।
ৱক্ষঃস্থানে তথা ৱামমৰ্ধস্বস্তিকমাদিশেৎ ।।

অৰ্দ্ধস্বস্তিক – ভৰি দুখন স্বস্তিকাকাৰ, সোঁহাতখন হাতীৰ শুৰৰ ভঙ্গীত আৰু বাওঁ হাতখন বুকুত স্থাপন কৰা কাৰ্য্য ।

৮৫। ব্যাবৃত্তপৰিবৃত্তস্তু স এৱ তু কৰো যদা ।
অঞ্চিতো নাসিকাগ্রে তু তদঞ্চিতমুদাহৃতম্ ।।

অঞ্চিত – অৰ্দ্ধস্বস্তিকৰ কৰিহস্ত পৰ্য্যায় মতে ব্যাৱৰ্ত্তিত আৰু পৰিবৰ্ত্তিত সঞ্চালন আৰু শেষত নাসাগ্ৰত কুঞ্চিত কৰা কাৰ্য্য ।

৮৬। কুঞ্চিতং পাদমুৎক্ষিপ্য ত্র্যস্রমূৰং নিৱৰ্ত্তয়েৎ ।
কটিজানু – নিবৃত্তৌ চ ভুজঙ্গত্রাসিতং ভৱেৎ ।।

ভুজঙ্গত্ৰাসিত – কুঞ্চিত ভৰি দুখন উৎক্ষিপ্ত, উৰুৰ বক্ৰভাৱে নিবৰ্ত্তন গতি, কঁকাল আৰু জানু একে গতিত ৰখা কাৰ্য্য ।

৮৭। কুঞ্চিতং পাদমুৎক্ষিপ্য জানু হস্তং সমং ন্যসেৎ ।
প্ৰয়োগৱশগৌ হস্তাবূৰ্ধ্বজানু প্ৰকীৰ্ত্তিতম্ ।।

উৰ্দ্ধজানু – কুঞ্চিত ভৰি এখন উৎক্ষেপন কৰি, জানুটো হাতৰ সমসূত্ৰত (ওপৰলৈ) স্থাপন কৰি দুইখন হাতৰ নৃত্যৰ লগত সঙ্গতি ৰখা কাৰ্য্য ।

৮৮। ৱৃশ্চিকং বৃশ্চিকং কৃত্বা কৰং পাৰ্শ্বে নিকুঞ্চয়েৎ ।
নাসাগ্ৰে দক্ষিণং চৈৱ জ্ঞেয়ং তদ্ধি নিকুঞ্চিতম্ ।।

নিকুঞ্চিত – বৃশ্চিক কৰণৰ দৰে ভৰিৰ গতি, হাত দুখন পাৰ্শ্বস্থানত নিকুঞ্চিত, আৰু দক্ষিণ হাতখনৰ নাসাগ্ৰত স্থাপন ।

৮৯। ৰামদক্ষিণপাদাভ্যাং ঘূৰ্ণমানোপসৰ্পণৈঃ।
উদ্বেষ্টিতাপবিদ্ধৈশ্চ হস্তৈৰ্মতল্ল্যুদাহৃতম্‌ ।।

মতল্লি – দুই ভৰি পিছুফালে নিক্ষিপ্ত হোৱাৰ সময়ত ঘূৰ্ণীয়মান ঘূৰ্ণিত গতি, উদ্বেষ্টিত আৰু অপবিদ্ধ গতিত হস্তসঞ্চালন কৰা কাৰ্য্য।

৯০। স্খলিতাপসৃতৌ পাদৌ ৰামহস্তশ্চঃ ৰেচিতঃ।
সব্যহস্তঃ কটিস্থঃ স্যাদৰ্ধমতল্লিমাদিশেৎ ।।

অৰ্দ্ধমতল্লি – স্খলিত কৰণৰ অবস্থানৰ পৰা পদদ্বয় আকৃষ্ট(সঙ্কোচন) বাওঁহাতখন প্ৰসাৰিত, শেষত কঁকালত স্থাপন।

৯১। ৰেচিতো দক্ষিণো হস্তঃ পাদঃ সব্যো নিকুট্টিতঃ।
দোলা চৈব ভৱেদ্বামস্তদ্ৰেচিতনিকুট্টিতম্‌ ।।

ৰেচিতানকুট্টিত – দক্ষিণহাত ৰেচিত, বাওঁহাত উদ্‌ঘটিত আৰু বাওঁহাত দোলাকাৰ কৰা কাৰ্য্য।

৯২। কাৰ্যৌ নাভিতটে হস্তৌ প্ৰাঙমুখৌ কটকামুখৌ।
সূচীবিদ্ধাৱপক্ৰাংন্তৌ পাদৌ পাদাপবিদ্ধকে ।।

পাদাপবিদ্ধক – কটকামুখাকাৰ (বলয়) হাত দুখন ওপৰমুৱাকৈ নাভিত স্থাপন, ভৰিদুখন প্ৰথমে সূচী আৰু পিছত অপক্ৰান্তচাৰীকৰণ।

৯৩। অপবিদ্ধো ভৱেদ্ধস্তঃ সূচীপাদস্তথৈব চ।
তথা ত্ৰিকং বিবৃত্তং চ বলিতং নাম তদ্ভবেৎ ।।

বলিত – হাত দুখন অপবিদ্ধ, ভৰি দুখন সূচীচাৰীত স্থাপন, মেৰুদণ্ডৰ নিম্নভাগ ঘূৰ্ণিত।

৯৪। বৰ্তিতো ঘূৰ্ণিতঃ সব্যো হস্তোবামশ্চ দোলিতঃ।
স্বস্তিকাপসৃতঃ পাদঃ কৰণং ঘূৰ্ণিতং তু তৎ ।।

ঘূৰ্ণিত – দক্ষিণহাত বৰ্তিত আৰু ঘূৰ্ণিত, বাওঁহাত দোলাকাৰ আৰু ভৰি স্বস্তিকাবস্থাতকৈ অপসৃত।

৯৫। কৰিহস্তো ভৱেদ্বামো দক্ষিণশ্চ বিবৰ্তিতঃ।
বহুশঃ কুট্টিতঃ পাদো জ্ঞেয়ং তল্ললিতং বুধৈঃ ।।

ললিত – বাওঁহাত হাতীৰ শুঁৰৰ দৰে, সোঁহাত পুনৰ অপবৰ্তিত (একালে ঘূৰোৱা), ভৰিদুখন ওপৰলৈ আৰু তললৈ উঠোৱা নমোৱা কৰা।

৯৬।	উৰ্দ্ধজানুং ৱিধায়াথ তস্যোপৰি লতাং ন্যসেৎ ।
দণ্ডপক্ষং তু তৎ প্ৰোক্তং কৰণং নৃত্তৱেদিভিঃ ।।

দণ্ডপক্ষ – ওপৰলৈ জানু দুটা কৰি তাত লতাৰ আকাৰে হাত দুটা স্থাপন ।

৯৭।	ভুজঙ্গত্ৰাসিতং কৃত্বা যথোভাৱপি ৰেচিতৌ ।
ৱামপাৰ্শ্বস্থিতৌ হস্তৌ ভুজঙ্গত্ৰস্তৰেচিতম্ ।।

ভুজঙ্গত্ৰস্তৰেচিত – ভৰিদুখন ভুজঙ্গত্ৰাসিত, হাত দুখন ৰেচিত আৰু বামপাৰ্শ্বস্থিত ।

৯৮।	ত্ৰিকং সুৱলিতং কৃত্বা লতাৰেচিতকৌ কৰৌ ।
নূপুৰং চ তথা পাদংকৰণে নূপুৰে ন্যসেৎ ।।

নূপুৰ – মেৰুদণ্ডৰ নিম্নভাগ সুন্দৰভাবে ঘূৰ্ণিত, হাত দুখন যথাক্ৰমে লতা আৰু ৰেচিত আকাৰ আৰু ভৰিদুখন নূপুৰযুক্ত ।

৯৯।	ৰেচিতৌ হস্তপাদৌ চ কটিগ্ৰীৱৌ চ ৰেচিতৌ ।
বৈশাখস্থানকেনৈতং ভৱেদ্বৈশাখৰেচিতম্ ।।

বৈশাখৰেচিত – হাত দুখন আৰু ভৰি দুখন ৰেচিত, কটি আৰু গ্ৰীবা ৰেচিত, সমস্ত দেহ বৈশাখস্থানৰ (সহায়হীন) অবস্থাত স্থিত ।

১০০।	আক্ষিপ্তঃ স্বস্তিকঃ পাদঃ কৰৌ চোদ্বেষ্টিতৌ তথা ।
ত্ৰিকস্য ৱলনাচ্চৈৱ জ্ঞেয়ং ভ্ৰমৰকং তু তৎ ।।

ভ্ৰমৰক – আক্ষিপ্তচাৰী স্বস্তিকাকাৰ পদযুগল, হাত দুখনত উদ্বেষ্টিত গতি, মেৰুদণ্ডৰ নিম্নভাগ ঘূৰ্ণিত ।

১০১।	অঞ্চিতঃ স্যাৎ কৰো ৱামঃ সব্যশ্চতুৰ ত্ৰৱ চ ।
দক্ষিণঃ কুট্টিতঃ পাদঃ চতুৰং তৎ প্ৰকীৰ্ত্তিতম্ ।।

চতুৰ – বাওঁহাতত অঞ্চিত আকাৰ, সোঁহাতত চতুৰভঙ্গী, সোঁভৰি কুট্টিত আকাৰ ।

১০২।	ভুজঙ্গত্ৰাসিতঃ পাদো ৰেচিতো দক্ষিণঃ কৰঃ ।
লতাখ্যশ্চ কৰো ৱামো ভুজঙ্গাঞ্চিতকং ভৱেৎ ।।

ভুজঙ্গাঞ্চিত – ভৰি দুখন ভুজঙ্গত্ৰাসিত, দক্ষিণহাত ৰেচিত আৰু বাওঁহাতত লতাভঙ্গী ।

১০৩।	ৱিক্ষিপ্তং হস্তপাদং তু সমন্তাদ্ যত্ৰ দণ্ডৱৎ ।
ৰেচ্যতে তদ্ধি কৰণং জ্ঞেয়ং দণ্ডকৰেচিতম্ ।।

দণ্ডকবেচিত – দণ্ডব দৰে হাত ভৰি অবাধে চাবিওদিশে নিক্ষিপ্ত, শেষত হাতভৰিৰ বেচিতকৰণ।

১০৪। বৃশ্চিকং কৰণং কৃত্বা হাবপাথ নিকুট্টিতৌ।
বিধাতব্যৌ কৰৌ তদ্বি জ্ঞেয়ং বৃশ্চিককুট্টিতম্ ।।

বৃশ্চিককুট্টিত – প্ৰথমে বৃশ্চিককৰণ, পিছত হাত দুখনত নিকুট্টিত গতি।

১০৫। সূচীং কৃত্বাপবিদ্ধং চ দক্ষিণং চৰণং ন্যসেৎ।
বেচিতা চ কটির্যত্ৰ কটিভ্ৰান্তং তদুচ্যতে ।।

কটিভ্ৰান্ত – সূচীকৰণ, দক্ষিণহাতত অপবিদ্ধ ভঙ্গী আৰু কঁকালটো ঘূৰ্ণিত।

১০৬। অঞ্চিতঃ পৃষ্ঠতঃ পাদঃ কুঞ্চিতোৰ্ধ্ব তলাঙ্গুলিঃ।
লতাখ্যশ্চ কৰো বামস্তল্লতাবৃশ্চিকং ভৱেৎ ।।

লতাবৃশ্চিক – এটা ভৰি অঞ্চিত আৰু পিছফালে (পশ্চাৎমুখ হৈ থকা) বাওঁহাত লতাৰ আকাৰত, কৰতল আৰু আঙুলি কুঞ্চিত উৰ্দ্ধমুখী।

১০৭। অলপদ্মঃ কটীদেশে ছিন্না পৰ্য্যায়শঃ কটী।
বৈশাখস্থানকেনেহ তচ্ছিন্নং কৰণং ভৱেৎ ।।

ছিন্ন – ছিন্নাকাৰ কঁকালত অলপদ্মহস্ত স্থাপিত; দেহ বৈশাখস্থানত অবস্থিত।

১০৮। বৃশ্চিকং চৰণং কৃত্বা স্বস্তিকৌ চ কৰাবুভৌ।
বেচিতাপসৃতৌ চৈৱ কাৰ্যং বৃশ্চিকবেচিতম্ ।।

বৃশ্চিকবেচিত – বৃশ্চিককৰণ, স্বস্তিকাকাৰ হাত দুখন ক্ৰমে বেচিত হব আৰু বিপ্ৰকীৰ্ণ ভঙ্গীত অৱস্থিত হব।

১০৯। বাহুশীৰ্ষাঞ্চিতৌ হস্তৌ পাদঃ পৃষ্ঠাঞ্চিতস্তথা।
দূৰসন্নতপৃষ্ঠং চ বৃশ্চিকং তৎপ্ৰকীৰ্তিতম্ ।।

বৃশ্চিক – কুঞ্চিত হাতদুখন স্কন্ধৰ ওপৰত স্থাপন, এটা কুঞ্চিত পদ পশ্চাৎমুখ।

১১০। আলীঢ়ং স্থানকং যত্ৰ কৰৌ ৱক্ষসি ৰেচিতৌ।
উৰ্ধ্বাধোবিপ্ৰকীৰ্ণৌ চ ব্যংসিতং তদিহোচ্যতে ।।

ব্যংসিত – আলীঢ় স্থান, হাতদুখন ৰেচিত আৰু বুকুত স্থাপন, শেষত বিপ্ৰকীৰ্ণ ভঙ্গীৰে উৰ্দ্ধ আৰু অধোগতি।

১১১। হস্তৌ তু স্বস্তিকৌ পার্শ্বে তথা পাদো নিকুট্টিতঃ ।
যত্র তৎ কৰণং জ্ঞেয়ং বুধৈঃ পার্শ্বনিকুট্টকম্ ।।

পার্শ্বনিকুট্টক – স্বস্তিকাকাৰে হাত দুখন এক পার্শ্বত স্থাপিত ভৰি দুখন নিকুট্টিত ।

১১২। বৃশ্চিকং চৰণং কৃত্বা পাদস্যাঙ্গুষ্ঠকেন তু ।
ললাটে তিলকং কুৰ্য্যাল্ললাটতিলকং চ তৎ ।।

ললাটতিলক – বৃশ্চিক কৰণৰ অন্তত এটা বুঢ়া আঙুলিৰে কঁপালত তিলক অঙ্কিত ।

১১৩। পৃষ্ঠতঃ কুঞ্চিতং কুৰ্য্যাদতিক্রান্তং সমন্ততঃ ।
আক্ষিপ্তৌ চ কৰৌ কাৰ্য্যৌ ক্রান্তকে কৰণে দ্বিজাঃ ।।

ক্রান্তক – এটা ভৰি পিঠিফালে কুঞ্চিত কৰিব তাৰপিছত অতিক্রান্তকৰণ শেষত হাতদুখন তললৈ পেলাই থোৱা কাৰ্য্য ।

১১৪। আদ্যঃ পাদোহঞ্চিতঃ কাৰ্যঃ সব্যহস্তশ্চ কুঞ্চিতঃ ।
উত্তানো ৰামপাৰ্শ্বশ্চ তৎকুঞ্চিতমুদাহৃতম্ ।।

কুঞ্চিত – এটা ভৰি অঞ্চিত, কৰতল উৰ্দ্ধমুখী হব, বাওঁহাত বাওঁপাৰ্শ্বত ৰব ।

১১৫। প্ৰলম্বিতাভ্যাং বাহুভ্যাং যদ্ গাত্রেণানতেন চ ।
অভ্যন্তৰাপৱিদ্ধঃ স্যাৎ তজ্জ্ঞেয়ং চক্রমণ্ডলম্ ।।

চক্রমণ্ডল – কুঞ্চিত আৰু সৰলভাৱে লম্বমান বাহুদুটাৰ মধ্যবৰ্ত্তীস্থানত থকা দেহৰ অভ্যন্তৰ অপবিদ্ধ কৰণীয় ।

১১৬। স্বস্তিকাপসৃতৌ পাদাৱপৱিদ্ধক্রমৌ যদা ।
উৰোমণ্ডলিকো হস্ত উৰোমণ্ডলকং তু তৎ ।।

উৰুমণ্ডল – ভৰিদুখন স্বস্তিক অৱস্থাৰ পৰা আকৃষ্ট আৰু অপবিদ্ধ ক্রমত প্ৰযুক্ত আৰু হাতদুখনত উৰুমণ্ডল ভঙ্গী ।

১১৭। আক্ষিপ্তহস্তপাদং চ ক্রিয়তে যত্র ৱেগতঃ ।
আক্ষিপ্তং কৰণং নাম তদ্বিজ্ঞেয়ং দ্বিজৰ্ষভাঃ ।।

আক্ষিপ্ত – ইয়াত হাতভৰি দ্ৰুতগতিত যতে ততে নিক্ষিপ্ত হয় ।

১১৮। উৰ্দ্ধাঙ্গুলিতলঃ পাদঃ পাৰ্শ্বেনোৰ্দ্ধং প্ৰসাৰিতঃ ।
প্ৰকুৰ্য্যাদঞ্চিততলৌ হস্তৌ তলৱিলাসিতে ।।

তলবিলাসিত – ঊৰ্দ্ধমুখ আঙুলি আৰু ভৰিতলুৱা লগালগাই, একালে ওপৰলৈ মেলা আৰু হাতৰ তলুৱা কুঞ্চিতকৰণ।

১১৯। পৃষ্ঠতঃ প্ৰসৃতঃ পাদো দ্বৌ তালাৰ্দ্ধমেৱ চ।
তস্যৈৱানুগতো হস্তঃ পুৰতস্ত্বৰ্গলং তু তৎ ॥

অৰ্গল – ভৰিদুখন পিছফালে মেলি আঢ়ৈ তাল ব্যৱধানত ৰাখি হাতদুখন সেইফালে আগবঢ়াই নিয়া।

১২০। ৱিক্ষিপ্তং হস্তপাদং তু পৃষ্ঠতঃ পাৰ্শ্বতোঽথৱা।
একমাৰ্গগতং যত্ৰ তদ্বিক্ষিপ্তমুদাহৃতম্ ॥

বিক্ষিপ্ত – হাতভৰি একেভাবে পাৰ্শ্ব আৰু পিছফালে বিক্ষেপ।

১২১। প্ৰসাৰ্য কুঞ্চিতং পাদং পুনৰাৱৰ্তয়েদ দ্ৰুতম্।
প্ৰয়োগৱশগৌ হস্তৌ তদাবৃত্তমুদাহৃতম্ ॥

আবৰ্ত – কুঞ্চিত ভৰিদুখন সমুখত ৰাখি, নৃত্যোপযোগী হাতদুখন দ্ৰুতসঞ্চালন।

১২২। কুঞ্চিতং পাদমুৎক্ষিপ্য পাৰ্শ্বাৎতু দোলয়েৎ।
প্ৰয়োগৱশগৌ হস্তৌ দোলাপাদং প্ৰকীৰ্ত্তিতম্ ॥

দোলাপাদ – কুঞ্চিত ভৰিদুখন উৎক্ষিপ্ত আৰু হাতদুখন নৃত্যৰ উপযোগী কৰি, একালৰ পৰা আনফালে আন্দোলিত।

১২৩। আক্ষিপ্তং হস্তপাদং চ ত্ৰিকং চৈৱ ৱিৱৰ্ত্তিতম্।
ৰেচিতৌ চ তথা হস্তৌ বিবৃত্তে কৰণে দ্বিজাঃ ॥

বিবৃত – প্ৰথমে হাতভৰি আক্ষিপ্ত, মেৰুদণ্ডৰ নিম্নভাগ ঘূৰ্ণিত আৰু হাতদুখন ৰেচিত।

১২৪। সূচীৱিদ্ধং ৱিধায়াথ ত্ৰিকং তু ৱিনিৱৰ্তয়েৎ।
কৰৌ তু ৰেচিতৌ কাৰ্যৌ ৱিনিবৃত্তে দ্বিজোত্তমাঃ ॥

বিনিবৃত্ত – সূচীকৰণ কৰি মেৰুদণ্ডৰ নিম্নভাগ ঘূৰ্ণিত আৰু হাতদুখন ৰেচিত।

১২৫। পাৰ্শ্বক্ৰান্তক্ৰমং কৃত্বা পুৰস্তাদথ পাতয়েৎ।
প্ৰয়োগৱশগৌ হস্তৌ পাৰ্শ্বক্ৰান্তমুদাহৃতম্ ॥

পাৰ্শ্বক্ৰান্ত – পাৰ্শ্বক্ৰান্ত ক্ৰম অনুসৰি, হাতদুখন সমুখলৈ বিক্ষেপ কৰি, নৃত্যৰ উপযোগীকৈ সঞ্চালন।

১২৬। পৃষ্ঠতঃ কুঞ্চিতৌ পাদৌ ৰক্ষশ্চৈৱ সমুন্নতম্ ।
তিলকে চ কৰঃ স্থাপ্যস্তন্নিতম্বিতমুচ্যতে ।।

নিতম্বিত – এটা ভৰি পিছফালে কুঞ্চিত, বক্ষ উন্নত, হাত এখন তিলকত স্থাপন ।

১২৭। পৃষ্ঠতো ৱলিতং পাদং শিৰোসৃষ্টিং প্ৰসাৰয়েৎ ।
হস্তৌ চ মণ্ডলাৱিদ্ধৌ ৱিদ্যুদ্ভ্ৰান্তং তদুচ্যতে ।।

বিদ্যুৎভ্ৰান্ত – ভৰিপিছফালে ঘূৰ্ণিত, মণ্ডলবিদ্ধ আকাৰেৰে হাতদুখন মূৰৰ সমীপলৈকে প্ৰসাৰিত হ'ব ।

১২৮। অতিক্ৰান্তক্ৰমং কৃত্বা পুৰস্তাৎ সংপ্ৰসাৰয়েৎ ।
প্ৰয়োগৱশগৌ হস্তৌ অতিক্ৰান্তে প্ৰকীৰ্তিতৌ ।।

অতিক্ৰান্ত – অতিক্ৰান্ত ক্ৰমানুযায়ী নৃত্যৰ উপযোগী কৰি, হাতদুখন আগলৈ মেলা ।

১২৯। আক্ষিপ্তং হস্তপাদং চ ত্ৰিকং চৈৱ ৱিৱৰ্তিতম্ ।
পুনশ্চ ৰেচয়েদ্ধস্তং ৱিৱৰ্তিতকমেৱ তৎ ।।

বিবৰ্তিতক – হাতভৰি আক্ষিপ্ত, মেৰুদণ্ডৰ নিম্নভাগ ঘূৰ্ণিত, পুনৰ হাতদুখন ৰেচিত ।

১৩০। কৰ্ণেঞ্চিতঃ কৰো ৱামো লতাহস্তশ্চ দক্ষিণঃ ।
দোলাপাদস্তদা চৈৱ গজক্ৰীড়িতকং ভৱেৎ ।।

গজক্ৰীড়িত – বাওঁহাত কুঞ্চিত আৰু বাওঁকাণৰ ওচৰলৈ অনা, দক্ষিণ হাত লতাৰ আকৃতিত আৰু ভৰিদুখন দোলাপাদ ভঙ্গীত ।

১৩১। দ্ৰুতমুৎক্ষিপ্য চৰণং পুৰস্তাদথ পাতয়েৎ ।
তলসংস্ফোটিতৌ হস্তৌ তলসংস্ফোটিতে স্মৃতৌ ।।

তলসংস্ফোটিত – এটা ভৰি দ্ৰুতগতিত উৎক্ষেপ কৰি সমুখলৈ প্ৰসাৰিত হ'ব আৰু হাতদুখনত তলসংস্ফোট ভঙ্গী ।

১৩২। পৃষ্ঠপ্ৰসাৰিতঃ পাদঃ লতাৰেচিতকৌ কৰৌ ।
সমুন্নতমুৰশ্চৈৱ্ গৰুড়প্লুতকে ভৱেৎ ।।

গৰুড়প্লুতক – ভৰিদুখন পিছফালে প্ৰসাৰিত, হাতদুখন যথাক্ৰমে লতাৰদৰে ৰেচিত আকাৰৰ আৰু বক্ষস্থল উন্নত ।

১৩৩। সূচীপাদোন্নতং পার্শ্বং একো বক্ষঃস্থিতঃ করঃ ।
দ্বিতীয়শ্চাঞ্চিতো গণ্ডে গণ্ডসূচি তদুচ্যতে ।।

গণ্ডসূচী – পদদ্বয়সূচী, (আগটো জোঙা) পার্শ্ব উন্নত, এটা হাত বুকুত আৰু আনটো হাত অৱনতভাৱে গালত স্পৰ্শ কৰিব ।

১৩৪। উৰ্দ্ধবেষ্টিতৌ হস্তৌ সূচীপাদো বিৱৰ্তিতঃ ।
পৰিবৃত্তত্ৰিকশ্চৈৱ পৰিবৃত্তং তদুচ্যতে ।।

পৰিবৃত্ত – হাতদুখন অৱবেষ্টিত (সাৱটমাৰি) ভঙ্গীৰে ওপৰলৈ তুলি, ভৰিদুখন সূচীভঙ্গীত আৰু মেৰুদণ্ডৰ নিম্নভাগ ঘূৰ্ণিতকৰণ ।

১৩৫। একঃ সমস্থিতঃ পাদ উৰুপাৰ্শ্বে স্থিতোহপৰঃ ।
মুষ্টিহস্তশ্চ ৱক্ষঃস্থঃ পাৰ্শ্বজানু তদুচ্যতে ।।

পাৰ্শ্বজানু – এটাভৰি সমঅৱস্থাত, দ্বিতীয় ভৰি উৰ্দ্ধপাৰ্শ্বত আৰু হাত মুঠিমাৰি বুকুৰ ওপৰত স্থাপন ।

১৩৬। পৃষ্ঠপ্ৰসাৰিতঃ পাদঃ কিঞ্চিদঞ্চিতজানুকঃ ।
যত্ৰ প্ৰসাৰিতৌ বাহু তৎস্যাৎ গৃধ্ৰাৱলীনকম্ ।।

গৃধ্ৰাৱলীনক – এটা ভৰি পিছফালে প্ৰসাৰিত আৰু এটা আঁঠু ঈষৎ কুঞ্চিত, বাহু দুটা প্ৰসাৰিত ।

১৩৭। উৎপত্য চৰণৌ কাৰ্যাৱগ্ৰতঃ স্বস্তিকস্থিতৌ ।
সন্নতৌ চ তথা হস্তৌ সন্নতং তদুদাহৃতম্ ।।

সন্নত – জাপ এটা মৰাৰ দৰে ভৰি দুখন ভাঙি স্বস্তিকাকাৰে সমুখৰ ফালে প্ৰসাৰিত আৰু হাতদুখন সন্নত (ওলমি থকা) ভঙ্গীত ।

১৩৮। কুঞ্চিতং পাদমুৎক্ষিপ্য কুৰ্যাদগ্ৰস্থিতং ভুৱি ।
প্ৰয়োগৱশগৌ হস্তৌ সা সূচী পৰিকীৰ্তিতা ।।

সূচী – এটা কুঞ্চিত পদ উৎক্ষিপ্ত (ওপৰলৈ ভাঙি) পিছত সমুখৰ মাটিত ৰাখিব আৰু হাতদুখন অনুষ্ঠানৰ লৈতে সঙ্গতিপূৰ্ণ হ'ব ।

১৩৯। অলপদ্মঃ শিৰোদেশে সূচীপাদশ্চ দক্ষিণঃ ।
যত্ৰ তৎ কৰণং জ্ঞেয়মৰ্ধসূচীতি নামতঃ ।।

অৰ্দ্ধসূচী – পদ্মমুদ্ৰাকৃতি হাত খন মূৰত স্থাপন কৰি, দক্ষিণভৰি সূচীভঙ্গীত ৰখা ।

১৪০। পাদসূচ্যা যদা পাদো দ্বিতীয়স্তু প্ৰণীজ্যতে ।
কটিবক্ষঃস্থিতৌ হস্তৌ সূচীৱিদ্ধং তদুচ্যতে ।।

সূচীবিদ্ধ – সূচীভঙ্গীৰ এটা ভৰি আনটো ভৰিৰ ওপৰত স্থাপন, হাতদুখন যথাক্ৰমে কঁকাল আৰু বুকুৰ ওপৰত স্থাপন ।

১৪১। কৃত্বোৰুৱলিতং পাদমপক্ৰান্তক্ৰমং ন্যসেৎ ।
প্ৰয়োগৱশগৌ হস্তাৱপক্ৰান্তং তদুচ্যতে ।।

অপক্ৰান্ত – বলিতোৰু ভঙ্গীৰ পিছত অপক্ৰান্ত ভঙ্গীত, হাতদুখন অনুষ্ঠানৰ সৈতে সঙ্গতি ৰাখি সঞ্চালন কৰা ।

১৪২। বৃশ্চিকং কৰণং কৃত্বা ৰেচিতৌ চ তথাকৰৌ ।
তথা ত্ৰিকং ৱিবৃত্তং চ ময়ূৰললিতং ভৱেৎ ।।

ময়ূৰললিত – বৃশ্চিককৰণৰ অন্তত হাতদুখন ৰেচিত ভঙ্গী আৰু মেৰুদণ্ডৰ নিম্নভাগ ঘূৰ্ণিত ।

১৪৩। অঞ্চিতাপসৃতৌ পাদৌ শিৰশ্চ পৰিৱাহিতম্ ।
ৰেচিতৌ চ কৰৌ যত্ৰ তৎ সৰ্পিতমুদাহৃতম্ ।।

সৰ্পিত – অঞ্চিত অৱস্থাৰ পৰা ভৰিদুখন অপসাৰণ, মূৰ পৰিবাহিত ভঙ্গীত, হাতদুখন ৰেচিত ভঙ্গীত ।

১৪৪। নূপুৰং চৰং কৃত্বা দণ্ডপাদং প্ৰসাৰয়েৎ ।
ক্ষিপ্ৰবিদ্ধং কৰং চৈব দণ্ডপাদং তদুচ্যতে ।।

দণ্ডপাদ – নূপুৰভঙ্গীৰ পিছত দণ্ডপাদভঙ্গী আৰু আবিদ্ধ হস্ত প্ৰদৰ্শন ।

১৪৫। অতিক্ৰান্তং ক্ৰমং কৃত্বা সমুৎপ্লুত্যনিৱৰ্তয়েৎ ।
জঙ্ঘাঞ্চিতোপৰিক্ষিপ্তা তদ্বিদ্যাদ্ধৰিণপ্লুতম্ ।।

হৰিণপ্লুত – অতিক্ৰান্ত ভঙ্গীৰ পিছত জাপ এটা মাৰি বিৰতি, তাৰপিছত জঙ্ঘা এটা কুঞ্চিতকৰণ আৰু উৎক্ষেপন ।

১৪৬। দোলাপাদক্ৰমং কৃত্বা সমুৎপ্লুত্য নিপাতয়েৎ ।
পৰিবৃত্ত ত্ৰিকং চ তৎ প্ৰেঙ্খোলিতকমুচ্যতে ।।

প্ৰেঙ্খোলিতক – দোলাপাদভঙ্গীৰ অন্তত লম্ফদান আৰু মেৰুদণ্ডৰ নিম্নভাগ ভ্ৰমৰভঙ্গীত ঘূৰাই বিৰতিলাভ ।

১৪৭। ভুজাবূৰ্দ্ধৱিনিষ্ক্রান্তৌ হস্তৌ চাভিমুখাঙ্গুলী।
বদ্ধা চাৰী তথা চৈৱ নিতম্বে কৰণে ভৱেৎ ।।

নিতম্ব – প্ৰথমে বাহুদুটা উৎক্ষেপন, হাতৰ অঙ্গুলি উৰ্দ্ধমুখ আৰু বদ্ধাচাৰী।

১৪৮। দোলাপাদক্রমং কৃত্বা হস্তৌ তদনুগাবুভৌ।
ৰেচিতৌ ঘূৰ্ণিতৌ ৱাপি স্খলিতং কৰণং ভৱেৎ ।।

স্খলিত – দোলাপাদভঙ্গীৰ পিছত ৰেচিত হাতদুখন তাৰ সৈতে সঙ্গতি ৰাখি ঘূৰিব।

১৪৯। ৱামো ৱক্ষঃস্থিতো হস্তঃ প্ৰোদ্বেষ্টিততলোঽপৰঃ।
অঞ্চিতশ্চৰণশ্চৈৱ প্ৰযোজ্যঃ কৰিহস্তকে ।।

কৰিহস্ত – বাওঁহাত বুকুত ৰাখি সোঁহাতৰ তলুৱা প্ৰোদ্বেষ্টিত তল, ভৰিদুখন অঞ্চিত, ভৰিদুখন সংসৰ্পিত তল।

১৫০। একস্তু ৰেচিতো হস্তো লতাখ্যশ্চ তথাপৰঃ।
সংসৰ্পিততলৌ পাদৌ প্ৰসৰ্পিতকমেৱ তৎ ।।

প্ৰসৰ্পিতক – এখন হাত ৰেচিত, ইখন লতাকৃতি আৰু ভৰিদুখন সংসৰ্পিত তল।

১৫১। অলাতকং পুৰঃ কৃত্বা দ্বিতীয়ঞ্চ দ্রুতক্রমম্।
হস্তৌ পাদানুগৌ চাপি সিংহৱিক্ৰীড়িতে স্মৃতৌ ।।

সিংহবিক্ৰীড়িত – অলাতা কৰণৰ অন্তত দ্ৰুতগতিত চলন আৰু হাতদুখন ভৰিদুখনৰ অনুগামী।

১৫২। পৃষ্ঠপ্ৰসৰ্পিতঃ পাদঃ কুঞ্চিতাৱৰ্তিতৌ কৰৌ।
পুৰস্তথৈৱ কৰ্তব্যৌ সিংহাকৰ্ষিতকে দ্বিজাঃ ।।

সিংহাকৰ্ষিত – এটা ভৰি পিছলৈ প্ৰসাৰিত, হাতদুখন কুঞ্চিত, সমুখৰ ফালে ঘূৰ্ণিত আৰু পুনৰবাৰ কুঞ্চিত।

১৫৩। আক্ষিপ্তহস্তমাক্ষিপ্তপাদমাক্ষিপ্তদেহকম্।
উদ্বৃত্তগাত্ৰমিত্যেতদুদ্বৃত্তং কৰণং স্মৃতম্ ।।

উদ্বৃত্ত – হাত ভৰি আৰু সমস্ত শৰীৰ আক্ষিপ্ত পিছত উদ্বৃত্তাচাৰী।

১৫৪। আক্ষিপ্তচৰণঃ কাৰ্যো হস্তৌ তস্যৈৱ চানুগৌ।
আনতং চ তথা গাত্ৰং তখোপসৃতকং স্মৃতম্ ।।

উপসৃতক – আক্ষিপ্তাচৰণ আৰু হাতদুখন সেই কাৰ্যৰ লৈতে সঙ্গতিপূৰ্ণ, দেহ আনত।

১৫৫। দোলাপাদক্রমং কৃত্বা তলসংঘট্টিতৌ কৰৌ।
ৰেচয়েচ্চ কৰং বামং তলসংঘট্টিতে তথা ॥

তলসংঘট্টিত – দোলাপাদ ক্রমমতে হাতদুখনৰ তলুৱা একত্রীকৰণ, বাওঁহাত ৰেচিত।

১৫৬। একো বক্ষঃস্থিতো হস্তো দ্বিতীয়শ্চ প্রলম্বিতঃ।
লতাগ্রসংস্থিতঃ পাদো জনিতে কৰণে ভৱেৎ ॥

জনিত – এটা হাত বুকুৰ ওপৰত স্থাপন, আনটো লম্বমান, লতাগ্রসংস্থিত ভৰি।

১৫৭। জনিতং কৰণং কৃত্বা হস্তৌ চাভিমুখাঙ্গুলী।
শনৈর্নিপাতিতৌ চৈৱ জ্ঞেয়ং তদৱহিত্থকম্ ॥

অৱহিত্থক্ – জনিত কৰণৰ পিছত প্রসাৰিত আঙুলিৰে লৈতে হাতদুখন আক্ষিপ্ত, শেষত লাহে লাহে অধোগতি।

১৫৮। কৰৌ বক্ষঃস্থিতৌ কাৰ্য্যাবুৰো নির্ভুগ্নমেৱ চ।
মণ্ডলং স্থানকং চৈৱ নিৱেশং কৰণং তু তৎ ॥

নিবেশ – নির্ভুগ্নবুকুত হাতদুখন ৰাখিব আৰু মণ্ডলস্থানত অবলম্বন।

১৫৯। তলসঞ্চৰপাদাভ্যামুৎপ্লুত্য পতনং তু যৎ।
সন্নতং বলিতং গাত্রমেলকাক্রীড়িতং তু তৎ ॥

এলকাক্রীড়িত – তলসঞ্চৰ পাদ অবস্থাৰে জাপমাৰি পুনৰ সাম্যাৱস্থাধাৰণ আৰু মাটিত স্বাভাবিকভাবে অবস্থান।

১৬০। কৰমাবৃত্তকৰণমূৰুপৃষ্ঠেহঞ্চিতং ন্যসেৎ।
জঙ্ঘাঞ্চিতা তথোদ্বৃত্তা তদূৰূদ্বৃত্তমুচ্যতে ॥

উৰূদ্বৃত্ত – এটা হাত আবৃত্তাকাৰ কৰি পিছত কুঞ্চিত আৰু উৰুত স্থাপিত, জংঘা অঞ্চিত আৰু উদ্বৃত্ত।

১৬১। কৰৌ প্রলম্বিতৌ কাৰ্যৌ শিৰশ্চ পৰিৱাহিতম্।
পাদৌ চ ৱলিতাৱিদ্ধৌ মদস্খলিতকে দ্বিজাঃ ॥

মদস্খলিতক – হাতদুখন লম্বমান, মূৰ পৰিবাহিত ভঙ্গীত, আবিদ্ধাচৰণত ভৰি দুখন ঘূৰ্ণিত অবস্থাত।

১৬২। পুৰঃ প্ৰসাৰিতঃ পাদঃ কুঞ্চিতো গমন্মোমুখঃ ।
কৰৌ চ ৰেচিতৌ যত্ৰ ৰিষ্ণুক্ৰান্তিং তদুচ্যতে ।।

বিষ্ণুক্ৰান্ত – ভ্ৰমণ কৰিব খোজা ভঙ্গীত এটা ভৰি আগলৈ প্ৰসাৰিত আৰু কুঞ্চিত, হাতদুখন ৰেচিত ।

১৬৩। কৰমাবৰ্ত্তিতং কৃত্বা উৰুপৃষ্ঠে নিকুঞ্চয়েৎ ।
উৰুশ্চৈৱ তদা ৱিদ্ধঃ সম্ভ্ৰান্তং কৰণং তু তৎ ।।

সম্ভ্ৰান্ত – আবৰ্ত্তিত গতিত এটা হাত আবিদ্ধ আৰু উৰুত স্থাপিত ।

১৬৪। অপবিদ্ধঃ কৰঃ সূচ্যা পাদশ্চৈৱ নিকুট্টিতঃ ।
ৱক্ষস্থশ্চ কৰো ৱামো ৱিষ্কম্ভে কৰণে ভৱেৎ ।।

বিষ্কম্ভ – এটা হাত অপবিদ্ধ, সূচীভঙ্গী, ভৰি নিকুট্টিত, বাওঁহাত বুকুত স্থাপন ।

১৬৫। পাদাবুদ্‌ঘট্টিতৌ কাৰ্যৌ তলসংঘট্টিতৌ কৰৌ ।
নিতম্বপাৰ্শ্বে কৰ্ত্তব্যৌ বুধৈৰুদ্‌ঘট্টিতেসদা ।।

উদঘট্ট – ভৰিদুখনৰ উদ্‌ঘট্টিত ক্ৰিয়া, হাত দুখনৰ তল সংঘট্টিত ক্ৰিয়া শেষত নিতম্বৰ উভয় পাৰ্শ্বত স্থাপন ।

১৬৬। প্ৰযুজ্যালাতকং পাদং হস্তৌ দ্বাৱপি ৰেচিতৌ ।
কুঞ্চিতাৱঞ্চিতৌচৈৱ বৃষভক্ৰীড়িতে স্মৃতৌ ।।

বৃষভক্ৰীড়িত – অলাত চৰণ পদ, হস্তদ্বয়ৰেচিত, শেষত কুঞ্চিত আৰু অঞ্চিত হব ।

১৬৭। ৰেচিতাৱাঞ্চিতৌ হস্তৌ লোলিতং ৱৰ্তিতুং শিৰঃ ।
উভয়োঃ পাৰ্শ্বয়োৰ্যত্ৰ জ্ঞেয়ং লোলিতকংবুধৈঃ ।।

লোলিত – উভয়পাৰ্শ্বতে হাতদুখন ৰেচিত আৰু অঞ্চিত ; মূৰটো লোলিত আৰু বৰ্ত্তিত ।

১৬৮। স্বস্তিকাপসৃতৌ পাদৌ তথা হস্তৌ চ ৰেচিতৌ ।
পৰিৱাহিতং শিৰশ্চৈৱ কুৰ্যান্নাগাপসৰ্পিতে ।।

নাগাপসৰ্পিত – স্বস্তিক অৱস্থাৰ পৰা ভৰি পিছলৈ অপসাৰণ, মূৰ পৰিবাহিত আৰু হাতদুখন ৰেচিত ।

১৬৯। নিষণ্ণাঙ্গস্তু চৰণং প্ৰসাৰ্য তলসঞ্চৰম্ ।
উদ্বাহিতমুৰঃ কৃত্বা শকটাস্যং প্ৰযোজয়েৎ ।।

শকটাস্য – বিশ্ৰান্ত দেহেৰে, তলসঞ্চৰ গতিত আগলৈ যোৱা আৰু বুকুখন উন্নাহিত ।

১৭০। উৰ্দ্ধাঙ্গুলিতলৌ পাদৌ ত্ৰিপতাকাৱধোমুখৌ ।
হস্তৌ শিৰঃ সন্নতং চ গঙ্গাৱতৰণং চ তৎ ।।

গঙ্গাৱতৰণ – ভৰিদুখন উৰ্দ্ধমুখ, পিছত আঙুলিৰে নিম্নমুখ, ত্ৰিপতাকা হাত আৰু মূৰ সন্নত ।

## ঃ অঙ্গহাৰ ঃ

১৭১। অষ্টোত্তৰশতং হ্যেতৎ কৰণানাং ময়োদিতম্ ।
অতঃ পৰং প্ৰৱক্ষ্যামি হ্যঙ্গহাৰৱিকল্পনম্ ।।

ওপৰত ১০৮টা কৰণৰ কথা কোৱা হল, এতিয়া বিভিন্ন অঙ্গহাৰৰ বিষয়ে কোৱা হ'ব ।

১৭২-১৭৪। প্ৰসাৰ্যোৎক্ষিপ্য চ কৰৌ সম্পাদং প্ৰযোজয়েৎ ।
ব্যংসিতাপসৃতং সব্যমূৰ্দ্ধং হস্তং প্ৰসাৰয়েৎ ।।
প্ৰত্যালীঢ়ং ততঃ কৃত্বা তথৈৱ চ নিকুট্টকম্ ।
উৰুদ্বৃত্তং ততঃ কুৰ্যাৎ আক্ষিপ্তং স্বস্তিকং ততঃ ।
নিতম্বং কৰিহস্তংচ কটিচ্ছিন্নং তথৈৱ চ ।
স্থিৰহস্তো ভৱেদেষ ত্বঙ্গহাৰো হৰপ্ৰিয়ঃ ।।

অঙ্গহাৰ-স্থিৰহস্ত – বাহুদুটা প্ৰসাৰণ আৰু উৎক্ষেপন, সম্পাদস্থান, স্কন্ধৰ সমস্থলৰ পৰা বাওঁহাত ওপৰলৈ মেলি তাৰপিছত প্ৰত্যালীঢ় স্থান, তাৰপিছত পৰ্যায়ক্ৰমে নিকুট্টিত, উৰুবৃত্ত, আক্ষিপ্ত, স্বস্তিক নিতম্ব, কৰিহস্ত, কটিচ্ছিন্ন কৰণ অনুষ্ঠেয় । এই অঙ্গহাৰ শিৱৰ প্ৰিয় ।

১৭৫-১৭৭। তলপুষ্পাপৱিদ্ধে চ ৱৰ্তিতং সংপ্ৰসাৰয়েৎ ।
প্ৰত্যালীঢ়ং ততঃ কৃত্বা তথৈৱ চ নিকুট্টকম্ ।।
উৰুদ্বৃত্তং তথাক্ষিপ্তমুৰোমণ্ডলমেৱ চ ।
নিতম্বং কৰিহস্তং চ কটিচ্ছিন্নং তথৈৱ চ ।।
এষ পৰ্যস্তকো নাম ত্বঙ্গহাৰো হৰোদ্ভৱঃ ।

পৰ্য্যস্তক – তলপুষ্পপুট, অপবিদ্ধ, বৰ্তিত কৰণ কৰি প্ৰত্যালীঢ় স্থান, নিকুট্টক, উৰুদ্বৃত্ত, আক্ষিপ্ত, উৰোমণ্ডল, নিতম্ব, কৰিহস্ত, কটিচ্ছিন্ন অনুষ্ঠেয় ।

১৭৮। অলপল্লৱসূচীং চ কৃত্বা ৱিক্ষিপ্তমেৱ চ ।
আৱৰ্তিতঃ ততঃ কুৰ্যাৎ চ নিকুট্টতম্ ।।

ঊৰুদ্বৃত্তং তথাক্ষিপ্তমুৰোমণ্ডলকং তথা ।।।
কৰিহস্তং কটিচ্ছিন্নং সূচীবিদ্ধো ভবেদয়ম্ ।।

সূচীবিদ্ধ – অলপল্লৱ আৰু সূচীভঙ্গীৰ পিছত পৰ্য্যায়ক্ৰমে বিক্ষিপ্ত আবৰ্ত্তিত, নিকুট্টক, ঊৰুবৃত্ত, আক্ষিপ্ত, উৰোমণ্ডল, কৰিহস্ত আৰু কটিচ্ছিন্ন অনুষ্ঠেয় ।

১৭৯-১৮১(ক)। অপবিদ্ধং তু কৰণং সূচীৱিদ্ধং পুৰ্নভৱেৎ ।
উদ্বেষ্টিতেন হস্তেন ত্ৰিকং তু পৰিৱৰ্ত্তয়েৎ ।।
উৰোমণ্ডলকৌ হস্তৌ কটিচ্ছিন্নং তথৈৱ চ ।
অপৱিদ্ধাঙ্গহাৰস্তু ৱিজ্ঞেয়স্তৎপ্ৰয়োক্তৃভিঃ ।।

অপবিদ্ধ (অঙ্গহাৰ) – অপবিদ্ধ আৰু সূচীবিদ্ধকৰণ, তাৰপিছত হাত দুখনেৰে উদ্বেষ্টিত । মেৰুদণ্ডৰ নিম্নভাগ ঘূৰ্ণিত, হাতদুখনেৰে উঁৰুমণ্ডল ভঙ্গী দৰ্শন শেষত কটিচ্ছিন্ন কৰণ ।

১৮১(খ)-১৮৩(ক)। কৰণং নূপুৰং কৃত্বা ৱিক্ষিপ্তালাতকে পুনঃ ।
পুনৰাক্ষিপ্তকং কুৰ্যাদুৰোমণ্ডলকং তথা ।।
নিতম্বং কৰিহস্তশ্চ কটিচ্ছিন্নং তথৈৱ চ ।।
আক্ষিপ্তকস্তু ৱিজ্ঞেয়ো হ্যঙ্গহাৰঃ প্ৰয়োক্তৃৰ্ভিঃ ।

আক্ষিপ্তক – নূপুৰকৰণ, বিক্ষিপ্ত, অলাতক, আক্ষিপ্ত, নিতম্ব, উৰোমণ্ডল, কৰিহস্ত, আৰু কটিচ্ছিকৰণ ।

১৮৩(খ)-১৮৫(ক)। উদ্বেষ্টিতাপৱিদ্ধস্তু কৰঃ পাদো নিকুট্টিতঃ ।।
পুনস্তেনৈৱ যোগেন ৱামপাৰ্শ্বে ভৱেদথ ।
উৰোমণ্ডলকৌ হস্তৌ নিতম্বং কৰিহস্তকঃ ।।
কৰ্তৱ্যঃ স কটিচ্ছেদো নৃত্তে তূদ্ঘট্টিতে বুধৈঃ ।

উদ্ঘটিত – উদ্বেষ্টিত আৰু অপবিদ্ধাকাৰ হাতদুখন উৎক্ষিপ্ত, ভৰি দুখন নিকুট্টিত, পুনৰ উৰোমণ্ডলভঙ্গী আৰু শেষত পৰ্য্যায়ক্ৰমে নিতম্ব, কৰিহস্ত, আৰু কটিচ্ছিন্ন অনুষ্ঠেয় ।

১৮৫(খ)-১৮৮(ক)। পৰ্যায়োদ্বেষ্টিতৌ হস্তৌ পাদৌ চৈৱ নিকুট্টিতৌ ।।
কুঞ্চিতাৱঞ্চিতৌ চৈৱ ঊৰুদ্বৃত্তং তথৈৱ চ ।
চতুৰস্ৰং কৰং কৃত্বা পাদেন চ নিকুট্টকম্ ।।
ভুজঙ্গত্ৰাসকং চৈৱং কৰং চোদ্বেষ্টিতং পুনঃ ।
পৰিচ্ছিন্নং চ কৰ্তৱ্যং ত্ৰিকং ভ্ৰমৰকেণ তু ।।
কৰিহস্তং কটিচ্ছিন্নং ৱিষ্কম্ভঃ পৰিকীৰ্ত্তিতঃ ।

বিক্রান্ত – পর্য্যায়ক্ৰমে হাত দুখন উদ্বেষ্টিত ভৰিদুখন পৰস্পৰ নিকুট্টিত আৰু কুঞ্চিত তাৰপিছত উৰুদ্বৃত্তকৰণ, হাতদুখন চতুৰস্ৰ, ভৰিদুখন নিকুট্টক, শেষত ভুজঙ্গত্ৰাসিতকৰণ, হাতদুখন উদ্বেষ্টিত, মেৰুদণ্ডৰ নিম্নভাগ লৰোৱাৰ লগে লগে ছিন্ন আৰু ভ্ৰমৰককৰণ তাৰপিছত কৰিহস্ত আৰু কটিছিন্নকৰণ।

১৮৮(খ)-১৯১(ক)। দণ্ডপাদং কৰং চৈৱ ৱিক্ষিপ্যাক্ষিপ্য চৈৱ হি ।।
ৱ্যংসিতং ৱামহস্তং চ সহ পাদেন সৰ্পয়েৎ।
চতুৰস্ৰং কৰং কৃত্বা পাদেন চ নিকুট্টকম্ ।।
ভুজঙ্গত্ৰাসিতং চৈব কৰং চোদ্বেষ্টিতং পুনঃ।
নিকুট্টকদ্বয়ং কাৰ্যমাক্ষিপ্তং মণ্ডলোৰসা ।।
কৰিহস্তঃ কটিচ্ছেদঃ কৰ্তব্যস্ত্বপৰাজিতে।

অপৰাজিত – দণ্ডপাদকৰণৰ হাতদুখন বিক্ষিপ্ত আৰু আক্ষিপ্ত গতি, তাৰপিছত ব্যংসিত কৰণ, বাওঁভৰিৰ সৈতে বাওঁহাতৰ গতি, তাৰপিছত হাত দুখনৰ চতুৰস্ৰ আৰু ভৰিৰ নিকুট্টক গতি, ভুজঙ্গত্ৰাসিতকৰণ, হাত দুখনৰ উদ্বেষ্টিত গতি, ইয়াৰ পিছত দুটা নিকুট্টক, আক্ষিপ্ত, উৰোমণ্ডল, কৰিহস্ত আৰু কটিছিন্নকৰণ।

১৯১(খ)-১৯৩(ক)। কুট্টিতং কৰণে কৃত্বা ভুজঙ্গত্ৰাসিতং তথা ।।
ৰেচিতেন তু হস্তেন পতাকাহস্তমাদিশেৎ।
আক্ষিপ্তকং প্ৰযুঞ্জীত উৰোমণ্ডলকং তথা ।।
লতাখ্যং সকটিচ্ছেদং বিক্ৰান্তাপসৃতে ভৱেৎ ।।

কুট্টিত আৰু ভুজঙ্গত্ৰাসিতকৰণ, ৰেচিত হাতত পতাকাভঙ্গী, তাৰপিছত পৰ্য্যায়ক্ৰমে আক্ষিপ্তক, উৰোমণ্ডল, লতা আৰু কটিছিন্নকৰণ।

১৯৩(খ)-১৯৬। ত্ৰিকং তু বলিতং কৃত্বা নূপুৰং চৰণং তথা ।।
ভুজঙ্গত্ৰাসিতং সব্যং চৰণং চৈৱ ৰেচিতম্।
আক্ষিপ্তকং ততঃ কৃত্বা পৰিচ্ছিন্নং তথৈব চ ।।
বাহ্যভ্ৰমৰকং কুৰ্যাদুৰোমণ্ডলমেৱ চ।
নিতম্বঃ কৰিহস্তং চ কটিচ্ছেদং তথৈৱ চ ।।
মত্তাক্ৰীডো ভৱেদেষ অঙ্গহাৰো ভৱপ্ৰিয়।

মত্তাক্ৰীড়া – মেৰুদণ্ডৰ নিম্নভাগ ঘূৰাই, নূপুৰকৰণ তাৰপিছত ভুজঙ্গত্ৰাসিতকৰণ, সোঁভৰিৰে ৰেচিতকৰণ, তাৰপিছত পৰ্যায়ক্ৰমে আক্ষিপ্তকছিন্ন, বাহ্যভ্ৰমৰক, উৰোমণ্ডল, নিতম্ব, কৰিহস্ত, কটিচ্ছেদ। এইখিনি অঙ্গহাৰ শিৱপ্ৰিয়।

১৯৭-১৯৮(ক)। ৰেচিতং হস্তপাদং চ কৃত্বা বৃশ্চিকমেব চ ।।
পুনস্তেনৈব যোগেন কৃত্বা বৃশ্চিকমেব তু।

নিকুট্টকং তথা চৈব সব্যাসব্যকৃতৈঃ ক্রমৈঃ ।।
লতাখ্যঃ সকটিচ্ছেদো ভৱেৎ স্বস্তিকৰেচিতে ।

স্বস্তিক-ৰেচিত – হাতভৰি ৰেচিত তাৰপিছত বৃশ্চিককৰণ, পুনৰ হাতভৰিৰ গতিৰ পুনৰাবৃত্তি, তাৰপিছত নিকুট্টকৰণ আৰু সোঁ আৰু বাওঁহাতেৰে (পৰস্পৰ) লতাভঙ্গী আৰু কটিছিন্নকৰণ ।

১৯৮(খ)-২০১(ক)। পাৰ্শ্বে তু স্বস্তিকং বধ্বা কাৰ্যং ত্বৰ্দ্ধনিকুট্টকম্ ।।
দ্বিতীয়স্য তু পাৰ্শ্বস্য ৱিধিঃ স্যাদেষ এৱ হি ।
ততশ্চ কৰমাৱৰ্ত্য উৰুপৃষ্ঠে নিপাতয়েৎ ।।
উৰুদ্বৃত্তং ততঃ কুৰ্যাদাক্ষিপ্তং পুনৰেৱ চ ।
নিতম্বং কৰিহস্তংচ কটিচ্ছেদং তথৈৱ চ৮।।
পাৰ্শ্বস্বস্তিক ইত্যেৱ হ্যঙ্গহাৰঃ প্ৰকীৰ্তিতঃ ।

পাৰ্শ্বস্বস্তিক – এক পাৰ্শ্বৰ পৰা দিক্‌স্বস্তিক তাৰপিছত অৰ্দ্ধনিকুট্টক, ইয়াৰ বিপৰীত পাৰ্শ্বত পুনৰাবৃত্তি, তাৰপিছত আবৃত্তহস্ত উৰুত স্থাপন আৰু পৰ্য্যায়ক্ৰমে উৰুদ্বৃত্ত, আক্ষিপ্ত, নিতম্ব, কৰিহস্ত আৰু কটিছিন্নকৰণ ।

২০১(খ)-২০৩(ক)। বৃশ্চিকং কৰণং কৃত্বা লতাখ্যং হস্তমেৱ চ ।।
তমেৱ চ কৰং ভূয়ো নাসাগ্ৰে সন্নিৱেশয়েৎ ।
তমেৱোদ্বেষ্টিতং কৃত্বা নিতম্বমথ ৱৰ্তয়েৎ ।।
কৰিহস্তং কটিচ্ছেদং বৃশ্চিকাপসৃতে ভৱেৎ ।

বৃশ্চিকাপসৃত – বৃশ্চিককৰণৰ অন্তত হাতদুখন লতাকাৰ কৰি পুনৰ সেই হাতদুখন নাকৰ আগত স্থাপন কৰিব । এখন হাতেৰে উদ্বেষ্টিত কৰণ, কৰি পৰ্য্যায়ক্ৰমে নিতম্ব, কৰি হস্ত আৰু কটিছিন্নকৰণ কৰণীয় ।

২০৩(খ)-২০৫(ক)। কৃত্বা নূপুৰপাদং তু তথাক্ষিপ্তকমেৱ চ ।।
কটিচ্ছিন্নং তু কৰ্তব্যং সূচীপাদং তথৈৱ চ ।
নিতম্বং কৰিহস্তং চ উৰোমণ্ডলকং তথা ।।
কটিচ্ছেদং ততশ্চৈৱ ভ্ৰমৰঃ স তু সংজ্ঞিতঃ ।

ভ্ৰমৰ – পৰ্যায়ক্ৰমে নূপুৰপাদ, আক্ষিপ্তক, কটিছিন্ন, সূচীবিদ্ধ, নিতম্ব, কৰিহস্ত উৰোমণ্ডল, আৰু কটিছিন্নকৰণ কৰণীয় ।

২০৫(খ)-২০৭(ক)। মত্তল্লিকৰণং কৃত্বা কৰমাবৃত্য দক্ষিণম্ ।।
কপোলস্য প্ৰদেশে তু কৰ্তব্যং তু নিকুঞ্চিতম্ ।
অপৱিদ্ধং তথা চৈৱ তলসংস্ফোটিতং তথা ।।
কৰিহস্তং কটিচ্ছেদং মত্তস্খলিতকে ভৱেৎ ।

মত্তস্খলিতক – মত্তল্লিকৰণৰ অন্তত সোঁহাত ঘূৰাই তাক কুঞ্চিত অবস্থাৰে গালৰ ওচৰত স্থাপন কৰি পৰ্য্যায়ক্ৰমে অপবিদ্ধ, তলসংস্ফোটিত কৰিহস্ত, আৰু কটিচ্ছিন্ন কৰণ অনুষ্ঠেয় ।

২০৮(খ)-২০৯(ক)। দোলৈঃ কৰৈঃ প্ৰচলিতৈঃ স্বস্তিকাপসৃতৈঃ পদৈঃ ।।
অঞ্চিতৈৰ্বলিতৈৰ্হস্তৈস্তলসংঘট্টিতৈস্তথা ।
নিকুট্টিতং চ কৰ্তব্যমূৰূদ্বৃত্তং তথৈব চ ।।
কৰিহস্তং কটিচ্ছিন্নং মদাদ্বিলসিতে ভৱেৎ ।

মদবিলসিত – দোলাহস্ত আৰু স্বস্তিকাপসৃত গতিৰে চলা, হাত দুখন অঞ্চিত আৰু বলিত কৰি পৰ্যায়ক্ৰমে তলসংঘটিত, নিকুট্টক, উৰূদ্বৃত্ত, কৰিহস্ত, আৰু কটিচ্ছিন্নকৰণ অনুষ্ঠেয় ।

২০৯(খ)-২১১(ক)। মণ্ডলংস্থানকং কৃত্বা তথা হস্তৌ চ ৰেচিতৌ ।।
উদ্ঘট্টিতেন পাদেন মত্তল্লিকৰণং ভৱেৎ ।
আক্ষিপ্তং কৰণং চৈব উৰোমণ্ডলকং তথা ।।
কটিচ্ছেদং তথা চৈব ভৱেত্তু গতিমণ্ডলে ।

গতিমণ্ডল – মণ্ডলস্থানক অবলম্বন কৰি হাতদুখন ৰেচিত আৰু ভৰি উদ্ঘটিত ক্ৰমে মত্তল্লি, আক্ষিপ্ত, উৰোমণ্ডল আৰু কটিচ্ছিন্ন কৰণ অনুষ্ঠেয় ।

২১১(খ)-২১৩(ক)। সমপাদং প্ৰযুজ্যাথ পৰিচ্ছিন্নমনন্তৰম্ ।।
আবিদ্ধেন তু পাদেন বাহ্যভ্ৰমৰকং তথা ।
বামসূচ্যা ত্বতিক্ৰান্তং ভুজঙ্গত্ৰাসিতং তথা ।।
কৰিহস্তং কটিচ্ছিন্নং পৰিচ্ছিন্নে বিধীয়তে ।

পৰিচ্ছিন্ন – সম্পাদ স্থানৰ অন্তত পৰিচ্ছিন্নকৰণ তাৰ পিছত আবিদ্ধপদেৰে (সোঁভৰি) বাহ্যভ্ৰমৰক, বাওঁভৰিৰে সূচীকৰণ শেষত ক্ৰমে অতিক্ৰান্ত, ভূজঙ্গত্ৰাসিত, কৰিহস্ত আৰু কটিচ্ছিন্নকৰণ অনুষ্ঠেয় ।

২১৩(খ)-২১৭(ক)। শিবসন্তুপৰি স্থাপ্যৌ স্বস্তিকৌ বিচ্যুতৌ কৰৌ ।।
ততঃ সব্যং কৰং চাপি গাত্ৰমানম্য ৰেচয়েৎ ।
পুনৰুত্থাপয়েত্তত্ৰ গাত্ৰমুন্নম্য ৰেচিতম্ ।।
লতাখ্যৌ চ কৰৌকৃত্বা বৃশ্চিকং সংপ্ৰয়োজয়েৎ ।
ৰেচিতং কৰিহস্তং চ ভুজঙ্গত্ৰাসিতং তথা ।।
আক্ষিপ্তকং প্ৰযুঞ্জীত স্বস্তিকং পাদমেৱ চ ।
পৰাঙ্মুখৌ বিধিৰ্জ্ঞেয় এবমেৱ ভৱেদিহ ।
কৰিহস্তং কটিচ্ছেদং পৰিবৃত্তকৰেচিতে ।

পৰিবৃত্তকৰেচিত – মূৰৰ ওপৰত স্বস্তিকাকাৰে শিথিলভাৱে হাতদুখন ৰাখি দেহ কুঞ্চিত কৰি বাওঁহাতে ৰেচিত, দেহ উন্নত কৰি পুনৰ এখন হাত ৰেচিত, তাৰপিছত হাত লতাৰ দৰে কৰি ক্ৰমে বৃশ্চিক, ৰেচিত, কৰিহস্ত, ভুজঙ্গত্ৰাসিত, আক্ষিপ্তককৰণ । শেষত স্বস্তিকাকাৰ ভবিৰে পিচফালে মুখ কৰি উন্নিখিতকৰণৰ পুনৰাবৃত্তি আৰু কৰিহস্ত ।

২১৭(খ)-২২০(ক)। ৰেচিতৌ সহ গাত্ৰেণ হ্যপৱিদ্ধৌ স্মৰৌ তথা ।।
পুনস্তেনৈৱ দেশেন গাত্ৰমুন্নম্য ৰেচয়েৎ ।
কাৰ্যং নূপুৰপাদং চ ভুজঙ্গত্ৰাসিতং তথা ।।
ৰেচিতং মণ্ডলং চৈৱ বাহুশীৰ্ষে নিকুঞ্চয়েৎ ।
উৰুদ্বৃত্তং তথাক্ষিপ্তমুৰোমণ্ডলমেৱ চ ।।
কৰিহস্তং কটিচ্ছেদং কুৰ্যাদ্বৈশাখৰেচিত ।

বৈশাখৰেচিত – দেহেৰে সৈতে হাতদুখন ৰেচিত, কুঞ্চিত দেহেৰে ইয়াৰ পুনৰাবৃত্তি, শেষত নূপুৰপাদ, ভুজঙ্গত্ৰাসিত, ৰেচিত, মণ্ডলস্বস্তিক, কুঞ্চিতস্কন্ধ হৈ উৰুদ্বৃত্ত, আক্ষিপ্ত, উৰোমণ্ডল, কৰিহস্ত, কটিচ্ছিন্নকৰণ অনুষ্ঠেয় ।

২২০(খ)-২২২(ক)। আদ্যং তু জনিতং কৃত্বা পাদমেকং প্ৰসাৰয়েৎ ।।
তথৈৱালাতকং কুৰ্যাৎ ত্ৰিকং তু পৰিৱৰ্তয়েৎ ।
অঞ্চিতং ৱামহস্তং চ গণ্ডদেশে নিকুট্টয়েৎ ।।
কটিচ্ছিন্নং তথা চৈৱ পৰাবৃত্তে প্ৰযোজয়েৎ ।

পৰাবৃত্ত – প্ৰথমে জনিতকৰণ, এটা ভৰি প্ৰসাৰণ, তাৰপিছত অলাতককৰণ আৰু মেৰুদণ্ডৰ নিম্নভাগ ঘূৰ্ণিতকৰণ, বাওঁহাত কুঞ্চিত কৰি গালৰ ওপৰত স্থাপন । ইয়াৰ অন্তত কটিচ্ছিন্নকৰণ অনুষ্ঠেয় ।

২২২(খ)-২২৪(ক)। স্বস্তিকং কৰণং কৃত্বা ব্যংসিতৌ চ কৰৌ ততঃ ।।
অলাতকং প্ৰযুঞ্জীত ঊৰ্ধ্বজানু নিকুঞ্চিতম্ ।
অৰ্ধসূচীৱ বিক্ষিপ্তমুদ্বৃত্তাক্ষিপ্তকে তথা ।।
কৰিহস্তং কটিচ্ছেদমঙ্গহাৰে ত্বলাতকে ।

অলাতক – ক্ৰমে স্বস্তিক, ব্যংসিত, অলাতক, উৰ্দ্ধজানু, নিকুঞ্চিত, অৰ্দ্ধসূচী, বিক্ষিপ্ত, উদ্বৃত্ত, আক্ষিপ্ত, কৰিহস্ত, আৰু কটিচ্ছিন্নকৰণ অনুষ্ঠেয় ।

২২৪(খ)-২২৬। নিকুট্য ৱক্ষসি কৰাবুৰ্ধ্বজ্ঞানু প্ৰযোজয়েৎ ।।
আক্ষিপ্তং স্বস্তিকং কৃত্বা ত্ৰিকংতু পৰিৱৰ্তয়েৎ ।
উৰোমণ্ডলকৌ হস্তৌ নিতম্বং কৰিহস্তকম্ ।।
কটিচ্ছেদস্তথা চৈৱ পাৰ্শ্বচ্ছেদে বিধীয়তে ।

পাৰ্শ্বচ্ছেদ – বুকুত নিকুঞ্চিত হস্তস্থাপন কৰি উৰ্দ্ধজানু, আক্ষিপ্ত আৰু স্বস্তিককৰণ, মেৰুদণ্ডৰ নিম্নাংশ ঘূৰ্ণিত, শেষত উৰুমণ্ডল, নিতম্ব, কৰি হস্ত আৰু কৰিছিন্নকৰণ অনুষ্ঠেয় ।

২২৭-২২৮(ক)। সূচীং বামপদং দদ্যাৎ ৱিদ্যুদ্ভ্রান্তং চ দক্ষিণম্ ।।
দক্ষিণেন পুনঃ সূচী বিদ্যুদ্ভ্রান্তংচ ৱামতঃ ।
পৰিছিন্নং তথা চৈৱং ত্রিকং তু পৰিৱৰ্তয়েৎ ।।
লতাখ্যং সকটিচ্ছেদং ৱিদ্যুদ্ভ্রান্তশ্চ স স্মৃতঃ ।

বিদ্যুৎভ্রান্ত – বাওঁভৰিৰে সূচী, দক্ষিণভৰিৰ দ্বাৰা বিদ্যুৎভ্রান্তকৰণ, সোঁ ভৰিৰে পুনৰ সূচীকৰণ, বাঁওভৰিৰে বিদ্যুৎভ্রান্তকৰণ, তাৰপিচত ছিন্নকৰণ, মেৰুদণ্ডৰ নিম্নাংশ ঘূৰ্ণিত কৰি লতা আৰু কটিছিন্নকৰণ ।

২২৮(খ)-২৩০(ক)। কৃত্বা নূপুৰপাদং তু সব্যৱামৌ প্রলম্বিতৌ ।।
কৰৌ পাৰ্শ্বে ততস্তাভ্যাং ৱিক্ষিপ্তং সংপ্রয়োজয়েৎ ।
লতাখ্যং সকটিচ্ছেদং কুৰ্যাদুদ্‌বৃত্তকে সদা ।

উদ্বৃত্তক – দুইখনহাত পাৰ্শ্বপ্রসাৰ কৰি নূপুৰপাদ গতি, হাতদুখনৰ বিক্ষিপ্তকৰণ, সূচীকৰণ আৰু মেৰুদণ্ডৰ নিম্নাংশ লৰাই লতা আৰু কটিছিন্নকৰণ ।

২৩০(খ)-২৩২(ক)। আলীঢ়ব্যংসিতৌ হস্তৌ বাহুশীৰ্ষে নিকুট্টয়েৎ ।।
নূপুৰশ্চৰনো ৱামঃ তথালাতশ্চ দক্ষিণঃ ।
তেনৈৱাক্ষিপ্তকং কুৰ্যাদ্ উৰোমণ্ডলকৌ কৰৌ ।।
কৰিহস্তং কটিচ্ছেদং ত্বালীঢ়ে সংপ্রয়োজয়েৎ ।

আলীঢ় – ব্যংসিতকৰণ, হাতেৰে স্কন্ধত আঘাতকৰণ, তাৰপিছত বাওঁভৰি লৰাই নূপুৰকৰণ, দক্ষিণ ভৰিৰে অলাত আৰু আক্ষিপ্তককৰণ, হাতদুখনেৰে উৰোমণ্ডল ভঙ্গী কৰি কৰিহস্ত আৰু কটিছিন্নকৰণ ।

২৩২(খ)-২৩৪। হস্তং তু ৰেচিতং কৃত্বা পাৰ্শ্বমানম্য ৰেচয়েৎ ।।
পুনস্তেনৈৱে যোগেন গাত্রমুন্নম্য ৰেচয়েৎ ।।
কাৰ্যং নূপুৰপাদং চ ভুজঙ্গত্রাসিতং তথা ।।
ৰেচিত কৰণং কুৰ্যাদুৰোমণ্ডলমেব চ ।
কটিচ্ছেদস্তু কৰ্ত্তব্যং হ্যঙ্গহাৰে তু ৰেচিতে ।।

ৰেচিত – ৰেচিতহস্তকৰণৰ পিছত হাতখন একপাৰ্শ্বে কুঞ্চিত কৰি, সম্পূৰ্ণ দেহ কুঞ্চিত কৰিব, এই কৰণৰ পুনৰাবৃত্তি কৰি, ক্রমে নূপুৰপাদ, ভুজঙ্গত্রাসিত, ৰেচিত, উৰোমণ্ডল আৰু কটিছিন্নকৰণ ।

২৩৫-২৩৬। নূপুৰং কৰণং কৃত্বা ত্রিকং তু পৰিবর্তয়েৎ ।
ব্যংসিতেন তু হস্তেন ত্রিকং নৈৱ ৱিৰ্ত্তয়েৎ ।।
পাদং চালাতকং কৃত্বা সূচী তত্রৈৱ যোজয়েৎ ।
কৰিহস্তং কটিচ্ছেদং কুৰ্য্যাদাচ্ছুৰিতে সদা ।।

আচ্ছুৰিত – নূপুৰাচৰণ, মেৰুদণ্ডৰ নিম্নাংশচালন, ব্যংসিতকৰণ, পুনৰ মেৰুদণ্ডৰ নিম্নাংশচালন তাৰপিছত বাওঁফালৰ পৰা অলাতক, সূচী. কৰিহস্ত, কটিচ্ছিন্নকৰণ ।

২৩৭-২৩৯। ৰেচিতৌ স্বস্তিকৌ পাদৌ ৰেচিতৌ স্বস্তিকৌ কৰৌ ।
কৃত্বা বিশ্লেষমেৱং তু তৌনৈৱ ৱিধিনা পুনঃ ।।
পুনৰুৎক্ষেপণং চৈৱ ৰেচিতৈৰেৱ কাৰয়েৎ ।
উদ্বৃত্তাক্ষিপ্তকং চৈৱ উৰোমণ্ডলমেৱ চ ।।
নিতম্বং কৰিহস্তং চ কটিচ্ছিন্নং তথৈৱ চ ।
আক্ষিপ্তৰেচিতে ত্বেষ কৰণানাং ৱিধিঃ স্মৃতঃ ।।

আক্ষিপ্তৰেচিত – .স্বস্তিকপদ ৰেচিত হ'ব আৰু স্বস্তিক হাত দুখনো ৰেচিত হৈ বিশ্লিষ্ট হব । পুনৰ ৰেচিত কৰি উৎক্ষেপ কৰিব, শেষত উদ্বৃত্ত, আক্ষিপ্ত, উৰোমণ্ডল, নিতম্ব, কটিচ্ছিন্নকৰণ ।

২৪০-২৪২। বিক্ষিপ্তং কৰণং কৃত্বা হস্তপাদং সুখানুগম্ ।
ৱামসূচীকৰং কৃত্বা ৱিক্ষিপেদ্ ৱামকং কৰম্ ।।
ৱক্ষঃস্থং চ ভৱেৎসব্যো ৱলিতং ত্রিকমেৱ চ ।
নূপুৰাক্ষিপ্তকে চৈৱ অৰ্ধস্বস্তিকমেৱ চ ।।
নিতম্বং কৰিহস্তং চ স্যাদুৰোমণ্ডলং তথা ।
কটিচ্ছেদং চ কৰ্ত্তব্যং সংভ্রান্তে নৃত্যযোক্তৃভিঃ ।।

সম্ভ্রান্ত – বিক্ষিপ্তকৰণ, সূচীভঙ্গীৰে বাওঁহাত প্ৰসাৰ আৰু সোঁহাত বুকুত স্থাপিত হ'ব । মেৰুদণ্ডৰ নিম্নাংশ লৰিব তাৰ পিছত নূপুৰ, আক্ষিপ্ত, অৰ্দ্ধস্বস্তিক, নিতম্ব, কৰিহস্ত, উৰোমণ্ডল, কটিচ্ছিন্নকৰণ ।

২৪৩-২৪৪। অপক্রান্তক্রমং কৃত্বা ব্যংসিতং হস্তমেৱ চ ।
কুৰ্যাদুদ্বেষ্টিতং চৈৱ অৰ্ধসূচীং তথৈৱ চ ।।
ৱিক্ষিপ্তং সকটিচ্ছেদমুদ্‌বৃত্তাক্ষিপ্তকে তথা ।
কৰিহস্তং কটিচ্ছিন্নং কৰ্তব্যমপসৰ্পিতে ।।

অপসৰ্পিত – অপক্রান্তগতি আৰু উদ্বেষ্টিতভাবে চালিত হাত দুখনেৰে ব্যংসিতকৰণ, তাৰপিছত ক্ৰমে অৰ্দ্ধসূচী, বিক্ষিপ্ত, কাটিচ্ছিন্ন, উদ্বৃত্ত, আক্ষিপ্তক, কৰিহস্ত, আৰু পুনৰ কটিচ্ছিন্নকৰণ ।

২৪৫-২৪৬। কৃত্বা নূপুৰপাদং চ দ্রুতমাক্ষিপ্য চ ক্রমম্ ।
পার্শ্বস্য চানুগৌ হস্তৌ ত্রিকং তু পৰিৱৰ্ত্তয়েৎ ।।
নিকুট্য কৰপাদং চাপ্যুৰোমণ্ডলকং পুনঃ ।
কৰিহস্তং কটিচ্ছেদং কাৰ্যমৰ্ধনিকুট্টকে ।।

অৰ্দ্ধনিকুট্টক – দ্রুতভাবে নূপুৰকৰণ, তৰিব সৈতে সঙ্গতি ৰাখি হস্তসঞ্চালন, মেৰুদণ্ডৰ নিম্নাংশচালন, পিছত হস্তপদৰ দ্বাৰা নিকুট্টিত আৰু উৰোমণ্ডল, কৰিহস্ত, কটিছিন্ন আৰু অৰ্দ্ধনিকুট্টককৰণ ।

।। ৰেচক ।।

২৪৭। দ্বাত্ৰিংশদেতে সংপ্ৰোক্তাস্ত্বঙ্গহাৰা দ্বিজোত্তমাঃ ।
চতুৰো ৰেচকাংশ্চৈৱ গদতো মে নিবোধত ।।

হে মুনিসকল । ৩২টা অঙ্গহাৰৰ কথা কোৱা হল, এতিয়া চাৰিটা ৰেচকৰ কথা কোৱা হ'ব শুনক ।

২৪৮। পাদৰেচক একঃ স্যাৎ দ্বিতীয়ঃ কটিৰেচকঃ ।
কৰৰেচকস্তৃতীয়স্তু চতুৰ্থঃ কণ্ঠৰেচক ।।

পাদৰেচক প্ৰথম কটিৰেচক দ্বিতীয়, হাতৰ ৰেচক তৃতীয় আৰু কণ্ঠৰেচক চতুৰ্থ ।

২৪৯। ৰেচিতাখ্যঃ পৃথগ্‌ভাৱে ৱলনে চাভিধীয়তে ।।
উদ্বাহনাৎ পৃথগ্‌ভাৱাচ্চলনাচ্চাপি ৰেচকঃ ।।

ৰেচিত শব্দৰ অৰ্থ – কৰণ চাৰীতকৈ পৃথকভাবে ঘূৰ্ণিত কৰা, নতুবা ওপৰলৈ নিয়া, নতুবা পৃথকভাৱে চালিত হোৱা ভঙ্গী ।

২৫০। পাৰ্শ্বাৎ পাৰ্শ্বে তু গমনং স্খলিতৈশ্চলিতৈঃ পদৈঃ ।
ৱিভিন্নৈশ্চৈৱ পাদস্য পাদৰেচক উচ্যতে ।।

পাদৰেচক – স্খলিত পদেৰে একাষৰ পৰা আনকালে যোৱা অথবা বেলেগ গতিত চলোৱা ভৰিৰ ভঙ্গী ।

২৫১। ত্ৰিকস্যোদ্বৰ্তনং চৈৱ কটীচলনমেৱ চ ।
তথাপসৰ্পণং চৈৱ কটীৰেচক উচ্যতে ।।

কটিৰেচক – মেৰুদণ্ডৰ নিম্নাংশ উন্নয়ণ, কটিস্থান সঞ্চালন, আৰু ইয়াৰ অপসৰ্পণ ।

২৫২। উদ্বৰ্তন পৰিক্ষেপো ৱিক্ষেপঃপৰিৱৰ্তনম্ ।
ৱিসৰ্পণং চ হস্তস্য হস্তৰেচক উচ্যতে ।।

হস্তৰেচক – হস্ত উত্তোলন, বিক্ষেপ, প্ৰসাধন, পৰিবৰ্তন আৰু বিসৰ্পন ।

২৫৩।	উদ্বাহনং সন্নমনং তথা পাৰ্শ্বস্য সন্নতিঃ ।
ভ্ৰমণং চাপি বিজ্ঞেয়ো গ্ৰীবায়া ৰেচকো বুধৈঃ ।।

গ্ৰীবাৰেচক – গ্ৰীবাৰ উৎক্ষেপণ, নিম্নগমন, পাৰ্শ্বকুঞ্চন, আৰু চালন ।

২৫৪-২৫৫।	ৰৈচৈকৈৰঙ্গহাৰৈশ্চ নৃত্যন্তং বীক্ষ্য শংকৰম্, ।
সুকুমাৰপ্ৰয়োগেন নৃত্যতি স্ম চ পাৰ্বতী ।।
মৃদঙ্গভেৰীপটহৈঃ ভাণ্ডডিণ্ডিমগোমুখৈঃ ।
পণৱৈৰ্দৰ্দুৰাদ্যৈশ্চ নানাতোদ্যৈঃ প্ৰবাদিতৈঃ ।।

শিৱৰ ৰেচক আৰু অঙ্গহাৰযুক্ত নৃত্য দেখি পাৰ্বতীয়েও সুকুমাৰ (লাস্য) নৃত্য কৰিবলৈ ধৰিলে । সেই নৃত্যৰ লগে লগে মৃদঙ্গ, ভেৰী, পটহ, ঝাঞ্জা, ডিণ্ডিম, গোমুখ, পণৱ আৰু দৰ্দুৰ প্ৰভৃতি বাদ্য বাজিছিল ।

২৫৬।	দক্ষযজ্ঞে বিনিহতে সন্ধ্যাকালে মহশ্বৰঃ ।
নানাঙ্গহাৰৈঃ প্ৰানৃত্যল্লয়তালৱশানুগৈঃ ।।

দক্ষ যজ্ঞ নাশৰ পিছত, সন্ধ্যা সময়ত শিৱই বিভিন্ন অঙ্গহাৰৰ সৈতে তাল আৰু লয়যুক্ত নৃত্য কৰিছিল ।

২৫৭।	পিণ্ডীবন্ধাং স্ততো দৃষ্ট্বা নন্দীভদ্ৰমুখা গণাঃ ।
চক্ৰুৰ্নামানি পিণ্ডীনাং বন্ধাংশ্চৈৱ সলক্ষণান্ ।।

নন্দী আৰু ভদ্ৰমুখ আদি সকলোৱে তেতিয়া সেই পিণ্ডীবন্ধ (দলবদ্ধ নৃত্য) নৃত্য দেখা পাই সেইবোৰৰ তলত লিখা মতে নামাকৰণ কৰিছিল ।

২৫৮-২৬৩।	ঐশ্বৰী বৃষপিণ্ডী চ নন্দিনশ্চাপি পট্টিসী ।
চণ্ডিকায়া ভৱেৎ পিণ্ডী তথা বৈ সিংহবাহিনী ।।
তাৰ্ক্ষ্যাপণ্ডী ভৱেদ্বিষ্ণোঃ পদ্মপিণ্ডী স্বয়ংভুৱঃ ।
শক্ৰস্যৈৰাৱতী পিণ্ডী ঝষাপিণ্ডী তু মান্মথী ।।
শিখিপিণ্ডী কুমাৰস্য উলূপিণ্ডী ভৱেচ্ছ্ৰিয়ঃ ।
ধাৰাপিণ্ডী চ জাহ্নব্যাঃ পাশপিণ্ডী যমস্য তু ।।
ৱাৰুণী চ নদীপিণ্ডী যক্ষী স্যাদ্ধনদস্য চ ।
হলপিণ্ডী বলস্যাথ সৰ্পপিণ্ডী তু ভোগিনাম্ ।।
গাণেশ্বৰী মহাপিণ্ডী দক্ষযজ্ঞবিমৰ্দিনী ।
ত্ৰিশূলাকৃতিসংস্থানাং ৰৌদ্ৰী স্যাদন্ধকদ্বিষঃ ।।
এৱমন্যাস্বপি তথা দেৱতাসু যথাক্ৰমম্ ।
ধ্বজভূতাঃ প্ৰযোক্তব্যাঃ পিণ্ডীবন্ধাঃ স্বচিহ্নিতাঃ ।।

বিভিন্ন দেবতাৰ সৈতে সম্পৰ্ক থকা পিণ্ডীবিলাকৰ নাম তলত দিয়া মতে । শিৱৰ বৃষভ, নন্দীৰ পট্টিসী, চণ্ডিকাৰ সিংহবাহিনী, বিষ্ণুৰ তাৰ্ক্ষ্য, ব্ৰহ্মাৰ পদ্ম, ইন্দ্ৰৰ ঐৰাৱতী, মন্মথৰ ঝষা, কাৰ্ত্তিকৰ শিখী(মুয়ূৰ) লক্ষীৰ ফেঁচা, জাহ্নবীৰ ধাৰা, যমৰ পাশ, বৰুণৰ নদী, কুবেৰৰ যক্ষী, বলোভদ্ৰৰ নাঙ্গল, ভোগীৰ সৰ্প, গণেশ্বৰৰ দক্ষযজ্ঞবিনৰ্দ্দিনী, অন্ধকহন্তা শিৱৰ ত্ৰিশূলৰূপী ৰৌদ্ৰী আৰু অন্যান্য দেৱদেবীৰ পিণ্ডী এইদৰেই তেওঁলোকৰ নিজৰ নিজৰ চিহ্নযুক্ত ধ্বজবিলাকৰ দ্বাৰা সূচিত হৈছে ।

২৬৪-২৬৫। ৰেচকাশ্চাঙ্গহাৰাশ্চ পিণ্ডীবন্ধাস্তথৈৱ চ ।
সৃষ্ট্বা ভগৱতা দত্তাস্তণ্ডৱে মুনয়ে তদা ।।
তেনাপি হি ততঃ সম্যগ্গানভাণ্ডসমন্বিতঃ ।
নৃত্ত-প্ৰয়োগঃ সৃষ্টো যঃ স তাণ্ডৱ ইতি স্মৃত ।।

ভগবান শিৱই ৰেচক, অঙ্গহাৰ আৰু পিণ্ডীবন্ধ সৃষ্টি কৰি তণ্ডুমুনিক দিলে । তণ্ডুৱে ইয়াৰ সহায়ত যিবোৰ গীত আৰু বাদ্যযুক্ত নৃত্ত সৃষ্টি কৰিলে সেইবোৰেই তাণ্ডৱ নামে অভিহিত ।

## ।। মুনিগণৰ কথা – ঋষয় উচুঃ ।।

২৬৬। যদা প্ৰাপ্ত্যৰ্থমৰ্থানাং তজ্জ্ঞৈৰভিনয়ঃ কৃতঃ ।
কস্মান্নৃত্তং কৃতং হ্যেতত কং স্বাভাৱমপেক্ষতে ।।

যেতিয়া ধনাৰ্থী বিশেষজ্ঞ সকলে অভিনয় কৰিবলৈ আৰম্ভ কৰিলে তেতিয়া কেনেকৈ আৰু কিয় এই নৃত্যৰ সৃষ্টি হ'ল আৰু সেই সময়ত ইয়াৰ ৰূপ কেনে আছিল ?

২৬৭। ন গীতকাৰ্থসম্বদ্ধং ন ৱাচ্যাৰ্থস্য ভাৱকম্ ।
কস্মান্নৃত্তং কৃতং হ্যেতদ গীতেস্বাসাৰিতেষু চ ।।

এই নৃত্যগীতৰ যদি অৰ্থৰ লগত সম্বন্ধ নাই আৰু ৱাচ্যাৰ্থও প্ৰকাশ নহয়, তেনেহলে এই গীত আৰু অসাৰিত প্ৰসঙ্গৰ নৃত্ত সৃষ্টি কিয় হ'ল ?

## ।। ভৰত উৱাচ ।।

২৬৮। অত্ৰোচ্যতে ন খল্বৰ্থং নৃত্তং কঞ্চিদপেক্ষতে ।
কিন্তু শোভাং জনয়তীত্যতো নৃত্তং প্ৰৱৰ্ত্তিতম্ ।।

ভৰতে ক'লে, এই বিষয়ত কথিত আছে যে কোনো বিশেষ অৰ্থ বুজাবলৈ নৃত্ত কৰা নহয়, শোভা সৃষ্টি কৰে বাবেই নৃত্তৰ প্ৰবৰ্ত্তন কৰা হয় ।

২৬৯। প্ৰায়েণ সৰ্বলোকস্য নৃত্তমিষ্টং স্বভাৱতঃ ।
মঙ্গল্যমিতি কৃত্বা চ নৃত্তমেতৎ প্ৰকীৰ্ত্তিতম্ ।।

স্বভাবতে প্ৰায় সকলোবিলাক প্ৰাণীয়েই নৃত্ত ভাল পায় । সেইবাবে এই নৃত্তকলাক মাঙ্গলিক কাৰ্য্য বুলি স্বীকৃতি দিছে ।

২৭০। বিবাহপ্ৰসৱাৱাহপ্ৰমোদাভ্যুদয়াদিষু ।
বিনোদকৰণং চৈব নৃত্তমেতৎ প্ৰকীৰ্ত্তিতম্ ।।

বিবাহ, সন্তানজন্ম, আবাহ (যাত্ৰা) (আৱাহন), আনন্দ উৎসৱ, আৰু সমৃদ্ধিকামনা বিষয়ত নৃত্তক চিত্তবিনোদকৰূপে সকলোৱে গ্ৰহণ কৰে ।

২৭১। অতশ্চৈব প্ৰতিক্ষেপাঃ ভূতসঙ্ঘৈঃ প্ৰকীৰ্ত্তিতাঃ ।
যে গীতকাদৌ যুজ্যন্তে সম্যগ্ নৃত্তৱিভাৱকাঃ ।।

সেইকাৰণে ভূতগণে, ইয়াক প্ৰতিক্ষেপ বুলি কয় । নৃত্তভাববোধক এনেবোৰ কথা গীতৰাগৰ লগত সম্পৰ্কযুক্ত ।

২৭২। দেবেন চাপি সংপ্ৰোক্তস্তণ্ডুস্তাণ্ডৱপূৰ্বকম্ ।
গীত প্ৰয়োগমাশ্ৰিত্য নৃত্তমেতৎ প্ৰৱৰ্ত্যতাম্ ।।

শিৱই তণ্ডুমুনিক কৈছিল, তাণ্ডৱপূৰ্বক গীতৰ প্ৰয়োগত এই নৃত্ত প্ৰবৰ্ত্তিত হ'ব ।

২৭৩। প্ৰায়েন তাণ্ডৱবিধিৰ্দেৱস্তুত্যাশ্ৰয়ো ভৱেৎ ।
সুকুমাৰ প্ৰয়োগস্তু শৃঙ্গাৰৰসমস্তৱঃ ।

তাণ্ডব নৃত্য প্ৰায়েই দেবস্তুতিক আশ্ৰয় কৰি হয় আৰু সুকুমাৰৰ প্ৰয়োগ হয় শৃঙ্গাৰ ৰসৰ প্ৰসঙ্গত ।

### ।। ৱৰ্ধমানক ।।

২৭৪। তস্য তণ্ডুপ্ৰত্যুক্তস্য তাণ্ডৱস্য ৱিধিক্ৰিয়াম্ ।
ৱৰ্ধমানকমাসাদ্য সংপ্ৰৱক্ষ্যামি লক্ষণম্ ।।

বৰ্ধমানক সম্পৰ্কে আলোচনা কৰাৰ পূৰ্বতে আমি তণ্ডুকৃত তাণ্ডৱৰ অনুষ্ঠানবিধিৰ বৰ্ণনা কৰিম ।

২৭৫। কলানাং বৃদ্ধিমাসাদ্য ত্বক্ষৰাণাং চ ৱৰ্ধনাৎ ।
লয়স্য ৱৰ্ধনাচ্চাপি বৰ্ধমানমুচ্যতে ।।

যিহেতু বৰ্ধমানক অনুষ্ঠানত কলা, লয় আৰু অক্ষৰ বৃদ্ধিপ্ৰাপ্ত হয় সেয়ে ইয়াৰ নাম বৰ্ধমানক ।

### ।। আসাৰিত ।।

২৭৬। কৃত্বা কুতপৱিন্যাসং যথাৱদ্দ্বিজসত্তমাঃ ।
আসাৰিত প্ৰয়োগস্তু ততঃ কাৰ্যঃ প্ৰযোক্তৃভিঃ ।।

হে দ্বিজগণ-শ্ৰেষ্ঠসকল। বাদ্যযন্ত্ৰবোৰ সম্যকভাৱে স্থাপন কৰিহে নাট্য প্ৰযোক্তা সকলে আসাৰিত কৰিব লাগে।

২৭৭। অত্ৰ চোপোহনং কৃত্বা অশ্ৰীভাণ্ডসমন্বিতম্।
কাৰ্যঃ প্ৰৱেশো নৰ্ত্তক্যা ভাণ্ডবাদ্যসমন্বিতঃ ।।

এগৰাকী নৰ্ত্তকী থকা ক্ষেত্ৰত, ৰঙ্গমঞ্চৰ সেই ঠাইত অশ্ৰীভাণ্ডযুক্ত উপোহন কৰি, বাদ্যসহকাৰে প্ৰবেশ কৰিব।

২৭৮। বিশুদ্ধকৰণায়ং তু জাত্যা ৱাদ্যং প্ৰয়োজয়েৎ।
গত্যা ৱাদ্যানুসৰ্পিন্যা ততশ্চাৰীং প্ৰযোজয়েৎ ।।

বিশুদ্ধকৰণযুক্ত জাতিত বাদ্য প্ৰযোজ্য। ইয়াৰ পিছত, বাদ্যৰ সৈতে খোজ মিলাই চাৰীকৰণ কৰ্ত্তব্য।

২৭৯। বৈশাখস্থানকেনেহ সৰ্বৰেচকচাৰিণী।
পুষ্পাঞ্জলিধৰা ভূত্বা প্ৰবিশেদ্ৰঙ্গমণ্ডপম্ ।।

হাতত পুষ্পাঞ্জলি লৈ বৈশাখ স্থানত থকা সকলোৰেচক কাৰিণী (নৰ্ত্তকী) ৰঙ্গমঞ্চত প্ৰৱেশ কৰিব।

২৮০। পুষ্পাঞ্জলিং ৱিসৃজ্যাথ ৰঙ্গপীঠং পৰীত্য চ।
প্ৰণম্য দেৱতাভ্যস্তু ততোহভিনয়মাচৰেৎ ।।

ইয়াৰ পিছত তেওঁলোকে দেৱতাৰ উদ্দেশ্যে পুষ্পাঞ্জলি দি ৰঙ্গমঞ্চৰ চাৰিওফালে এপাক ঘূৰিব আৰু দেৱতাৰ উদ্দেশ্যে প্ৰণাম জনাই অভিনয় কৰিব।

২৮১। যত্ৰাভিনেয়ং গীতং স্যাৎ তত্ৰৱাদ্য ন যোজয়েৎ।
অঙ্গহাৰপ্ৰয়োগে তু ভাণ্ডৱাদ্যং প্ৰযোজয়েৎ ।।

যেতিয়া গীতাভিনয় হয় তেতিয়া বাদ্য বজোৱা উচিত নহয়, কিন্তু অঙ্গহাৰ প্ৰয়োগ হলে বাদ্য প্ৰযোজ্য।

২৮২। সমং ৰক্তং ৱিভক্তংচ স্ফুটং শুদ্ধপ্ৰহাৰজম্।
নৃত্যাঙ্গগ্ৰাহি ৱাদ্যজ্ঞৈৰ্যোজ্যং ৱাদ্যং তু তাণ্ডৱে ।।

তাণ্ডৱ নৃত্যত, বাদ্যবিষয়ত অভিজ্ঞলোকে প্ৰয়োগ কৰা বাদ্য সম, ৰক্ত, বিভক্ত, স্পষ্টশব্দযুক্ত হস্তাঘাত হেতু নৃত্যানুগামী হয়।

২৮৩। প্ৰযুজ্য গীতৱাদ্যে তু নিষ্ক্ৰামেন্নৰ্ত্তকী ততঃ।
অনেনৈৱ ৱিধানেন প্ৰৱিশন্ত্যপৰাঃ পুনঃ ।।

এইদৰে গীত গাই নৰ্ত্তকীয়ে প্ৰস্থান কৰিব আৰু অন্যসকল নায়িকায়ো একেনিয়মে প্ৰৱেশ কৰিব।

২৮৪। অন্যাশ্চানুক্ৰমেনাথ পিণ্ডীং বধ্নন্তি তাঃ স্ত্ৰিয়ঃ।
তাৱৎ পৰ্যন্তকঃ কাৰ্যো যাৱৎ পিণ্ডী ন বধ্যতে ॥

আনবিলাক নায়িকায়ো যথাক্ৰমে পিণ্ডীবন্ধন কৰিব আৰু পিণ্ডী গঠন নোহোৱালৈকে তেওঁলোকে পৰ্য্যন্তক (অঙ্গহাৰ) বিষয়ক কাম কৰিব।

২৮৫-২৮৬(ক)। পিণ্ডীং বধ্বা ততঃ সৰ্ব্বা নিষ্ক্ৰামেয়ুঃ স্ত্ৰিয়স্তু তাঃ।
পিণ্ডীবন্ধে তু ৱাদ্যং হি কৰ্তব্যমিহ ৱাদকৈঃ ॥
পৰ্যন্তক প্ৰমাণেন চিত্ৰৌঘকৰণান্বিতম্।

পিণ্ডী গঠন কৰি সেই নাৰীসকলে প্ৰস্থান কৰিব আৰু পিণ্ডী গঠনৰ সময়ত বাদ্যবাদকে বাজনা বজাই থাকিব। বিচিত্ৰ ওঘ আৰু কৰণযুক্ত এই বাদ্য পৰ্যন্তককালীন বাদ্যৰ দৰে হ'ব।

২৮৬(খ)-২৮৮। অথোপৱহনং ভূয়ঃ কাৰ্যং পূৰ্ব্বৱদেৱ হি ॥
ততশ্চাসাৰিতং ভূয়ো গায়নং তু প্ৰযোজয়েৎ।
পূৰ্বেনৈৱ ৱিধানেন প্ৰৱিশেচ্চাপি নৰ্তকী ॥
গীতকাৰ্যং প্ৰযোজয়েদ্ দ্বিতীয়াৰিতস্য তু।
তদেৱ তু পূৰ্বৱত্তু নৃত্যেনাপি প্ৰযোজয়েৎ ॥

ইয়াৰ পিছত আগৰদৰে উপোহন আৰু আসাৰিত সম্পাদন কৰিব লাগে, এই সময়ত এটা গীত গাব আৰু পূৰ্ববৰ্ণিত নিয়মানুযায়ী এগৰাকী নৰ্ত্তকী মঞ্চলৈ আহিব। তেওঁ দ্বিতীয় আসাৰিতৰ গীত গাই সেই বিষয়বস্তুকে নৃত্যত ৰূপ দিব।

২৮৯। আসাৰিতসমাপ্তৌ চ নিষ্ক্ৰামেন্নৰ্তকী ততঃ।
পূৰ্ব্বৱৎ প্ৰৱিশেচ্চান্যা প্ৰয়োগঃ স্যাৎ স এৱ তু ॥

আসাৰিত শেষ কৰি নৰ্ত্তকীয়ে প্ৰস্থান কৰিব তাৰপিছত অন্য এগৰাকী নৰ্ত্তকী মঞ্চলৈ আহিব ; অনুষ্ঠান তদ্ৰূপেই কৰিব।

২৯০। এৱং পদে পদে কাৰ্যো বিধিৰাসৰিতস্য তু।
ভাণ্ডৱাদ্যকৃতশ্চৈৱ তথা গানকৃতোঽপি চ ॥

এইদৰে পদে পদে আসাৰিত বিধান, গায়ক আৰু বাদকে অনুকৰণ কৰি যাব।

২৯১। একা তু প্ৰথমং কুৰ্যাৎ দ্বে দ্বিতীয়ং তু বস্তুকম্।
তিস্ৰো ৱস্তু তৃতীয়ং তু চতস্ৰস্তু চতুৰ্থকম্ ॥

গীতৰ প্ৰথম চৰণ এবাৰ গাব, দ্বিতীয় চৰণ দুবাৰ গাব, তৃতীয় চৰণ তিনিবাৰ গাব আৰু চতুৰ্থচৰণ চাৰিবাৰ গাব লাগে ।

২৯২।        পিণ্ডীনাং বিধয়শ্চৈব চত্বাৰঃ সংপ্ৰকীৰ্ত্তিতাঃ ।
            পিণ্ডী শৃঙ্খলিকা চৈব লতাবন্ধোহথ ভেদ্যকঃ ।।

পিণ্ডীবিলাকৰ নিয়ম চাৰিপ্ৰকাৰ, পিণ্ডী, শৃঙ্খলিকা, লতাবন্ধ, ভেদ্যক ।

২৯৩।        পিণ্ডীবন্ধস্তু পিণ্ডত্বাৎ গুল্মঃ শৃঙ্খলিকা ভৱেৎ ।
            জালোপনদ্ধা চ লতা সনৃত্যো ভেদ্যকঃস্মৃতঃ ।।

পিণ্ডীভূত (নৰ্ত্তকৰ সমষ্টি) বাবে ইয়াক পিণ্ডী বোলে, গুল্ম (সাধাৰণ এদলৰ নৃত্য), শৃঙ্খলিকা (পৰস্পৰে হাতত ধৰি নাচে), লতাবন্ধ (অংশগ্ৰহণকাৰী দুয়োজনে জালজাতীয় বস্ত্ৰাবৃত হৈ নাচে), ভেদ্যক (একক নৃত্য) ।

২৯৪।        পিণ্ডীবন্ধঃ কনিষ্ঠে তু শৃঙ্খলা তু লয়ান্তৰে ।
            মধ্যমে চ লতাবন্ধো জ্যেষ্ঠে চৈৱাথ ভেদ্যকঃ ।।

পিণ্ডীবন্ধ কনিষ্ঠ (প্ৰথম আসাৰিত) প্ৰয়োজ্য, শৃঙ্খলা লয়ান্তৰে প্ৰযোজ্য, লতাবন্ধ মধ্যমত প্ৰয়োজ্য আৰু ভেদ্যক জ্যেষ্ঠ প্ৰযোজ্য (প্ৰথম আসাৰিত) ।

২৯৫।        পিণ্ডীনাং দ্বিৱিধা যোনিৰ্যন্ত্ৰং ভদ্ৰাসনং তথা ।
            শিক্ষাঃ কাৰ্যাঃস্তথা চৈৱ প্ৰয়োক্তব্যাঃ প্ৰযোক্তৃভিঃ ।।

পিণ্ডীৰ উৎপত্তি দুভাগে হয় – যন্ত্ৰ আৰু ভদ্ৰাসন । নাট্য প্ৰযোক্তাসকলৰ কৰ্ত্তব্য হ'ল এইবিলাক শিক্ষা কৰা আৰু প্ৰয়োগ কৰা ।

।। ছন্দক ।।

২৯৬।        এৱং প্ৰয়োগঃ কৰ্ত্তব্যো বৰ্ধমানে প্ৰযোক্তৃভিঃ ।
            গীতানাং ছন্দকানাং চ ভূয়ো বক্ষ্যাম্যহং বিধিম্ ।।

বৰ্দ্ধমানকত নাট্য প্ৰযোক্তাসকলে ওপৰত কোৱাৰ দৰে নৃত্য প্ৰয়োগ কৰিব ছন্দক গীতৰ নিয়ম সম্বন্ধে এতিয়া কোৱা হ'ব ।

২৯৭-২৯৮।    যানি ৱস্তুনিবদ্ধনি যানি চাঙ্গকৃতানি চ ।
            গীতানি তেষাং ৱক্ষ্যামি প্ৰয়োগং নৃত্তৱাদ্যয়োঃ ।।
            তত্ৰাৱতৰণং কাৰ্যং নৰ্ত্তক্যা সাৰ্ৱভাণ্ডিকম্ ।
            ক্ষেপপ্ৰতিক্ষেপকৃতং ত্ৰীগানসমন্বিতম্ ।।

যিবোৰ গীতৰ বিষয়বস্তু বদ্ধ (নিবন্ধন) আৰু যিবোৰ অঙ্গকৃত, সেইবোৰ নৃত্য আৰু বাদ্যত কেনেকৈ প্ৰয়োগ হয়, সেই বিষয়ে কোৱা হ'ব । ভাণ্ড বাদ্য,

অস্ত্ৰীবাদ্য আৰু মৌখিক গানৰ লগত মিল ৰাখি ক্ষেপ আৰু প্ৰতিক্ষেপসহকাৰে নৰ্ত্তকীয়ে মঞ্চত প্ৰবেশ কৰিব।

২৯৯।	প্ৰথমং ত্বভিনেয়ং তু গীতকে সৰ্ববস্তু তৎ।
তদেৱ চ পুৰ্নৱস্তু নৃত্যেনাপি প্ৰদৰ্শয়েৎ ॥

প্ৰথমতে গীতত সকলোবিষয় অভিনীত হয়, পিছত সেইবিলাকক নৃত্যৰ যোগে দেখুওৱা হয়।

৩০০।	যো ৱিধিঃ পূৰ্ৱমুক্তস্তু নৃত্তাভিনয়ৱাদিতে।
আসাৰিতৱিধৌ স স্যাৎ গীতানাং ৱস্তুকেস্বপি ॥

নৃত্য, অভিনয় প্ৰয়োগ আৰু বাদ্য সম্বন্ধে যি নিয়ম আগতে বৰ্ণনা কৰা হল, আসাৰিত গীতৰ ক্ষেত্ৰতো সেই নিয়ম প্ৰযোজ্য।

৩০১।	ত্ৰষ বস্তুনিবন্ধানাং গীতকানাং ৱিধিঃ স্মৃতঃ।
শৃণুতাঙ্গনিবন্ধানাং গীতানামপি লক্ষণম্, ॥

বস্তুনিবন্ধ গীত সম্বন্ধে এয়াই নিয়ম। এইদৰে নিবন্ধিত গীতৰ লক্ষণ শুনক।

৩০২।	য এৱ ৱস্তুষু ৱিধিৰ্নৃত্তাভিনয়ৱাদিতে।
স সৰ্ব এৱ কৰ্তব্যশ্চন্দকেষু প্ৰযোক্তৃভিঃ ॥

গীতবস্তু বিষয়ক নৃত্য, অভিনয় আৰু বাদ্যসম্বন্ধীয় নিয়মবোৰৰ সকলোবিলাকেই গীতৰ অঙ্গনিবদ্ধ ছন্দকত প্ৰযোক্তাসকলে পালন কৰা কৰ্ত্তব্য।

৩০৩।	ৱাদ্যং গুৰ্ৱক্ষৰকৃতং তৰ্থাহস্ৱাক্ষৰমেৱ চ।
মুখে সোপোহনে কুৰ্যাদ্বৰ্ণানাং ৱিপ্ৰকৰ্ষকঃ ॥

মুখ আৰু উপোহনৰ সময়ত বাদ্য পৃথক পৃথক (স্পষ্ট) গুৰুত্ব সহকাৰে অল্পাক্ষৰত বজাব লাগে।

৩০৪।	যদা গীতৱশাদঙ্গং ভূয়ো নিৱৰ্ত্ততে।
তত্ৰাদ্যমভিনেয়ং স্যাচ্ছেষং নৃত্তেন যোজয়েৎ ॥

যেতিয়া একেটা গীতৰ অংশবিশেষ বাৰে বাৰে আবৃত্তি কৰা হয় তেতিয়া প্ৰথমে উচ্চাৰিত অংশবোৰ অভিনয়ৰ দ্বাৰা প্ৰদৰ্শণীয় আৰু অৱশিষ্ট অংশবোৰ নৃত্যৰ দ্বাৰা ৰূপায়িত হ'ব।

৩০৫-৩০৬(ক)।	যদা গীতশাদঙ্গং ভূয়ো ভূয়ো নিৰ্বতয়েৎ।
ত্ৰিপাণিলয়সংযুক্তং তত্ৰ ৱাদ্যং প্ৰযোজয়েৎ ॥
যথা লয়স্তথা ৱাদ্যং কৰ্তব্যং ত্বঙ্গসংশ্ৰয়ম্।

যেতিয়া গীত গাওঁতে তাৰ কোনো অংশৰ পুনৰাবৃত্তি হয়, তেতিয়া ত্রিপাণিলয়যুক্ত বাদ্য অনুগামী হব । এনেক্ষেত্রত বাদ্য লয় অনুসৰি বজাব লাগে ।

৩০৬(খ)-৩০৯। তত্ত্বং চানুগতং চাপি ওঘং চ কৰণান্বিতম্ ।।
স্থিতে তত্ত্বং প্রয়োক্তব্যং মধ্যে চানুগতং ভৱেৎ ।
দ্রুতে চৌঘঃ প্রযোক্তব্যস্ত্বেষ ৱাদ্যগতো ৱিধিঃ ।।
ছন্দোগীতকমাসাদ্য ত্ত্বঙ্গানি পৰিৱর্ত্তয়েৎ ।
এষ কার্যো ৱিধির্নিত্যং নৃত্তাভিনয়ৱাদিতে ।।
যানি বস্তুনি বদ্ধানি তেষামন্তে গ্রহো ভৱেৎ ।
অঙ্গানাং তু পৰাবৃত্তাৱাদাৱেৱং গ্রহো মতঃ ।।

তত্ত্ব, অনুগত আৰু ওঘ কৰণৰ সৈতে সংশ্লিষ্ট । স্থিত অবস্থিতি তত্ত্ব, লয়, মধ্যম অবস্থাত অনুগত আৰু দ্রুতত ওঘ লয় প্রযোজ্য । বাদ্যসম্বন্ধে এই নিয়ম ছন্দকৰ ক্ষেত্রত গীতাংশবোৰৰ পুনৰাবৃত্তি হয় । নৃত্য, অভিনয় আৰু গীতত এইটো বদ্ধা নিয়ম । যিবোৰ গীতবস্তু বদ্ধ অর্থাৎ বিবদ্ধ, তাৰপিছত হব গ্রহ । কিন্তু অংশবোৰৰ পুনৰাবৃত্তি কৰোতে এনেবোৰ 'গ্রহ' আৰম্ভতে হোৱা উচিত ।

## ।। সুকুমাৰ নৃত্য ।।

৩১০। এৱমেষ ৱিধিঃ কার্যো গীতেস্বাসাৰিতেষু চ ।
দেৱস্তুত্যাশ্রয়ং হ্যেতং সুকুমাৰং নিবোধত ।।

আসাৰিত আৰু গীতৰ ক্ষেত্রত এই নিয়ম হব লাগে । দেবস্তুতি বিষয়ক এই সুকুমাৰ নৃত্যৰ কথা বুজিব ।

৩১১। স্ত্রীপুংসয়োস্তু সংলাপো যস্তু কামসমুদ্ভৱঃ ।
তজ্জ্ঞেয়ং সুকুমাৰং হি শৃঙ্গাৰৰসসম্ভৱম্ ।।

কামাসক্ত স্ত্রী-পুৰুষৰ সংলাপত সুকুমাৰ নৃত্য শৃংগাৰ ৰসৰ পৰা উদ্ভৱ হয় ।

## ।। নৃত্যৰ উপযোগী উপলক্ষ্য ।।

৩১২। যস্যাং যস্যামৱস্থায়াং নৃত্তং যোজ্যং প্রযোক্তৃভিঃ ।
সর্ৱগীতকসম্বন্ধং তচ্চ মে শৃনুত দ্বিজাঃ ।।

হে দ্বিজগণ, নৃত্যপ্রযোক্তাসকলে যি যি বিলাক অবস্থাত ইয়াৰ প্রয়োগ কৰে আৰু তাৰ গীতৰ সৈতে কি সম্বন্ধ সেই বিষয়ে কওঁ শুনক ।

৩১৩। অঙ্গৱস্তুনিবৃত্তৌ চ তথা ৱর্ণানিবৃত্তিষু ।
তথা চাভ্যুদয়স্থানে নৃত্তং তজ্জ্ঞঃ প্রযোজয়েৎ ।।

অভিজ্ঞলোকে তেতিয়া নৃত্য প্ৰয়োগ কৰিব যেতিয়া নাট্যানুষ্ঠানত গীতৰ অঙ্গবস্তু আৰু বৰ্ণ নিবৃত্ত হব নতুবা কোনো নায়কে নাট্যাভিনয়ত সৌভাগ্য লাভ কৰিব ।

৩১৪।   যত্ৰ সংদৃশ্যতে কিঞ্চিদ্ দম্পত্যোৰ্মদনাশ্ৰয়ম্ ।
তত্ৰ নৃত্তং প্ৰযোক্তব্যং প্ৰহৰ্ষাৰ্থগুণোত্তৰম্ ॥

নাটকত এনেবোৰ উপলক্ষ্যত নৃত্য হ'ব য'ত দম্পতীৰ মাজত প্ৰেমজনিত কোনো এটা বিষয় উপস্থিত হয়, কাৰণ তেনে সময়ৰ নৃত্য আনন্দজনক হয় ।

৩১৫।   যত্ৰ সন্নিহিতে কান্তে ঋতুকালাদিদৰ্শনম্ ।
গীতকাৰ্থাভিসম্বন্ধং নৃত্তং অত্ৰাপি চেষ্যতে ॥

প্ৰেমিক নিকটবৰ্ত্তী আৰু উপযুক্ত ঋতুৰ আগমনত, গীতাৰ্থী সম্বন্ধীয় নৃত্য নাটকৰ যেই কোনো দৃশ্যতে হব পাৰে ।

॥ নৃত্যনিষেধ ॥

৩১৬।   খণ্ডিতা বিপ্ৰলব্ধা বা কলহান্তৰিতাপি বা ।
যস্মিন্নঙ্গে তু যুৱতিৰ্নৃত্তং তত্ৰ ন যোজয়েৎ ॥

খণ্ডিতা, বিপ্ৰলব্ধা আৰু কলহান্তৰিতা যুৱতী বিষয়ত নৃত্য-নিষেধ ।

৩১৭।   সখিপ্ৰবৃত্তে সংলাপে তথাহসন্নিহিতে প্ৰিয়ে ।
নহি নৃত্তং প্ৰযোক্তব্যং যস্যা বা প্ৰোষিতঃ প্ৰিয়ঃ ॥

সখিৰ লগত সংলাপ কৰোতে, প্ৰিয়জন প্ৰবাসত থাকিলে নৃত্যনিষেধ ।

৩১৮।   দূত্যাশ্ৰয়ং যদা তু স্যাৎ ঋতুকালাদিদৰ্শনম্ ।
ঔৎসুক্যচিন্তাসম্বন্ধং নৃত্তং তত্ৰ ন যোজয়েৎ ॥

ইয়াৰ বাহিৰেও যেতিয়া দূতীৰ যোগে ঋতুৰ আগমন বাৰ্ত্তা পোৱা যায় আৰু তাৰকাৰণে মনত উৎকণ্ঠা জন্মে সেই সময়ত নৃত্য প্ৰযোজ্য নহয় ।

৩১৯।   যস্মিন্নঙ্গে প্ৰসাদং তু গৃহ্নীয়ান্নায়িকা ক্ৰমাৎ ।
ততঃ প্ৰভৃতি নৃত্তং তু শেষেষ্বঙ্গেষু যোজয়েৎ ॥

কিন্তু, যদি অভিনয়ৰ মাজত, নাটকৰ কোনো অংশত, নায়িকাক প্ৰসন্ন কৰা হয়, তেনেস্থলত নাটকৰ শেষ পৰ্য্যন্ত নৃত্য হব পাৰে ।

৩২০।   দেবস্তুত্যাশ্ৰয়গতং যদঙ্গং তু ভবেদিহ ।
মাহেশ্বৈৰ্বৈৰঙ্গহাৰৈৰুদ্ধতৈস্তৎ প্ৰযোজয়েৎ ॥

নাটকৰ কোনো অংশ দেবস্তুতি বিষয়ক হলে, শিৱসৃষ্ট উদ্ধত অঙ্গহাৰৰ সৈতে নৃত্য কৰিব লাগে ।

৩২১।        যত্র শৃঙ্গাৰসংবদ্ধং গানং স্ত্রীপুৰুষাশ্রয়ম্ ।
            দেৱীকৃতৈৰঙ্গহাৰৈৰ্ললিতৈস্তুং প্রযোজয়েৎ ।।

নৰ-নাৰীৰ সম্বন্ধবোধক প্রেমগীত, পাৰ্বতীসৃষ্ট অঙ্গহাৰৰ সৈতে নৃত্যৰ দ্বাৰা অনুসৃত হ'ব ।

## ।। বাদ্যবিধি ।।

৩২২।        চতুষ্পদা নৰ্কুটকে খঞ্জকে পৰিগীতকে ।
            বিধানং সম্প্রৱক্ষ্যামি ভাণ্ডৱাদ্যবিধিং প্রতি ।।

চতুষ্পদা, খঞ্জক, আৰু পৰিগীতকৰ অনুগামী বাদ্যবিধি সম্বন্ধে কওঁ শুনক ।

৩২৩।        খঞ্জনৰ্কুটসংযুক্তা ভৱেদ্যা তু চতুষ্পদা ।
            পাদান্তে সন্নিপাতে তু তস্যা ভাণ্ডগ্রহো ভৱেৎ ।।

খঞ্জ বা নৰ্কুট জাতীয় গীতৰ, ধ্ৰুৱাৰ এটা চৰণ গীত হলে তাত সন্নিপাত গ্রহযুক্ত বাদ্য বজাব লাগে ।

৩২৪।        যা ধ্ৰুৱা ছন্দসা যুক্ত সমপাদা সমাক্ষৰা ।
            তস্যাঃ পাদাৱসানে তু প্রদেশিন্যা গ্রহো ভৱেৎ ।।

যিবোৰ ধ্ৰুবাত সমপাদ আৰু সমাক্ষৰ থাকে তাত পাদৰ অন্তত তৰ্জনী আঙুলিৰে ধৰি বাদ্য বজাব লাগে ।

৩২৫।        কৃত্বৈকং পৰিৱৰ্ত্তং তু গানস্যাভিনয়ে পুনঃ ।
            পুনঃ পাদানিবৃত্তৌ তু ভাণ্ডৱাদ্যং নিয়োজয়েৎ ।।

এটা গীতৰ, অভিনয়ত পুনৰাবৃত্তি হব, এটা পুনৰ গীত গাব আৰু ইয়াৰ শেষ চৰণৰ অন্তত বাদ্য বজাব লাগে ।

৩২৬।        অঙ্গৱস্তুনিবৃত্তেন ৱৰ্ণান্তৰনিবৃত্তিষু ।
            তথোপস্থাপনে চৈৱ ভাণ্ডৱাদ্যং প্রযোজয়েৎ ।।

গীতৰ অঙ্গবস্তু বা বৰ্ণ নিবৃত্ত হলে আৰু ইয়াৰ উপস্থাপন হলে (প্রাৰম্ভে) বাদ্য নবজাব ।

৩২৭।        যেহপি চান্তৰমাৰ্গাঃ স্যুস্তন্ত্র্যা বাক্কৰণৈঃ কৃতাঃ ।
            তেষু সূচী প্রয়োক্তব্যা ভাণ্ডেন সহ তাণ্ডৱে ।।

তন্ত্ৰী অথবা কৰণৰ দ্বাৰা কৃত অন্তৰমাৰ্গৰ সমন্বত তাণ্ডবনৃত্যত বাদ্যৰ লৈতে সূচীচাৰী প্ৰযোজ্য ।

৩২৮। মহেশ্বৰস্যা চৰিতং য ইদং সংপ্ৰযোজয়েৎ ।
সৰ্বপাপৱিশুদ্ধাত্মা শিৱলোকং স গচ্ছতি ।।

যি এই শিৱ সৃষ্ট নৃত্য কৰে তেওঁ সকলো পাপমুক্ত হৈ শিৱলোক পায় ।

৩২৯। এৱমেষ ৱিধিঃসৃষ্টস্তাণ্ডৱস্য প্ৰয়োগতঃ ।
ভূয়ঃ কিং কথ্যতাং ৱিপ্ৰো নাট্যযোগৱিধিং প্ৰতি ।।

প্ৰয়োগ বিধানৰ পৰা, তাণ্ডব সম্বন্ধে এই বিধি প্ৰণয়ন কৰা হৈছে । হে ব্ৰাহ্মণসকল নাট্য প্ৰয়োগ সম্বন্ধে আৰু জানিবলগীয়া আছে যদি কওক ।

–তাণ্ডৱলক্ষণ নামক চতুৰ্থ অধ্যায় সমাপ্ত ।

# পঞ্চম অধ্যায়
## পূৰ্বৰঙ্গ বিধান

১। ভৰতস্য ৱচঃ শ্ৰুত্বা নাট্যসন্তানকাৰণম্ ।
পুনৰেৱাব্ৰুৱন্ ৱাক্যমৃষয়ো হৃষ্টমানসাঃ ।।

ভৰতৰ মুখে নাট্য বিষয়ৰ কথাখিনি শুনি, পুনৰ মুনি সকলে আনন্দমনেৰে কবলৈ ধৰিলে ।

২-৪। যথা নাটস্য ৱৈ জন্ম জৰ্জৰস্য চ সম্ভবঃ ।
ৱিঘ্নানাং শমনং চৈৱ দেৱতানাং চ পূজনম্ ।।
ত্বত্তঃ শ্ৰুতং গৃহীতং চ গৃহীত্বা চাৱধাৰিতম্ ।
নিখিলেন যথাতত্ত্বমিচ্ছাহো ৱেদিতুং পুনঃ ।।
পূৰ্বৰঙ্গং মহাতেজঃ সৰ্বলক্ষণসংযুতম্ ।
যথা মন্যামহে ব্ৰহ্মংস্তথা ৱ্যাখ্যাতুমৰ্হসি ।।

নাট্যৰ জন্ম, জৰ্জৰৰ উৎপত্তি, বিঘ্নশান্তি আৰু দেৱপূজা বিষয়ৰ কথা আপোনাৰ পৰা শুনি বুজিছো । তত্ত্বানুসৰি সকলো কথা পুনৰ জানিবৰ ইচ্ছা হৈছে । হে মহাতেজস্বী ব্ৰাহ্মণ, সকলো লক্ষণযুক্ত পূৰ্বৰঙ্গ যাতে আমি বুজিব পাৰো তেনেদৰে আমাৰ আগত ব্যাখ্যা কৰে যেন ।

৫-৬। তেষাং তু ৱচনং শ্ৰুত্বা মুনীনাং ভৰতো মুনিঃ ।
প্ৰত্যুৱাচ পুনৰ্ৱাক্যং পূৰ্বৰঙ্গৱিধিং প্ৰতি ।।
পূৰ্বৰঙ্গ মহাভাগা গদতো মে নিবোধত ।
পাদভাগাঃ কলাশ্চৈৱ পৰিৱৰ্তস্তথৈৱ চ ।।

সেই ঋষিসকলৰ কথা শুনি ভৰতমুনিয়ে পূৰ্বৰঙ্গবিধান সম্বন্ধে পুনৰ কবলৈ ধৰিলে । হে মহাভাগ মুনিগণ, এতিয়া পূৰ্বৰঙ্গ সম্বন্ধে আৰু ইয়াৰ পাদভাগ, কলা আৰু পৰিবৰ্তৰ বিষয়ে সকলো কওঁ শুনক ।

### ।। পূৰ্বৰঙ্গ ।।

৭। যস্মাদ্ৰঙ্গ প্ৰয়োগোঽয়ং পূৰ্বমেৱ প্ৰযুজ্যতে ।
তস্মাদয়ং পূৰ্বৰঙ্গো ৱিজ্ঞেয়োঽত্ৰ দ্বিজোত্তমাঃ ।।

হে শ্ৰেষ্ঠ দ্বিজগণ, যিহেতু ই ৰঙ্গ প্ৰয়োগৰ আৰম্ভণিতে হয় সেই হেতু ইয়াৰ নাম পূৰ্বৰঙ্গ হ'ল।

## ।। পূৰ্বৰঙ্গৰ অঙ্গ ।।

৮-১১। অস্যাঙ্গানি তু কাৰ্য্যানি যথাৱদনুপূৰ্ৱশঃ।
তন্ত্ৰীভাণ্ডসমাযোগৈঃ পাঠ্যযোগকৃতৈস্তথা।।
প্ৰত্যাহাৰোঽৱতৰণং তথা হ্যাৰম্ভ এৱ চ।
আশ্ৰাৱণা ৱক্ত্ৰপাণিস্তথা চ পৰিঘট্টনা।।
সংঘোটনা ততঃ কাৰ্যা মাৰ্গাসাৰিতমেৱ চ।
জ্যেষ্ঠমধ্যকনিষ্ঠা চ তথৈৱাসাৰিতক্ৰিয়া।।
এতানি চ বহিৰ্গীতান্যন্তৰ্যবনিকাগতৈঃ।
প্ৰয়োক্তৃভিঃ প্ৰযোজ্যানি তন্ত্ৰীভাণ্ডকৃতানি তু।।

ইয়াৰ অঙ্গবিলাক যথাক্ৰমে তন্ত্ৰীবাদ্য আৰু ঢাক বাদ্যৰে সৈতে আবৃত্তিৰ যোগে অনুষ্ঠান কৰিব লাগে। প্ৰত্যাহাৰ, অৱতৰণ, আৰম্ভ, আশ্ৰাৱণা, ৱক্ত্ৰপাণি, পৰিঘট্টনা, সংঘোটনা, তাৰপিছত মাৰ্গাসাৰিত, জ্যেষ্ঠ (দীৰ্ঘ) মধ্য আৰু হ্ৰস্ব আকাৰৰ আসাৰিত – এই নাট্যৰ ওপৰঞ্চি গীতবোৰ যবনিকাৰ অভ্যন্তৰত, প্ৰয়োগকৰ্ত্তাসকলে বাদ্যযন্ত্ৰৰ সৈতে প্ৰয়োগ কৰিব।

১২-১৫। ততশ্চ সৰ্ৱকুতৈপৰ্যুক্তন্যান্যানি কাৰয়েৎ।
ৱিঘাট্য ৱৈ যৱনিকাং নৃত্তপাঠ্যকৃতানি চ।।
গীতানাং মদ্ৰকাদীনামেকং যোজ্যং তু গীতকম্।
ৱৰ্ধমানমথাপীহ তাণ্ডৱং যত্ৰ যুজ্যতে।।
ততশ্চোত্থাপনং কাৰ্যং পৰিৱৰ্তনমেৱ চ।
নান্দী শুষ্কাপকৃষ্টা চ ৰঙ্গদ্বাৰং তথৈৱ চ।।
চাৰো চৈৱ ততঃ কাৰ্যা মহাচাৰী তথৈৱ চ।
ত্ৰিকং প্ৰৰোচনা চাপি পূৰ্বৰঙ্গে ভৱন্তি হি।।

তাৰপিছত যবনিকা অপসাৰণ কৰি বাদ্যযন্ত্ৰৰ সৈতে অন্য নাচ-গান আবৃত্তি আদি অনুষ্ঠান কৰণীয়। মদ্ৰকাদি গীতবোৰৰ পৰা এটা গীত গাব। বৰ্দ্ধমান গীত আৰু তাণ্ডব এই ক্ষেত্ৰত প্ৰযোজ্য। তাৰপিছত উত্থাপন, পৰিবৰ্ত্তন, নান্দী, শুষ্কাপকৃষ্টা, ৰঙ্গদ্বাৰ, চাৰী, মহাচাৰী, ত্ৰিক আৰু প্ৰৰোচনা পূৰ্বৰঙ্গৰ ভিতৰৰ কাৰ্য্য।

১৬। এতান্যঙ্গানি কাৰ্যাণি পূৰ্বৰঙ্গৱিধৌ তু চ।
এতেষাং লক্ষণমহং ৱ্যাখ্যাস্যাম্যনুপূৰ্ৱশঃ।।

এই অঙ্গবিলাক পূৰ্বৰঙ্গত কৰণীয়। ইয়াৰ লক্ষণ যথাক্ৰমে ব্যাখ্যা কৰিম।

১৭। কুতপস্য তু ৱিন্যাসঃ প্রত্যাহাৰ ইতি স্মৃতঃ ।
যথাৱতৰণং প্রোক্তং গায়কানাং নিৱেশনম্ ।।

বাদ্যবিলাকৰ বিন্যাসক প্রত্যাহাৰ বোলে । গায়কসকলৰ উপবেশনক অৱতৰণ বোলা হয় ।

## আৰম্ভ, আশ্ৰাৱণা

১৮। পৰিগীতপ্রিয়াৰম্ভ আৰম্ভ ইতি কীৰ্ত্তিতঃ ।
আতোদ্যৰঞ্জনাৰ্থং তু ভৱেদাশ্রাৱণা ৱিধিঃ ।।

গানৰ সূত্রপাতক আৰম্ভ বোলে । বাদ্যক সুশ্রাব্যকৰাৰ ব্যৱস্থা কৰাকে আশ্ৰাৱণা বিধি বোলে ।

## ৱক্ত্ৰপাণি, পৰিঘট্টনা

১৯। ৱাদ্যবৃত্তি ৱিভাগাৰ্থং ৱক্ত্ৰপাণিৰ্ৱিধায়তে ।
তন্ত্ৰোজঃ কৰণাৰ্থং তু ভবেচ্চ পৰিঘট্টনা ।।

বাদ্যৰ শৈলী বিভাগৰ বাবে বক্ত্ৰপাণি বিহিত হয়, আৰু তাঁৰৰ যন্ত্ৰক সতেজ কৰাকে পৰিঘট্টনা বোলা হয় ।

## সংঘোটনা, মাৰ্গাসাৰিত

২০। তথা পাণিৱিভাগাৰ্থং ভৱেৎ সংঘোটনা বিধিঃ ।
তন্ত্ৰীভাণ্ডসমাযোগান্ মাৰ্গাসাৰিতমিষ্যতে ।।

হস্তভঙ্গী বিভেদ কাৰ্য্যক সংঘোটনা আৰু তন্ত্ৰীবাদ্য, ঢাকবাদ্য মিলিত হোৱাকে মাৰ্গাসাৰিত বোলে ।

২১। কলাপাতৱিভাগাৰ্থং ভৱেদাসাৰিতক্রিয়া ।
কীৰ্তনাদ্দেৱতানাং চ জ্ঞেয়ো গীতৱিধিস্তথা ।।

কলাবিভাজনৰ বাবে আসাৰিত ক্রিয়া হয় । দেবতাৰ গুণকীৰ্ত্তনক গীতবিধি বুলি জানিব ।

## উত্থাপন

২২-২৩(ক)। অতঃ পৰং প্ৰৱক্ষ্যামি চোত্থাপনৱিধিক্রিয়াম্ ।
যস্মাদুত্থাপয়ন্ত্যাদৌ প্রয়োগং নান্দি পাঠকাঃ ।।
পূৰ্বমেৱ তু ৰঙ্গেহস্মিন্ তস্মাদুত্থাপনং স্মৃতম্ ।

এতিয়া উত্থাপনবিধিৰ ক্ৰিয়া সম্বন্ধে কোৱা হব । যিহেতু এই ৰঙ্গমঙ্গত প্ৰথমেই নান্দী পাঠকসকলে অনুষ্ঠান উদ্বোধন কৰে, সেইবাবে ইয়াক উত্থাপন বুলি কোৱা হয় ।

## পৰিবৰ্তন

২৩(খ)-২৪(ক)। যস্মাচ্চ লোকপালানাং পৰিবৃত্য চতুৰ্দিশম্ ।।
ৱন্দনানি প্ৰকুৰ্ৱন্তি তস্মাত্তু পৰিৱৰ্তনম্ ।

যিহেতু চাৰিওফালে ঘূৰি (পৰিবৃত্য) লোকপাল সকলৰ বন্দনা কৰা হয়, সেইবাবে ইয়াৰ নাম পৰিবৰ্তন ।

## নান্দী

২৪(খ)-২৫(ক)। আশীৰ্ৱচনসংযুক্তা নিত্যংযস্মাৎ প্ৰৱৰ্ততে ।।
দেৱদ্বিজনৃপাদীনাং তস্মান্ নান্দীতি সংজ্ঞিতা ।

যিহেতু ইয়াত সদায়ে দেৱতা, ব্ৰাহ্মণ আৰু ৰজাসকলৰ আশীৰ্বাদসূচক কথাৰ প্ৰয়োগ হয়, সেইবাবে ইয়াৰ নাম নান্দী হল ।

## শুষ্কাৱকৃষ্টা

২৫(খ)-২৬(ক)। অত্ৰ শুষ্কাক্ষৰৈৰেৱ হ্যপকৃষ্টা ধ্ৰুৱা যতঃ ।
তস্মাচ্ছুষ্কাপকৃষ্টেৱ জৰ্জৰশ্লোকদৰ্শিকা ।।

যিহেতু অৱকৃষ্টা ধ্ৰুবা শুষ্ক (অৰ্থহীন) আখৰেৰে ৰচিত হয়, সেইবাবে ইয়াক শুষ্কাবকৃষ্টা নাম দিয়া হয় ; ই জৰ্জৰ শ্লোকসূচক ।

## ৰঙ্গদ্বাৰ

২৬(খ)-২৭(ক)। যস্মাদভিনয়স্তত্ৰ প্ৰথমং হ্যৱতাৰ্যতে ।।
ৰঙ্গদ্বাৰমতো জ্ঞেয়ং ৱাগঙ্গাভিনয়াত্মকম্ ।

যিহেতু ইয়াতে অভিনয় আৰম্ভ হয় সিহেতু ইয়াৰ নাম ৰঙ্গদ্বাৰ । ইয়াতে বাচিক আৰু আঙ্গিক অভিনয় কাৰ্য্য হয় ।

## চাৰী, মহাচাৰী

২৭(খ)-২৮(ক)। শৃঙ্গাৰস্য প্ৰচৰণাচ্চাৰী সংপৰিকীৰ্তিতা ।
ৰৌদ্ৰপ্ৰচৰণাচ্চাপি মহাচাৰীতি কীৰ্তিতা ।

শৃঙ্গাৰ ৰসৰঞ্জনক গতিৰ বাবে ইয়াক চাৰী বোলে আৰু ৰৌদ্ৰৰসৰঞ্জনক গতিৰ বাবে মহাচাৰী বোলে ।

## ত্ৰিগত

২৮(খ)-২৯(ক)। বিদূষকঃ সূত্ৰধাৰস্তথা ৱৈ পাৰিপাৰ্শ্বকঃ ।।
যত্ৰ কুৰ্ৱন্তি সঞ্জল্পং তত্ৰাপি ত্ৰিগতং স্মৃতম্ ।

বিদূষক, সূত্ৰধাৰ, আৰু পাৰিপাৰ্শ্বিকে যত সংলাপ কৰে, সেই স্থানক ত্ৰিগত বোলে ।

## প্ৰৰোচনা

২৯(খ)-৩০(ক)। উপক্ষেপেণ কাৰ্যস্য হেতুযুক্তিসমাশ্ৰয়া ।।
সিদ্ধেনামন্ত্ৰণা যা তু ৱিজ্ঞেয়া সা প্ৰৰোচনা ।

কাৰ্য্যসিদ্ধিৰ উদ্দেশ্যে যুক্তি-তৰ্কৰদ্বাৰা যি আবেদন নাট্যক্ৰিয়া সূচক হয় তাকে প্ৰৰোচনা বোলে ।

## বহিৰ্গীত আৰু তাৰ কাৰণ

৩০(খ)-৩১(ক)। অতঃ পৰং প্ৰৱক্ষ্যামি হ্যাশ্ৰাৱণৱিধিক্ৰিয়াম্ ।।
বহিৰ্গীতৱিধৌ সম্যগুৎপত্তিং কাৰণং তথা ।

ইয়াৰ পিছত বহিৰ্গীত নিয়মৰ অন্তৰ্ভুক্ত, অশ্ৰাবণাবিধি আৰু তাৰ ক্ৰিয়াকাৰণ বৰ্ণনা কৰিম ।

৩১(খ)-৩২। চিত্ৰদক্ষিণবৃত্তৌ তু সপ্তৰূপে প্ৰৱৰ্তিতে ।
সোপোহনে সনিৰ্গীতে দেৱস্তুত্যভিনন্দিতে ।
নাৰদাদ্যৈশ্চ গন্ধৰ্ৱৈঃ সভায়াং দেৱদানৱাঃ ।।
নিৰ্গীতং শ্ৰাৱিতা সম্যক্ লয়তাল সমন্বিতম্ ।

যেতিয়া নাৰদাদি সংগীতজ্ঞসকলে সপ্তৰূপে, চিত্ৰ আৰু দক্ষিণ মাৰ্গেদি উপোহন আৰু নিৰ্গীত স্তুতিত ব্যস্ত হৈ আছিল তেতিয়া সভাস্থিত সকলো দেৱ-দানৱক সম্যক ভাবে তালৰ লয়ত অনুষ্ঠিত নিৰ্গীত শুনোৱা হৈছিল ।

৩৩-৩৬। তচ্ছ্ৰুত্বা তু শুভং গানং দেৱস্তুত্যভিনন্দিতম্ ।।
অভৱন্ ক্ষুভিতাঃ সৰ্ৱে মাৎসৰ্যদ্দৈত্যৰাক্ষসাঃ ।
সংপ্ৰধাৰ্য চ তেহন্যোন্যমিত্যৱোচন্নৱস্থিতাঃ ।।

নির্গীতং তু সৱাদিত্ৰমিদং গৃহ্ণীমহে ৱয়ম ।
সপ্তৰূপেণ সন্তুষ্টা দেৱাঃ কৰ্মানুকীর্তনাৎ ।।
এৱং গৃহ্ণীম নির্গীতং তুষ্যামোঽত্ৰৈৱ ৱৈ ৱয়ম ।
তে তত্ৰ তুষ্টা দৈত্যাস্তু সাধয়ন্তি পুনঃ পুনঃ ।।

এই আনন্দদায়ক দেৱস্তুতি শুনি সকলো ৰাক্ষস আৰু দৈত্য ঈৰ্ষাত ক্ষুব্ধ হ'ল । এনে অৱস্থাত তেওঁলোকে পৰস্পৰক কবলৈ ধৰিলে – বাদ্যৰ সৈতে এই নির্গীত শুনি আমি পৰম সন্তোষ পাইছো । নিজৰ অৱদান সম্বন্ধে সপ্তৰূপ গান শুনি দেৱগণো সন্তুষ্ট হৈছিল । আমি কেৱল নির্গীত শুনিম আৰু সিয়ে আমাৰ প্ৰীতিদায়ক হব । দৈত্যসকলেও প্ৰীত হৈ বাৰম্বাৰ এই অনুষ্ঠান কৰিবলৈ ধৰিলে ।

৩৭-৩৮(ক)। কষ্টাশ্চাপি ততো দেৱাঃ প্ৰত্যভাষন্ত নাৰদম্ ।
এতে তুষ্যন্তি নির্গীতে দানৱাঃ সহ ৰাক্ষসৈঃ ।।
প্ৰণশ্যতু প্ৰয়োগোঽয়ং কথং ৱা মন্যতে ভৱান ।
দেৱানাং ৱচনং শ্ৰুত্বা নাৰদো ৱাক্যমব্ৰৱীৎ ।।
ধাতুৱাদ্যাশ্ৰয়কৃতং নির্গীতং মা প্ৰণশ্যতু ।
কিন্তুপোহনসংযুক্তং ধাতুৱাদ্যৱিভূষিতম্ ।।
ভবিষ্যতীদং নির্গীতং সপ্তৰূপৱিধানতঃ ।
নির্গীতেনাৱবদ্ধাস্তু দৈত্যদানৱৰাক্ষসাঃ ।।
ন ক্ষোভং ন ৱিঘাতং চ কৰিষ্যন্তীহ তোষিতাঃ ।

তাৰপিছত দেৱগণে কুপিত হৈ নাৰদক কলে, এই দানৱ আৰু ৰাক্ষস সকলো নির্গীতিত তুষ্ট হয়, গতিকে এই প্ৰয়োগ বন্ধ হোৱাই ভাল, এই বিষয়ত আপোনাৰ মনোভাৱ কি ? দেৱতাৰ কথা শুনি নাৰদে এই কথা কলে –, ধাতু আৰু বাদ্যসম্ভূত নির্গীত নষ্ট (বন্ধ) নোহোৱাহে মঙ্গল । কিন্তু, উপোহনযুক্ত ধাতুবাদ্য শোভিত এই নির্গীত সপ্তৰূপ সম্পন্ন হব । দৈত্য, দানৱ আৰু ৰাক্ষস নির্গীতৰ দ্বাৰা আকৃষ্ট হৈ ক্ষুব্ধ নহব আৰু সন্তুষ্ট হোৱাৰ ফলত কোনো বাধা সৃষ্টি নকৰা হব ।

৪১(খ)-৪৫(ক)। ত্ৰতন্নির্গীতেমৱং তু দৈত্যানাং স্পৰ্ধয়া দ্বিজাঃ ।।
দেৱানাং বহুমানেন বহির্গীতমিদং স্মৃতম্ ।
ধাতুভিশ্চিত্ৰৱীণায়াং গুৰুলঘক্ষৰাম্বিতম্ ।
ৱৰ্ণালঙ্কাৰ সংযুক্তং প্ৰয়োক্তৱ্যং বুধৈৰথ ।
নির্গীতং গীয়তে যস্মাদপদং ৱৰ্ণযোজনাৎ ।।
অসূয়য়া চ দেৱানাং বাহির্গীতমিদং স্মৃতম্ ।
নির্গীতং যন্ময়া প্ৰোক্তং সপ্তৰূপসমন্বিতম্ ।।
উৱাপনাদিকং যচ্চ তস্য কাৰণমুচ্যতে ।

হে দ্বিজগণ, ইয়াৰ প্ৰতি দৈত্যসকলৰ স্পৰ্দ্ধাৰ কাৰণে ই নিগীত, দেৱতাৰ সম্মান ৰক্ষাৰ কাৰণে বহিৰ্গীত নামে খ্যাত হয় । চিত্ৰিত বীণাত ধাতু খচিত কৰি গুৰু লঘু আখৰযুক্ত আৰু বৰ্ণ অলঙ্কাৰযুক্ত এই বহিৰ্গীত পণ্ডিত সকলে প্ৰয়োগ কৰিব । মই সাত প্ৰকাৰৰ নিগীতৰ কথা কলো । এতিয়া উত্থাপনাদিৰ কাৰণ সম্বন্ধে বৰ্ণনা কৰিম ।

৪৫(খ)-৫৪ । প্ৰত্যাহাৰে যাতুধানাঃ প্ৰীয়ন্তে সহপন্নগৈঃ ।।
তুষ্যন্ত্যপ্সৰসস্তত্ৰ কৃতেহৱতৰণে দ্বিজাঃ ।
তুষ্যন্ত্যপি চ গন্ধৰ্ৱা আৰম্ভে সম্প্ৰযোজিতে ।।
আশ্ৰাৱণায়াং যুক্তায়াং দৈত্যাস্তুষ্যন্তি সৰ্ৱশঃ ।
ৱক্ত্ৰপাণৌ কৃতে চৈৱ নিত্যং তুষ্যন্তি দানৱাঃ ।।
পৰিঘট্টনায়াং তুষ্টা যুক্তায়াং ৰক্ষসাং গণাঃ ।
সংঘোটনক্ৰিয়ায়াং তু তুষ্যন্ত্যপি চ গুহ্যকাঃ।।
মাৰ্গাসাৰিতমাসাদ্য তুষ্টা যক্ষা ভৱন্তি হি ।
গীতকেষু প্ৰযুক্তেষু দেৱাস্তুষ্যন্তি নিত্যশঃ ।।
ৱৰ্দ্ধমানে প্ৰযুক্তে তু ৰুদ্ৰস্তুষ্যতি সানুগঃ ।
তথা চোত্থাপনে যুক্তে ব্ৰহ্মা তুষ্টো ভৱেদিহ ।।
তুষ্যন্তি লোকপালাশ্চ প্ৰযুক্তে পৰিৱৰ্তনে ।
নান্দীপ্ৰয়োগেহথ কৃতে প্ৰীতো ভৱতিচন্দ্ৰমাঃ ।।
যুক্তায়ামপকৃষ্টায়াং প্ৰীতা নাগা ভৱন্তি হি ।
তথা শুষ্কাপকৃষ্টায়াং প্ৰীতঃ পিতৃগণো ভৱেৎ ।।
ৰঙ্গদ্বাৰে প্ৰযুক্তে তু ৱিষ্ণুঃ প্ৰীতো ভৱেদিহ ।
জৰ্জৰস্য প্ৰয়োগে তু তুষ্টা ৱিঘ্নৱিনায়কাঃ ।।
তথা চাৰ্যাং প্ৰযুক্তায়ামুমা তুষ্টা ভৱেদিহ ।
মহাচাৰ্যাং প্ৰযুক্তায়াং তুষ্টো ভূতগণো ভৱেৎ ।।

প্ৰত্যাহাৰত ৰাক্ষস আৰু পন্নগ সকল তুষ্ট হয় । আৰম্ভ প্ৰযুক্ত হলে গন্ধৰ্বসকল তুষ্ট হয় । আশ্ৰাবণা প্ৰযুক্ত হলে দৈত্যগণ সততে সন্তুষ্ট হয় । বক্ত্ৰপাণি প্ৰয়োগ কৰিলে দানবগণ সততে সন্তুষ্ট হয় । পৰিঘট্টনা প্ৰয়োগত ৰাক্ষস সন্তুষ্ট হয় । সংঘোটন ক্ৰিয়াৰ প্ৰয়োগত গুহ্যকসকল তুষ্ট হয় । মাৰ্গাসাৰিতৰ প্ৰয়োগত যক্ষগণ তুষ্ট হয় । গীতৰ প্ৰয়োগত দেবগণ সততে তুষ্ট হয় । বৰ্দ্ধমানৰ প্ৰয়োগত অনুচৰ বিলাকেৰে সৈতে শিব প্ৰীত হয় । উত্থাপনৰ প্ৰয়োগত ব্ৰহ্মা তুষ্ট হয় । পৰিবৰ্ত্তনৰ প্ৰয়োগত লোকপালগণ তুষ্ট হয় । নান্দীৰ প্ৰয়োগত চন্দ্ৰ তুষ্ট হয় । অপকৃষ্টা প্ৰয়োগত নাগগণ প্ৰীত হয় । শুষ্কাপকৃষ্টা প্ৰয়োগত পিতৃগণ তুষ্ট হয় । ৰঙ্গদ্বাৰৰ প্ৰয়োগত বিষ্ণু তুষ্ট হয় । জৰ্জৰৰ প্ৰয়োগত বিঘ্নবিনায়কগণ তুষ্ট হয় । চাৰীৰ প্ৰয়োগত উমা প্ৰীতা হয় । মহাচাৰীৰ প্ৰয়োগত ভূতগণ সন্তুষ্ট হয় ।

৫৫-৫৬। প্ৰত্যাহাৰাদি চাৰ্যন্তমেতদ্দৈৱত পূজনম্ ।
পূৰ্বৰঙ্গে ময়া খ্যাতং তথা চাঙ্গৱিকল্পনম্ ।।
দেৱস্তুষ্যতি যো যেন যস্য যন্মনসঃ প্ৰিয়ম্ ।
তত্তথা পূৰ্বৰঙ্গে তু ময়া প্ৰোক্তং দ্বিজোত্তমাঃ ।।

পূৰ্বৰঙ্গত প্ৰত্যাহাৰৰ পৰা চাৰী পৰ্যন্ত দেব পূজা আৰু অঙ্গবিলাকৰ বিৱৰণ দিয়া হল । হে ব্ৰাহ্মণসকল ! পূৰ্বৰঙ্গত যি দেবতাক যেনে ভাবে তুষ্ট কৰিব পাৰি আৰু যাৰ যি মনোৰঞ্জক সেইবিষয়েও কোৱা হৈছে ।

৫৭-৫৯। সৰ্বদৈৱতপূজাৰ্হং সৰ্বদৈৱতপূজনম্ ।
ধৰ্ম্যং যশস্যমায়ুষ্যং পূৰ্বৰঙ্গ প্ৰৱৰ্তনম ।।
দৈত্যদানৱতুষ্ট্যৰ্থং সৰ্বেষাং চ দিৱোকসাম্ ।
নিৰ্গীতানি সগীতানি পূৰ্বৰঙ্গকৃতানি তু ।।
নিৰ্গীতানাং সগীতানাং ৱৰ্ধমানস্য চৈৱ হি ।।
ধ্ৰুৱাৱিধানে ৱক্ষ্যামি লক্ষণং কৰ্ম চৈৱ হি ।।

সকলো দেৱতাৰ প্ৰশংসনীয় পূৰ্বৰঙ্গ প্ৰবৰ্ত্তনৰ দ্বাৰা সকলো দেৱতাৰ পূজা হয় । এই পূৰ্বৰঙ্গ ধৰ্মসম্মত, যশকৰ আৰু আয়ুবৰ্দ্ধক । গীতহীন, গীতযুক্ত পূৰ্বৰঙ্গ কৃত্যবোৰ দৈত্য দানবৰ আৰু সকলো স্বৰ্গবাসীৰ সন্তোষদায়ক । গীতহীন আৰু গীতযুক্ত বৰ্দ্ধমানৰ লক্ষণ আৰু অনুষ্ঠানৰ বিষয়ে ধ্ৰুবাৰ প্ৰসঙ্গত কোৱা হব ।

## চতুৰস্ৰ অঙ্গ

৬০-৬৩। প্ৰযুজ্য গীতকৱিধিং ৱৰ্ধমানং তথৈ ৱচ ।
গীতকান্তে ততশ্চাপি কাৰ্যা হ্যুত্থাপনী ধ্ৰুৱা ।।
আদৌ দ্বেচ চতুৰ্থং চাপ্যষ্টমৈকাদশে তথা ।
গুৰ্ৱক্ষৰাণি জাণীয়াৎ পাদে হ্যেকাদশেহক্ষৰে ।।
চতুষ্পদা ভৱেৎ সা তু চতুৰস্ৰা তথৈৱ চ ।
চতুৰ্ভিসন্নিপাতৈশ্চ ত্ৰিলয়া ত্ৰিযতিস্তথা ।।
পৰিৱৰ্তাস্তু চত্বাৰঃ পাণয়স্ত্ৰয় এৱ চ ।
জাত্যা চৈৱ হি ৱিশ্লোকাস্তাংশ্চ তালেন যোজয়েৎ ।।

গান আৰু বৰ্ধমান প্ৰয়োগ কৰি গীতৰ শেষত উত্থাপনী ধ্ৰুবা কৰণীয় । উত্থাপনী ধ্ৰুবাৰ প্ৰতি চৰণত এঘাৰটাকৈ অক্ষৰ থাকিব । তাৰে প্ৰথম দুটা, চতুৰ্থটো, অষ্টমটো আৰু একাদশ অক্ষৰ গুৰু হ'ব লাগে বুলি জানিব । চতুৰস্ৰ তালত গেয়

আৰু ইয়াত চাৰিপাদ, চাৰি সন্নিপাত, তিনি লয় আৰু তিনিটা যতি থাকে। ইয়াত পৰিবৰ্ত্ত চাৰি, পাণি তিনি ; ইয়াৰ জাতিবৃত্ত হব বিশ্লোক আৰু সেই সকলোবোৰ তালযুক্ত হ'ব।

৬৪। শম্যা তু দ্বিকলা কাৰ্যা তালো দ্বিকল এৱ চ।
পুনশ্চৈককলা শম্যা, সন্নিপাতঃ কলাত্ৰয়ম্ ।।

তাল হব কলাদ্বয়যুক্ত শম্যা, দ্বিকলা তাল। এককল তাল শম্যা আৰু ত্ৰিকল হলে সন্নিপাত হয়।

## পৰিবৰ্ত্ত

৬৫-৬৬। এৱমষ্টকলঃ কাৰ্যঃ সন্নিপাতো ৱিচক্ষণৈঃ।
চত্বাৰঃ সন্নিপাতাস্তু পৰিৱৰ্তস্য উচ্যতে ।।
পূৰ্বং স্থিতলয়ঃ কাৰ্যঃ পৰিৱৰ্তো ৱিচক্ষণৈঃ।
তৃতীয়ে সন্নিপাতে তু তস্য ভাণ্ডগ্ৰহো ভৱেৎ ।।

এইদৰে বিচক্ষণলোকে অষ্টকলাযুক্ত সন্নিপাত কৰিব। পৰিবৰ্ত্তত চাৰিটি সন্নিপাত থাকে বুলি কয়। জ্ঞানীলোকে প্ৰথম পৰিবৰ্ত্ত স্থিত (বিলম্বিত) লয়ত কৰিব লাগে। তাৰপিছত তৃতীয় সন্নিপাতত বাদ্য ব্যৱহাৰ হ'ব।

৬৭। একস্মিন্ পৰিৱৰ্তে তু গতে প্ৰাপ্তে দ্বিতীয়কে।
কাৰ্যং মধ্যলয়ে তজ্জ্ঞৈঃ সূত্ৰধাৰপ্ৰৱেশনম্ ।।

এটা পৰিবৰ্ত্ত হোৱাৰ পিছত দ্বিতীয়টি আৰম্ভ হলে বিশেষজ্ঞ সকলে, মধ্যলয়ৰ মাজত সূত্ৰধাৰৰ প্ৰৱেশ কৰাব।

৬৮-৬৯। পুষ্পাঞ্জলিং সমাদায় ৰক্ষামঙ্গলসংস্কৃতাঃ।
শুদ্ধৱৰ্ণাঃ সুমনসস্তথা চাদ্‌ভূতদৃষ্টয়ঃ ।।
স্থানং তু ৱৈষ্ণৱং কৃত্বা সৌষ্ঠাৱাঙ্গপুৰস্কৃতম্।
দীক্ষিতাঃ শুচয়শ্চৈৱ প্ৰৱিশেষুঃ সমং ত্ৰয় যঃ।।

তিনিওজন (সূত্ৰধাৰ আৰু সহায়ক দুজন) হাতত পুষ্পাঞ্জলি লৈ ৰক্ষাকাৰী মাঙ্গলিক অনুষ্ঠানৰ দ্বাৰা শুদ্ধ হৈ পৰিষ্কাৰ দেহ আৰু পবিত্ৰ মনেৰে অদ্ভুত দৃষ্টি অবলম্বন কৰি, বৈষ্ণৱস্থানৰ অনুষ্ঠানপূৰ্বক সৌষ্ঠবাঙ্গযুক্ত, দীক্ষিত আৰু শুচি হৈ একেলগে প্ৰবেশ কৰিব।

৭০। ভৃঙ্গাৰজর্জৰধৰৌ ভৱেতাং পাৰিপার্শ্বকৌ।
মধ্যে তু সূত্ৰধৃক্ তাভ্যাং বৃতঃ পঞ্চপদীং ব্ৰজেৎ ॥

দুয়োজন সহায়কে হাতত জর্জৰ আৰু জলপাত্ৰ লৈ আহিব আৰু দুয়োৰে মাজত থাকি সূত্ৰধাৰে পঞ্চপদ পৰিক্ৰমা কৰিব।

৭১। পদানি পঞ্চ গচ্ছেয়ুর্ব্ৰহ্মণো যজনেচ্ছয়া
পাদানাং চাপি বিক্ষেপং ব্যাখ্যাস্যামি যথাক্ৰমম্ ॥

ব্ৰহ্মাৰ পূজা কৰাৰ উদ্দেশ্যে সূত্ৰধাৰে সেই পঞ্চপদ যাব লাগে। পদক্ষেপ যথাক্ৰমে ব্যাখ্যা কৰা হব।

৭২। ত্ৰিতালান্তৰবিষ্কম্ভমুৎক্ষিপেচ্চৰণং শনৈঃ।
পার্শ্বোত্থানোত্থিতশ্চৈৱ তন্মধ্যে পাতয়েৎ পুনঃ ॥

তিনিতাল অন্তৰিত পদেৰে, বিষ্কম্ভ অৱলম্বন কৰি ধীৰে ধীৰে চৰণ উৎক্ষেপ কৰিব। পার্শ্বত উত্তোলিত চৰণ পুনৰ তাৰ মাজত ৰাখিব।

৭৩-৭৪। এৱং পঞ্চপদীং গত্বা সূত্ৰধাৰঃ সহেতৰৈঃ।
সূচীং বামপদং দদ্যাৎ ৱিক্ষেপং দক্ষিণেন তু ॥
পুষ্পাঞ্জল্যপৱৰ্গশ্চ কাৰ্যে ব্ৰাহ্মেহথ মণ্ডলে।
ৰঙ্গপীঠস্য মধ্যে তু স্বয়ং ব্ৰহ্ম প্ৰতিষ্ঠিতঃ ॥

এইদৰে অন্যৰ সৈতে পাঁচখোজ গৈ বাওঁভৰিৰে সূচী চাৰী কৰি সোঁ ভৰি চলাব। তাৰ পিছত ব্ৰহ্মাৰ মণ্ডলত পুষ্পাঞ্জলি দিব। ৰঙ্গপীঠৰ মধ্যস্থলত ব্ৰহ্মা প্ৰতিষ্ঠিত থাকে।

৭৫-৭৭(ক)। ততঃ সললিতৈৰ্হস্তৈৰভিৱন্দ্যঃ পিতামহঃ।
অভিৱাদনানি কাৰ্যানি ত্ৰীণি হস্তেন ভূতলে ॥
কালপ্ৰকৰ্ষহেতোশ্চ পাদানাং প্ৰৱিভাগতঃ।
সূত্ৰধাৰপ্ৰৱেশাদ্যো ৱন্দনাভিনয়ান্তকঃ ॥
দ্বিতীয়ঃ পৰিৱৰ্তস্তু কাৰ্যো মধ্যলয়াশ্ৰয়ঃ।

তাৰপিছত ললিতহস্তেৰে ব্ৰহ্মাক নমস্কাৰ কৰিব। তিনিবাৰ মাটিত হাতেৰে অভিবাদন কৰিব লাগে। কাল প্ৰকৰ্ষৰ (যথাসময়ত কাম কৰি যাবলৈ) বাবে মধ্যলয়ত দ্বিতীয় পৰিবৰ্ত কৰিব লাগে। ইয়াত প্ৰথমে হয় সূত্ৰধাৰৰ প্ৰবেশ আৰু শেষত হয় নমস্কাৰৰ অভিনয়।

৭৭(খ)-৮০(ক)। অতঃ পৰং তৃতীয়ে তু মণ্ডলস্য প্ৰদক্ষিণম্ ।।
ভৱেদাচমনং চৈৱ জৰ্জৰগ্ৰহণং তথা ।
উত্থায় মণ্ডলাৎ তূৰ্ণং দক্ষিণং পাদমুদ্ধৰেৎ ।।
তেনৈৱ ৱেধং কুৰ্ৱীতং ৱিক্ষেপং ৱামকেন চ ।
পুনশ্চ দক্ষিণং পাদং পাৰ্শ্বসংস্থং সমুদ্ধৰেৎ ।।
ততশ্চ ৱামৱেধস্তু ৱিক্ষেপো দক্ষিণস্য তু ।

ইয়াৰ পিছত তৃতীয় পৰিবৰ্ত্তত হয় মণ্ডলৰ প্ৰদক্ষিণ, আচমন আৰু জৰ্জৰধাৰণ । মণ্ডলৰ পৰা উঠি তৎক্ষণাৎ সোঁ ভৰি দাঙিব । সেই অবস্থাৰেই বেধ সূচীচাৰী কৰি বাওঁভৰি চলাব । পুনৰ পাৰ্শ্বস্থিত সোঁ ভৰি উদ্ধৃত কৰিব । তাৰপিছত বামবেধ, দক্ষিণভৰি চালন ।

৮০(খ)-৮৩। ইত্যনেন ৱিধানেন সম্যক্ কৃত্বা প্ৰদক্ষিণম্ ।।
ভৃঙ্গাৰধাৰমাহূয় শৌচং চাপি সমাচৰেৎ ।
যথান্যায়ং তু কৰ্তৱ্যা তেন হ্যাচমনক্ৰিয়া ।।
আত্মপ্ৰোক্ষণমেৱাদ্ভিঃ কৰ্তৱ্যং তু যথাক্ৰমম্ ।
প্ৰযত্নকৃতশৌচেন সূত্ৰধাৰেণ যত্নতঃ ।।
সন্নিপাতসমং গ্ৰাহ্যো জৰ্জৰো বিঘ্নজৰ্জৰঃ ।
প্ৰদক্ষিণাদ্যো ৱিজ্ঞেয়ো জৰ্জৰগ্ৰহণান্তকঃ ।।
তৃতীয় পৰিৱৰ্ত্তস্তু ৱিজ্ঞেয়ো ৱৈ দ্ৰুতেলয়ে ।

এই নিয়মে প্ৰদক্ষিণ কৰি ভৃঙ্গাৰধৰক মাতি আনি, ভৃঙ্গাৰৰ জলেৰে নিজক পবিত্ৰ কৰিব, সেই জলেৰেই যথানিয়মে আচমন কৰিব । সেই জলেৰেই যথাক্ৰমে নিজৰ গাত জলসিঞ্চন কৰিব । সযত্নে দেহ পবিত্ৰ কৰি সূত্ৰধাৰে সন্নিপাতৰ সৈতে বিঘ্ননাশক জৰ্জৰ ধাৰণ কৰিব । তৃতীয় পৰিবৰ্ত্ত দ্ৰুতলয়ত হব, ইয়াতো প্ৰথমে প্ৰদক্ষিণ, শেষত জৰ্জৰ ধাৰণ ।

৮৪-৮৭(ক)। গৃহীত্বা জৰ্জৰং চাষ্টৌ কলা জপ্যং প্ৰযোজয়েৎ ।।
ৱামৱেধস্তঃ কাৰ্যো ৱিক্ষেপো দক্ষিণেন তু ।
ততঃ পঞ্চপদীংচৈৱ গচ্ছেৎ তু কুতপোন্মুখঃ ।।
ৱামবেধস্তু তত্ৰাপি ৱিক্ষেপো দক্ষিণস্য চ ।
জৰ্জৰগ্ৰহণাদ্যোহয়ং কুতপাভিমুখান্তগঃ ।।
চতুৰ্থঃ পৰিৱৰ্ত্তস্তু ৱিজ্ঞেয়ো ৱৈ দ্ৰুতে লয়ে ।

জৰ্জৰ ধাৰণ কৰি অষ্টকলা জপ কৰিব লাগে । তাৰপিছত বাওঁভৰি বেধ সূচীচাৰী কৰি সোঁভৰি বিক্ষেপ কৰিব । ইয়াৰ পিছত বাদ্যযন্ত্ৰৰ ফালে দৃষ্টি কৰি পাঁচ খোজ

আগবাঢ়িব লাগে । সেই ঠাইতো পুনৰ বাওঁভৰি বেধ আৰু সোঁ ভৰি বিক্ষেপ কৰিব । চতুৰ্থ পৰিবৰ্ত্ত দ্রুতলয়ত হব, প্রথমে জৰ্জ্জৰ ধাৰণ আৰু শেষত বাদ্যাভিমুখে গমন ।

৮৭(খ)-৯১(ক)। কৰপাদনিপাতাস্তু ভৱন্ত্যত্র তু ষোড়শ ।।
ত্র্যস্রে দ্বাদশ পাতাস্তু ভৱন্তি কৰপাদজাঃ ।
ৱন্দনান্যথ কাৰ্য্যাণি ত্রীণি হস্তেন ভূতলে ।।
আত্মপ্রোক্ষণমপ্যস্মিন্ত্র্যস্রে নৈৱ ৱিধীয়তে ।
এৱমুত্থাপনং কাৰ্যং ততশ্চ পৰিৱৰ্তনম্ ।।
চতুৰস্রে লয়ে মধ্যে সন্নিপাতৈস্তথাষ্টভিঃ ।।
যস্যাং লঘূনি সৰ্ৱাণি কেৱলং নিধনং গুৰু ।।
ভৱেদতিজগত্যাং তু সা ধ্রুৱা পৰিৱৰ্তণী ।

ইয়াত (চতুৰস্রত) হস্তপাদৰ গতি ষোল্ল । ত্র্যস্রত হস্তপাদৰ গতি হয় বাৰ । ভূমিত হাতেৰে তিনিবাৰ নমস্কাৰ কৰিব । ত্র্যস্রত জলেৰে নিজৰ গাত প্রোক্ষণ ( ছটিয়াই দিয়া কাৰ্য্য) কৰিব নালাগে । ইয়াৰ পিছত চতুৰস্রত মধ্যলয়ত আঠটা সন্নিপাতৰ সৈতে উত্থাপন কৰি তাৰপিছত পৰিবৰ্ত্তন কৰিব । যি ধ্রুবাৰ অতি জগতীছন্দত সকলো অক্ষৰ লঘু, কেৱল শেষবৰ্ণ গুৰু তাৰ নাম পৰিবৰ্ত্তণী ।

৯১-(খ)-৯৫(ক)। বামকেন তু মাৰ্গেন ৱাদ্যেনানুগতেন চ ।।
ললিতৈঃ পাদৱিন্যাসৈঃ বন্দ্যাদেৱা যথাদিশম্ ।
ত্বিকলং পাদপতনং পাদচাৰ্যাং ৱিধীয়তে ।।
এৱৈকৈকস্যাং দিশি তথা সন্নিপাতদ্বয়ং ভৱেৎ ।
ৱামপাদেন ৱেধস্তু কৰ্তৱ্যো নৃত্তযোক্তৃভিঃ ।।
দ্বিতালান্তৰৱিষ্কম্ভো ৱিক্ষেপো দক্ষিণস্য তু ।
ততঃ পঞ্চপদীং গচ্ছেদতিক্রান্তৈঃ পদৈৰথ ।।
ততোঽভিৱাদনং কুৰ্যাদ্দেৱতানাং যথাদিশম্ ।

বাদ্যৰ লগে লগে ললিত পাদবিন্যাসেৰে বাঁওফালে গৈ দিক্ অনুসৰি দিক্পালগণক প্রণাম কৰিব । পদক্ষেপত পাদপাতন হব দ্বিকল আৰু এক এক দিশত দুটা সন্নিপাত হব । নৃত্যপ্রযোক্তাসকলে বাঁওভৰি বেধ (সূচীচাৰী) কৰিব । বাঁওভৰিৰে দুতাল অন্তৰিত বিষ্কম্ভ হব আৰু সোঁ ভৰি চালিত কৰিব লাগে । তাৰপিছত অতিক্রান্ত পদেৰে পাঁচ খোজ গৈ দিক্ অনুযায়ী দেৱতা সকলৰ প্রতি প্রণাম জনাব ।

৯৫(খ)-৯৭(ক)। ৱন্দেত প্রথমং পূৰ্ৱাং দিশং শক্রাধিদেৱতাম্ ।।
দ্বিতীয়াং দক্ষিণামাশাং ৱন্দেত যমদেৱতাম্ ।

ৱন্দেত পশ্চিমামাশাং ততো ৱৰুণদৈৱতাম্ ।।
চতুৰ্থীমুত্তৰামাশাং ৱন্দেত ধনদাশ্ৰয়াম্ ।

ইন্দ্ৰাধিষ্ঠিত পূবদিশক প্ৰথমে বন্দনা কৰিব, তাৰপিছত যমাধিষ্ঠিত দক্ষিণ দিশক বন্দনা কৰিব, তৃতীয়ত বৰুণ অধিষ্ঠিত পশ্চিম দিশক বন্দনা কৰিব, শেষত কুবেৰাধিষ্ঠিত চতুৰ্থ উত্তৰদিশক বন্দনা কৰিব ।

৯৭(খ)-১০১ । দিশাং তু বন্দনং কৃত্বা ৱামবেধং প্ৰযোজয়েৎ ।
দক্ষিণেন তু কৰ্তৱ্যং ৱিক্ষেপপৰিৱৰ্তনম্ ।
প্ৰাঙ্মুখস্তু ততঃ কুৰ্যাৎ পুৰুষস্ত্ৰীনপুংসকৈঃ ।।
ত্ৰিপদৈঃ সূত্ৰধৃক্ ৰুদ্ৰব্ৰহ্মোপেন্দ্ৰাভিৱন্দনম্ ।
দক্ষিণং তু পদং নৃণাং ৱামং স্ত্ৰীণাং প্ৰকীৰ্ত্তিতম্ ।।
দক্ষিণং তু পদং জ্ঞেয়ং নাত্যুৎক্ষিপ্তং নপুংসকম্ ।
ৱন্দেত পৌৰুষেনেশং স্ত্ৰীপদেন জনাৰ্দ্দনম্ ।।
নপুংসকপদেনাপি তথৈৱাম্বুজসম্ভৱম্ ।

দিক্ আৰু দিকপাল সকলৰ বন্দনা কৰি বাওঁভৰি বেধ (সূচীচাৰী) কৰিব লাগে আৰু সোঁভৰি চলাই পৰিক্ৰমা কৰিব লাগে । ইয়াৰ অন্তত সূত্ৰধাৰে পূব মুৱা হৈ পুৰুষ, স্ত্ৰী আৰু ক্লীব এই তিনিখোজ যথাক্ৰমে আগবঢ়াই শিৱ, ব্ৰহ্মা আৰু বিষ্ণুৰ প্ৰতি নমস্কাৰ কৰিব । দক্ষিণ ভৰি পুৰুষৰ, বাওঁভৰি স্ত্ৰীৰ আৰু ঈষৎ উত্তোলিত সোঁ ভৰি ক্লীবৰ । পুৰুষপদেৰে শিৱক, স্ত্ৰীপদেৰে বিষ্ণুক আৰু ক্লীৱ পদেৰে ব্ৰহ্মাক প্ৰণাম কৰিব লাগে ।

## ঃ চতুৰ্থলোকৰ প্ৰবেশ ঃ

১০১(খ)-১০২(ক) । পৰিৱৰ্তনমেৱং স্যাৎ তস্যান্তে প্ৰৱিশেৎ ততঃ ।।
চতুৰ্থকাৰঃ পুষ্পাণি প্ৰগৃহ্য ৱিধিপূৰ্বকম্ ।
যথাৱৎ তেন কৰ্তব্যং পূজনং জৰ্জৰস্য তু ।
কুতপস্য চ সৰ্ৱস্য সূত্ৰধাৰস্য চৈৱ হি ।
তস্য ভাণ্ডগতঃ কাৰ্যঃ তজ্জৈৰ্গতি পৰিক্ৰমঃ ।।

ন তত্ৰ গানং কৰ্তৱ্যং তত্ৰ স্তোভক্ৰিয়া ভৱেৎ ।

এনেদৰে পৰিবৰ্তন হয়, তাৰপিছত হয় প্ৰবেশকাৰ্য্য । চতুৰ্থ জন লোকে হাতত ফুল লৈ যথানিয়মে প্ৰবেশ কৰিব । নিয়মমতে তেওঁ জৰ্জৰ পূজা, সকলো কুতপ বাদ্যযন্ত্ৰ আৰু সূত্ৰধাৰৰ পূজা কৰিব লাগে । তেওঁৰ গতি পৰিক্ৰমা, বিজ্ঞসকলে বাদ্যযন্ত্ৰৰ অনুসৰি নিৰ্দেশ দিব । তাত গীত গোৱা নহয় মাত্ৰ স্তোভক্ৰিয়াহে কৰিব । স্তোভ–হ, হো আদি সামগান প্ৰযুক্ত শব্দ) ।

## অপকৃষ্টা ধ্ৰুবাৰ গান ।

১০৪(খ)-১০৭(ক) । চতুৰ্থকাৰঃ পূজাং তু নিষ্ক্ৰামেৎ সম্প্ৰযুজ্য হি ।
তত্তো গেয়াপকৃষ্টা তু চতুৰস্ৰা স্থিতা ধ্ৰুৱা ।
গুৰুপ্ৰায়া তু সা কাৰ্যা তথা চৈৱাৱপাণিকা ।।
স্থায়িৱৰ্ণাশ্ৰয়োপেতাং কলাষ্টকৱিনিৰ্মিতাম্ ।
চতুৰ্থং পঞ্চমং চৈৱ সপ্তমং চাষ্টমং তথা ।।
লঘূনি পাদে পঙক্ত্যাস্তু সাপকৃষ্টধ্ৰুৱা স্মৃতা ।

পূজা কৰি চতুৰ্থলোকজন প্ৰস্থান কৰিব, তাৰপিছত চতুৰস্ৰ তালত বিলম্বিত লয়ত অপকৃষ্ট ধ্ৰুবা গাব লাগে । এই ধ্ৰুবাৰ অধিকাংশ বৰ্ণ গুৰু, তাল অৱপাণিকা ; এটা স্থায়ীবৰ্ণত নিৰ্ভৰ আৰু অষ্টকলাত্মক হব । সেই ধ্ৰুবাৰ নাম অপকৃষ্টা যাৰ পাদত চতুৰ্থ, পঞ্চম, সপ্তম আৰু অষ্টমবৰ্ণ লঘু হয় ।

## নান্দী

১০৭(খ)-১০৮(ক) । সূত্ৰধাৰঃ পঠেন্নান্দীং মধ্যমং স্বৰমাশ্ৰিতঃ ।।
ততঃ পৈদৰ্দ্বাদশভিৰষ্টাৰ্ভিৱাপ্যলঙ্কৃতাম্ ।

ইয়াৰ অন্তত সূত্ৰধাৰে মধ্যমস্বৰত নান্দী পাঠ কৰিব, ইয়াত বাৰ বা আঠটা পদ থাকিব ।

## নান্দীৰ উদাহৰণ

১০৮(খ)-১০৯(ক) । নমোহস্তু সৰ্ৱদেৱেভ্যো দ্বিজাতিভ্যঃ শুভং তথা ।।
জিতং সোমেন ৱৈ ৰাজ্ঞা আৰোগ্যং গোভ্য এৱ চ ।
ব্ৰহ্মোত্তৰং তথৈৱাস্তু হতা ব্ৰহ্মদ্বিষস্তথা ।।
প্ৰশাস্ত্বিমাং মহাৰাজঃ পৃথিৱীং চ সসাগৰাম্ ।
ৰাজ্যং প্ৰৱৰ্ধতাং চৈৱ ৰঙ্গশ্চায়ং সমৃধ্যতাম্ ।।
প্ৰেক্ষাকৰ্তুৰ্মহান্ ধৰ্মো ভৱতু ব্ৰহ্মভাৱিতঃ ।
কাৱ্যকতুৰ্যশশ্চাস্তু ধৰ্মশ্চাপি প্ৰৱৰ্ধতাম্ ।।
ইজ্যয়া চানয়া নিত্যং প্ৰীয়ন্তাং দেৱতা ইতি ।
নান্দীপদান্তৰেষেষু হ্যেৱমস্ত্বিতি নিত্যশঃ ।।
ৱদেতাংসম্যগুক্তাভিৰ্গীৰ্ভিস্তৌ পাৰিপাৰ্শ্বকৌ ।
এৱং নান্দী ৱিধাতব্যা যথোক্তা লক্ষণৈৰ্ময়া ।।
ততঃ শুষ্কাপকৃষ্টা স্যাজ্জৰ্জৰশ্লোকদৰ্শিকা ।

নৱগুৰ্বক্ষৰাণ্যাদৌ ষট্ লঘূনি গুৰুত্ৰয়ম্ ।।
কলাশ্চাষ্টৌ প্ৰমাণেন পাদৈৰ্হ্যষ্টাদশাক্ষৰৈঃ ।
কৃত্বা শুষ্কাপকৃষ্টাং তু যথাবদ্ দ্বিজসত্তমাঃ ।।
ততঃ শ্লোকং পঠেদেকং গম্ভীৰস্বৰসংযুতম্ ।
দেৱস্তোত্ৰং পুৰস্কৃত্য যস্য পূজা প্ৰবৰ্ততে।।
ৰাজ্ঞো ভক্তিশ্চ যত্ৰ স্যাদথবা ব্ৰহ্মণস্তবঃ ।
গদিত্বা জৰ্জৰশ্লোকং ৰঙ্গদ্বাৰে চ যৎ স্মৃতম্ ।।
পঠেদন্যং পুনঃ শ্লোকং জৰ্জৰস্য বিনাশনম্ ।

দেৱতাসকলক নমস্কাৰ । দ্বিজগণৰ মঙ্গল হওক । সোমযজ্ঞৰ দ্বাৰা ৰজাৰ জয়লাভ হওক আৰু গৰুবিলাক আৰোগ্য হওক । ব্ৰাহ্মণসকলৰ উন্নতি হওক আৰু শত্ৰুহীন হওক । এই সসাগৰা পৃথিৱীক ৰজাই শাসন কৰক । ৰাজ্যৰ উন্নতি হওক, এই ৰঙ্গমঞ্চৰ সমৃদ্ধি বাঢ়ক, দৰ্শকসকলৰ ব্ৰহ্মজ্ঞান লাভ হওক আৰু ধৰ্মবৃদ্ধি হওক । নাটৰচনা কৰোঁতাৰ যশস্যা হওক আৰু ধৰ্মবৃদ্ধি হওক । এই যজ্ঞৰদ্বাৰা দেৱতাসকল প্ৰীত হওক । নান্দীপদৰ মাজে মাজে সেই লগৰীয়া দুজনেও সকলো কথাতে "সেই মতে হওক" বুলি উচ্চাৰণ কৰি শুভাকাংক্ষা জ্ঞাপন কৰিব । এইদৰে (ওপৰত আমি কোৱাৰ দৰে) নান্দী পাঠ কৰিব । তাৰপিছত জৰ্জৰ শ্লোকৰ দ্বাৰা প্ৰদৰ্শিত শুষ্কাপকৃষ্টা হব ।

প্ৰথম নটা বৰ্ণ গুৰু, তাৰ পিছত ছটা লঘু, তাৰপিছৰ তিনিটা গুৰু, আঠটা কলা, ওঠৰটা বৰ্ণযুক্ত পাদত ৰচিত হয় শুষ্কাপকৃষ্টা ।

হে ব্ৰাহ্মণসকল যথাবিধি শুষ্কাপকৃষ্টা কৰি, যি দেৱতাৰ পূজা হয়, সেইজনৰ স্তোত্ৰ আগতে পাঠ কৰি, গম্ভীৰ স্বৰত এনে এটা শ্লোক গাব য'ত ৰজাৰ প্ৰতি ভক্তি অথবা ব্ৰাহ্মণৰ গুণগান থাকে । ইয়াৰ পিছত ৰঙ্গদ্বাৰৰ প্ৰসংগত উল্লেখ কৰা জৰ্জৰ শ্লোকটো উচ্চাৰণ কৰি আন এটা শ্লোক পাঠ কৰি জৰ্জৰখন (পতাকাখন) নমাই আনিব ।

## চাৰী

১১৯(খ)-১২১(ক)। জৰ্জৰং নময়িত্বা তু ততশ্চাৰীং প্ৰযোজয়েৎ ।।
পাৰিপাৰ্শ্বকয়োশ্চ স্যাৎ পশ্চিমেনাপসৰ্পণম্ ।
অড্ডিতা চাত্ৰ কৰ্তব্যা ধ্ৰুৱা মধ্যলয়ান্বিতা ।।
চতুৰ্ভিঃ সন্নিপাতৈস্তু চতুৰস্ৰা প্ৰমাণতঃ ।

জৰ্জৰক নমাই আনি (নমস্কাৰ কৰি) চাৰী প্ৰয়োগ কৰিব লাগে । পাৰিপাৰ্শ্বিক লোক দুজনে পিছফালে অপসৰ্পণ (বহিৰ্গমণ) কৰিব । সেইঠাইত মধ্যলয়ত চাৰিসন্নিপাত সহ চতুৰস্ৰ তালত অড্ডিতা ধ্ৰুবা কৰিব লাগে ।

১২১(খ)-১২৩(ক)। আদ্যমন্ত্যং চতুর্থং চ পঞ্চমং চ তথা গুৰু ।
যস্যাং তু জাগতে পাদে সা ভবেদড্ডিতা ধ্রুৱা ।
অস্যাঃ প্রয়োগং ৱক্ষ্যামি যথা পূৰ্ৱং মহেশ্বৰঃ ।।
সহোময়া ক্রীড়িতৱান্ নানাভাৱৱিচেষ্টিতৈঃ ।

জগতীছন্দৰ পাদত আদ্য, অন্ত্য, চতুর্থ আৰু পঞ্চম বৰ্ণ গুৰু হলে তাক অড্ডিতাধ্রুবা বোলে । ইয়াৰ প্রয়োগ সম্বন্ধে কওঁ, যেনেকৈ পূর্বে শিৱই উমাৰ সৈতে নানাভাৱ আৰু গতি সহকাৰে ক্রীড়া কৰিছিল ।

১২৩(খ)-১২৪(ক)। কৃত্বাৱহিত্থং তু ৱামং চাধোমুখং ভুজম্ ।।
নাভিপ্রদেশে বিন্যস্য জৰ্জৰং চ ত্ৱলাধৃতম্ ।
ৱামপল্লৱহস্তেন পাদৈস্তালান্তৰস্থিতৈঃ ।।
গচ্ছেৎ পঞ্চপদীং চৈৱ সৱিলাসাঙ্গ চেষ্টিতৈঃ ।

অবহিত্থ স্থান আৰু অধোমুখ বামহস্ত নাভিত ৰাখি জৰ্জৰক আনখন হাতেৰে ধাৰণ কৰিব । বাওঁহাত পল্লবাকাৰ কৰি, আৰু একতালদূৰত থকা ভৰিৰে বিলাসপূৰ্ণগতিত পাঁচখোজ আগবাঢ়িব ।

১২৫(খ)-১২৭(ক)। ৱামৱেধস্তু কৰ্তৱ্যো বিক্ষেপো দক্ষিণেন তু ।।
ততঃ শৃঙ্গাৰসংযুক্তং পঠেৎশ্লোকং ৱিচক্ষণঃ ।
চাৰী শ্লোকং গদিত্বা তু কৃত্বা চ পৰিৱৰ্ত্তনম্ ।।
তৈৰেৱ চ পদৈঃ কাৰ্য্যং প্রাঙ্মুখেনাপসর্পনম্ ।

বাঁওভৰি বেধ (সূচীচাৰী) কৰিব আৰু সোঁ ভৰিৰ প্রসাৰণ হব । তাৰপিছত বিজ্ঞসকলে শৃঙ্গাৰৰসযুক্ত শ্লোক পাঠ কৰিব । চাৰীশ্লোক পাঠ আৰু পৰিবৰ্ত্তন কৰি সেই একে পদক্ষেপেৰে পূবমুৱা হৈ অপসৰ্পণ (বহিৰ্গমণ) কৰিব ।

১২৭(খ)-১৩০(ক)। পাৰিপাৰ্শ্বকয়োৰ্হস্তে ন্যস্য জৰ্জৰমুত্তমম্ ।।.
মহাচাৰীং ততশ্চৈৱ প্রযুঞ্জীত যথাৱিধি ।
চতুৰস্রা ধ্রুৱা যত্র তথা দ্রুতলয়াশ্রয়া ।।
চতুর্ভিঃ সন্নিপাতৈশ্চকলাস্ত্বষ্টৌ প্রমাণতঃ ।
আদ্যং চতুৰ্থমন্ত্যং চ সপ্তমং দশমং গুৰু ।।
লঘু শেষং ধ্রুৱাযোগে ত্রৈষ্টুভে চৰণে যথা ।

তাৰপিছত পাৰিপাৰ্শ্বিকদুজনৰ হাতত সেই শ্রেষ্ঠ জৰ্জৰ স্থাপন কৰি, যথানিয়মে মহাচাৰী প্রয়োগ কৰিব যাতে চতুৰস্রধ্রুবা দ্রুতলয়ত চাৰিটা সন্নিপাত আৰু আঠটা কলাযুক্ত হয় আৰু ত্রিস্টুভছন্দৰ পাদত আদ্য, চতুৰ্থ, সপ্তম, দশম আৰু অন্ত্য বৰ্ণ গুৰু হয়, বাকীবোৰ বৰ্ণ লঘু হয় ।

১৩০(খ)-১৩১(ক)। উদাহৰণ –

পাদতলাহতপাতিতশৈলং ক্ষোভিত ভূত সমগ্রসমুদ্রম্ ।
তাণ্ডৱনৃত্তমিদং প্রলয়ান্তে পাতু হৰস্য সদা সুখদায়ী ।

সর্বদা শিৱৰ সুখদায়ক, প্রলয়ৰ শেষত ঘটা এই তাণ্ডৱ নৃত্য, যি নৃত্যৰ সময়ত পদতলাঘাতত পর্বত নিপাতিত হয়, যি নৃত্যৰ সময়ত সকলো জলচৰ প্রাণীৰ সৈতে সমুদ্র ক্ষোভিত হয় সেই তাণ্ডব নৃত্যই ৰক্ষা কৰক ।

১৩১(খ)-১৩২(ক)। ভাণ্ডোন্মুখেন কর্তব্যং পাদৱিক্ষেপণং ততঃ ।।
সূচীং কৃত্বা পুনঃ কুর্যাদ্ ৱিক্ষেপপৰিৱর্তনম্ ।

ইয়াৰ পিছত বাদ্যৰ লগত মিলাই পাদপ্রসাৰণ কৰিব । সূচীচাৰী কৰি প্রসাৰণ আৰু পৰিবর্ত্তন কৰিব ।

১৩২(খ)-১৩৩। অতিক্রান্তৈঃ সললিতৈঃ পঁদৈঃ দ্রুতলয়ান্বিতৈঃ ।।
ত্রিতালান্তৰমুৎক্ষৈপৈঃ গচ্ছেৎ পঞ্চপদীং ততঃ ।
তত্রাপি ৱামৱেধস্তু ৱিক্ষেপো দক্ষিণস্য চ ।।

তাৰপিছত অতিক্রান্ত, ললিত, তিনিতাল অন্তৰস্থিত উৎক্ষিপ্তপদত দ্রুতলয়যুক্ত পাঁচখোজ যাব । সেই ঠাইতো বাঁওভৰিৰে বেধ (সূচীচাৰী) আৰু সোঁভৰিৰ প্রসাৰণ কৰিব লাগে ।

১৩৪-১৩৫(ক)। তৈৰেৱ চ পঁদৈঃ কার্য্যং প্রাঙ্‌মুখেনাপসর্পণম ।
পুনঃ পদানি ত্রীন্যেৱ গচ্ছেৎ প্রাঙ্‌মুখ এৱ চ ।।
ততশ্চ ৱামবেধঃ যস্যাৎ ৱিক্ষেপো দক্ষিণস্য চ ।

পূর্ব্ববৎ ভৰিৰে সমুখৰফালে চাই অপসর্পণ কৰিব লাগে, পুনৰ সমুখৰ ফালে দৃষ্টিৰাখি তিনিখোজ আগবাঢ়িব, তাৰপিছত বাঁওভৰিৰে বেধ (সূচীচাৰী) আৰু সোঁ-ভৰি প্রসাৰণ কৰিব ।

১৩৫(খ)-১৩৭(ক)। ততো ৰৌদ্ৰৰসশ্লোকং পদসংহৰণং পঠেৎ ।।
তস্যান্তে তু ত্রিপদ্যাহথ ৱ্যাহৰেৎ পাৰিপার্শ্বকৌ ।
তয়োৰাগমনে কার্যং গানং নর্কুটকং বুধৈঃ ।।
তত্রাপি ৱামৱেধস্তু ৱিক্ষেপো দক্ষিণস্য চ ।

তাৰপিছত পদসংহৰণ (একত্রীকৰণ) কৰোতে ৰৌদ্ৰৰসাত্মক শ্লোক পাঠ কৰিব । তাৰপিছত পুনৰ তিনিখোজ গৈ পাৰিপার্শ্বিক দুজনক মাতিব লাগে । তেওঁলোক আহিলে বিজ্ঞনাট্যজ্ঞসকলে নর্কুটক গান গাব লাগে বুলি কয় । এই ক্ষেত্রতো বাঁওভৰিৰে বেধ (সূচীচাৰী) আৰু সোঁভৰিৰে প্রসাৰণ কৰিব ।

## ত্ৰিগত

তথা চ ভাৰতীভেদে ত্ৰিগতং সম্প্ৰযোজয়েৎ ।।
বিদূষকস্ত্বেকপদে সূত্ৰধাৰস্মিতাৱহাম্ ।
অসম্বন্ধকথাপ্ৰায়াং কুৰ্যাৎ কথনিকাং তথা ।
ৱিতণ্ডাং গণ্ডসংযুক্তাং নালিকাং চ প্ৰযোজয়েৎ ।
কস্তিষ্ঠতি জিতং কেনেত্যাদি কাব্যপ্ৰৰূপিণীম্ ।।
পাৰিপাৰ্শ্বিকসঞ্জল্পো বিদূষকবিদূষিতঃ ।
স্থাপিতঃ সূত্ৰধাৰেণ ত্ৰিগতে সম্প্ৰযুজ্যতে ।।

ভাৰতীবৃত্তি সম্বলিত অভিনয়ত ত্ৰিগত (তিনিজনৰ মাজত সংলাপ) প্ৰয়োগ কৰিব । বিদূষকে হঠাৎ সূত্ৰধাৰৰ হাস্য উদ্দীপক অসংলগ্ন বাক্যবহুল কথাৰ অৱতাৰণা কৰিব । কাব্যৰ (নাটকৰ) উপযুক্ত গণ্ডযুক্ত বিতণ্ডা আৰু নালিকা (আকস্মিক প্ৰশ্নোত্তৰ আৰু আন্তৰিকতা পূৰ্ণকথা) থাকিব আৰু কোন আছে কোনে জয় কৰিছে ইত্যাদি কথাৰ অৱতাৰণা কৰিব । বিদূষকে এনে ত্ৰিগতৰ ব্যৱস্থাপনা কৰিব য'ত পাৰিপাৰ্শ্বিক দুজনৰ কথোপকথন আৰু বিদূষকক দোষাৰোপ কৰি কোৱা কথা থাকে ।

## প্ৰৰোচনা

১৪১ । প্ৰৰোচনাথ কৰ্তব্যা সিদ্ধেনোপনিমন্ত্ৰণা ।
ৰঙ্গসিদ্ধৌ পুনঃ কাৰ্যং কাব্যৱস্তুনিৰূপণম্ ।।

তাৰ পিছত সিদ্ধই (অভিজ্ঞ সূত্ৰধাৰে) প্ৰৰোচনা আৰু উদ্বোধন কৰিব; ৰঙ্গৰ (অভিনয়) সিদ্ধিৰ উদ্দেশ্যে কাব্যৰ বিষয় নিৰূপণ কৰিব ।

১৪২ । সৰ্বমেৱ ৱিধিং কৃত্বা সূচীৱেধকৃতৈৰথ ।
পাদৈৰণাৱিদ্ধগতৈৰ্নিষ্ক্ৰামেয়ুঃ সমং ত্ৰয়ঃ ।

এনেদৰে সকলো কাম বিধিমতে কৰি সূচী (বেধ) চাৰী কৰাৰ পিছত ভৰিৰে আবিদ্ধভিন্ন অন্যচাৰীত তিনিও একেলগে ওলাই যাব ।

১৪৩-১৪৪ । এৱমেৱ প্ৰয়োক্তব্যঃ পূৰ্বৰঙ্গো যথাৱিধি ।
চতুৰস্ৰো দ্বিজশ্ৰেষ্ঠাস্ত্ৰ্যস্ৰংচাপি নিৱোধত ।।
অয়মেৱ প্ৰয়োগঃ স্যাদঙ্গান্যেতানি চৈৱ হি ।
তালংপ্ৰলাপং সংক্ষিপ্তং কেৱলং তু বিশেষকৃৎ ।।

হে দ্বিজগণ, এনেদৰে চতুৰস্ৰ পূৰ্বৰঙ্গবিধি অনুসৰি প্ৰয়োগ কৰিব লাগে । ত্ৰ্যস্ৰ

সম্বন্ধে কওঁ শুনক, ইয়াৰ প্ৰয়োগো একেধৰণৰ আৰু ইয়াৰ অঙ্গও অনুৰূপ, ইয়াৰ একমাত্ৰ বৈশিষ্ট্য এই যে ইয়াৰ তাল আৰু সংলাপ সংক্ষিপ্ত ।

১৪৫-১৪৬। শম্যা তু দ্বিকলা কাৰ্য্যা তাল এককলস্তথা ।
পুনশ্চৈককলা শম্যা সন্নিপাতঃ কলাদ্বয়ম্ ।।
অনেন হি প্ৰমাণেন কলাতাললয়ান্বিতঃ ।
কৰ্তব্যং পূৰ্ৱৰঙ্গস্তু ত্ৰ্যস্ৰোঽপ্যুত্থাপনাদিকঃ ।।

ইয়াত শম্যা দ্বিকলাযুক্ত, তাল এক কলাযুক্ত, পুনৰবাৰ শম্যা এককলাযুক্ত, সন্নিপাত দ্বিকলাযুক্ত হয় । একে পৰিমাণেৰেই ত্ৰ্যস্ৰৰ কলা, তাল আৰু লয়যুক্ত উত্থাপনাদিৰ সৈতে পূৰ্বৰঙ্গ কৰিব লাগে ।

১৪৭-১৪৯। আদ্যং চতুৰ্থং দশমমষ্টমং নৈধনং গুৰু ।
যস্যাস্তু জাগতে পাদে সা ত্ৰ্যস্ৰোত্থাপনী ধ্ৰুৱা ।
ৱাদ্যং গতিপ্ৰচাৰশ্চ ধ্ৰুৱা তালস্তথৈৱ চ ।
সংক্ষিপ্তান্যেৱ কাৰ্যাণি ত্ৰ্যস্ৰে নৃত্তপ্ৰৱোদিভিঃ ।।
ৱাদ্য গীতপ্ৰমাণেন কুৰ্য্যাৎ গতিৱিচেষ্টিতম্ ।
বিস্তীৰ্ণমথ সংক্ষিপ্তং দ্বিপ্ৰমাণৱিনিৰ্মিতম্ ।।

যাৰ জগতীছন্দৰ পাদত প্ৰথম, চতুৰ্থ, অষ্টম, দশম আৰু অন্ত্যবৰ্ণ গুৰু তাৰ নাম ত্ৰ্যস্ৰৰূপৰ উত্থাপনীধ্ৰুবা । নৃত্যাভিজ্ঞলোকে ত্ৰ্যস্ৰত বাদ্যগতিবিধি, ধ্ৰুবা আৰু তাল সংক্ষেপ কৰিব লাগে ।

গতি আৰু কাৰ্য্যকলাপ, বাদ্য, আৰু গীতৰ প্ৰমাণ অনুযায়ী বিস্তৃত বা সংক্ষেপ কৰিব পাৰে ।

১৫০-১৫২(ক)। হস্তপাদপ্ৰচাৰস্তু দ্বিকলঃ পৰিকীৰ্তিতঃ ।
চতুৰস্ৰে পৰিক্ৰান্তে পাতাঃ স্যুঃ ষোড়শৈৱ হি ।।
ত্ৰ্যস্ৰে তু দ্বাদশপাতা ভৱন্তি কৰপাদজাঃ ।
এতৎ প্ৰমাণং নিৰ্দিষ্টমুভয়োঃ পূৰ্বৰঙ্গয়োঃ ।।
কেৱলং পৰিৱৰ্তে তু গমনে ত্ৰিপদী ভৱেৎ ।
দিগ্বন্দনে পঞ্চপদী চতুৰস্ৰে ৱিধীয়তে ।।

হস্তপাদৰ গতি দুইকলা ব্যাপী হয় বুলি কথিত আছে ; চতুৰস্ৰ পৰিক্ৰমাত হস্তপাদৰ গতি হয় ষোল্লবাৰ । ত্ৰ্যস্ৰত কিন্তু হস্তপাদৰ গতি হয় বাৰ বাৰ ।

উভয় পূৰ্বৰঙ্গত এই পৰিমাণ দিয়া হৈছে । কিন্তু, কেৱল পৰিবৰ্তৰ ক্ষেত্ৰত তিনিখোজ গতি হয় । চতুৰস্ৰত দশোদিশলৈ নমস্কাৰ কৰি পাঁচখোজ যোৱা নিয়ম ।

১৫৩-১৫৫। আচাৰ্যবুদ্ধ্যা কৰ্তব্যস্ত্ৰ্যতাল প্ৰমাণতঃ।
তস্মান্ন লক্ষণং প্ৰোক্তং পুনৰুক্তং ভৱেদ্যতঃ।।
এৱমেৱ প্ৰযোক্তব্যঃ পূৰ্বৰঙ্গো দ্বিজোত্তমাঃ।
ত্ৰ্যস্ৰশ্চ চতুৰস্ৰশ্চ শুদ্ধো ভাৰত্যুপাশ্ৰয়ঃ।।

নাট্যাচাৰ্য্যৰ বুদ্ধি অনুসৰি আৰু তালৰ পৰিমাণ অনুসৰি ত্ৰ্যস্ৰ অনুষ্ঠিত কৰিব লাগে। সেইবাবে ইয়াৰ লক্ষণ পুনৰুক্ত হোৱাৰ আশঙ্কাত কোৱা নহল।

হি দ্বিজগণ, এইদৰে ত্ৰ্যস্ৰ, চতুৰস্ৰ আৰু শুদ্ধ পূৰ্বৰঙ্গ, ভাৰতীবৃত্তি আশ্ৰিত নাট্যত প্ৰযোজ্য।

## মিশ্ৰ পূৰ্বৰঙ্গ।

১৫৫(খ)-১৫৭। এৱং তাৱদয়ং শুদ্ধঃ পূৰ্বৰঙ্গো ময়োদিতঃ।
চিত্ৰত্বমস্য ৱক্ষ্যামি যথাকাৰ্যং প্ৰযোক্তৃভিঃ।।
বৃত্তে হ্যুত্থাপনে ৱিপ্ৰাঃ কৃতেচ পৰিৱৰ্তনে।
উদাত্তগানৈৰ্গান্ধৰ্বৈঃ পৰিগতে প্ৰমাণতঃ।
চতুৰ্থকাৰদত্তাভিঃ সুমনোভিৰলঙ্কৃতে।
দেৱদুন্দুভয়শ্চৈৱ নিনাদেয়ুৰ্ভৃশং ততঃ।।

এইদৰে মই শুদ্ধ পৰ্বৰঙ্গৰ বিষয়ে কলো। নাট্য প্ৰযোক্তা সকলে ইয়াৰ মিশ্ৰৰূপ কেনেদৰে কৰিব তাৰ কথা কওঁ। হে দ্বিজগণ, উত্থাপন শেষ হলে, পৰিবৰ্ত্তন কাৰ্য্যৰ অন্তত উচ্চস্বৰে গীত গোৱা গীতাভিজ্ঞসকলে পৰিবেষ্টিত অৱস্থাত চতুৰ্থ মানুহজনৰ দ্বাৰা প্ৰদত্ত পুষ্পেৰে ৰঙ্গমঞ্চ অলঙ্কৃত কৰি দেৱ-দুন্দুভিবিলাক সঘনে বজাই থাকিব।

১৫৮। শুদ্ধাঃ কুসুমমালাভিৰ্ৱিকিৰেয়ুঃ সমন্ততঃ।
অঙ্গহাৰৈশ্চ দেৱ্যশ্চ উপনৃত্যেয়ুৰগ্ৰতঃ।।

শুদ্ধ লোকসকলে চাৰিওফালে ফুলৰ মালা ছটিয়াই দিব। দেৱীসকলে (নৰ্ত্তকীসকলে) অঙ্গহাৰ পিণ্ডিসমুখত নৃত্য কৰিব।

১৫৯-১৬০। যন্ত্ৰাণ্ডৱৱিধিঃ প্ৰোক্তো নৃত্তে পিণ্ডীসমন্বিতঃ।
ৰেচকৈৰঙ্গহাৰৈশ্চ ন্যাসোপন্যাস সংযুতঃ।।
নান্দীপদানাং মধ্যে তু এৈকৈকস্মিন্ পৃথক্ পৃথক্।
প্ৰযোক্তব্যো ৱিধিঃ সম্যক, চিত্ৰভাৱমভীপ্সুভিঃ।।

যি বিজ্ঞলোকসকলে চিত্ৰভাৱৰ কামনা কৰে, সেই সকলে নান্দীপদ বিলাকৰ মাজত (এক এক পাদৰ পিছত) পৃথক পৃথক ভাৱে পিণ্ডীযুক্ত ৰেচক অঙ্গহাৰ,ন্যাস, উপন্যাস

সংযুক্ত যি তাণ্ডৱনৃত্যৰ কথা নৃত্যৰ প্ৰসংগত কোৱা হৈছে, সেই তাণ্ডৱ সুন্দৰভাবে প্ৰয়োগ কৰিব ।

১৬১। এবং কৃত্বা যথান্যায়ং শুদ্ধং চিত্ৰং প্ৰযত্নতঃ ।
ততঃ পৰং প্ৰযুঞ্জীত নাটকং লক্ষণান্বিতম্ ।
ততস্ত্বন্তৰ্হিতাঃ সৰ্ব্বা ভবেয়ুৰ্দিৱ্যযোষিতঃ ।।

এইদৰে যথানিয়মে শুদ্ধ পূৰ্বৰঙ্গ সযত্নে চিত্ৰৰূপে সম্পাদিত হলে, লক্ষণযুক্ত নাটকৰ প্ৰয়োগ কৰিব লাগে । তাৰপিছত সকলো দেৱী অন্তৰ্হিতা হ'ব লাগে ।

১৬২-১৬৪। নিষ্ক্ৰান্তাসু চ সৰ্ব্বাসু নৰ্তকীষু তত পৰম্ ।
পূৰ্বৰঙ্গে প্ৰযোক্তৱ্যমঙ্গজাতমতঃ পৰম্ ।
এৱং শুদ্ধো ভৱেচ্চিত্ৰঃ পূৰ্বৰঙ্গবিধানতঃ ।
কাৰ্যো নাতিপ্ৰসঙ্গোঽত্ৰ গীতনৃত্তৱিধিং প্ৰতি ।।
গীতে ৱাদ্যে চ নৃত্তে চ প্ৰবৃত্তেঽতিপ্ৰসঙ্গতঃ।
খেদো ভবেৎ প্ৰয়োক্তৃণাং প্ৰেক্ষকাণাং তথৈব চ ।

নৰ্ত্তকীসকলে প্ৰস্থান কৰাৰ পিছত পূৰ্বৰঙ্গত অঙ্গসমূহ প্ৰযোজ্য । এনেদৰে পূৰ্বৰঙ্গ বিধানমতে শুদ্ধ চিত্ৰ হয় । ইয়াত অতিৰিক্ত মাত্ৰাত নাচ বা গান কৰিব নেলাগে । গীত বাদ্য আৰু নৃত্য অতিমাত্ৰাত হলে প্ৰয়োগকৰ্তা আৰু দৰ্শকসকলৰ ক্লান্তিবোধহে হয় ।

১৬৫-১৬৬। খিন্নানাং ৰসভাৱেষু স্পষ্টতা নোপজায়তে ।
ততঃ শেষপ্ৰয়োগস্তু ন ৰাগজনকো ভৱেৎ ।।
ত্ৰ্যস্ৰং ৱা চতুৰস্ৰং ৱা শুদ্ধং চিত্ৰামথাপিৱা ।
প্ৰযুজ্য ৰঙ্গান্নিষ্ক্ৰামেৎ সূত্ৰধাৰঃ সহানুগঃ ।।

ক্লান্তিবোধ কৰিলে ৰস আৰু ভাৱৰ অনুভূতি হব নোৱাৰে । সেইবাবে অৱশিষ্ট অনুষ্ঠান মনোৰঞ্জক নহয় । ত্ৰ্যস্ৰ চতুৰস্ৰ, শুদ্ধ বা চিত্ৰ প্ৰয়োগ কৰি সূত্ৰধাৰে লগৰীয়াৰ সৈতে ৰঙ্গমঞ্চৰ পৰা প্ৰস্থান কৰিব ।

## নাট্যানুষ্ঠান স্থাপনা

১৬৭। প্ৰযুজ্য ৱিধিনৈৱং তু পূৰ্বৰঙ্গং প্ৰয়োগতঃ ।
স্থাপকঃ প্ৰৱিশেৎ তত্ৰ সূত্ৰধাৰগুণাকৃতিঃ।।

এইদৰে যথাবিধি পূৰ্বৰঙ্গ প্ৰয়োগ হোৱাৰ পিছত সূত্ৰধাৰৰ গুণ আৰু আকৃতিবিশিষ্টস্থাপক সেই ঠাইলৈ আহিব ।

১৬৮।　　স্থানং তু বৈষ্ণবং কৃত্বা সৌষ্ঠৱাঙ্গপুৰস্কৃতম্ ।
প্রৱিশ্য ৰঙ্গং তৈবেৱ সূত্রধাৰ পদৈৰ্ব্ৰজেৎ ।।

অঙ্গসৌষ্ঠৱযুক্ত সেই স্থাপকজনে, বৈষ্ণৱ স্থান অৱলম্বন কৰি ৰঙ্গমঞ্চত প্রবেশ কৰি, সূত্রধাৰৰ দৰে একে পদেক্ষেপেৰে চালচলন কৰিব ।

১৬৯।　　স্থাপকস্য প্রৱেশে তু কৰ্তৱ্যাৰ্থনুগা ধ্রুৱা ।
চতুৰস্রাথৱা ত্র্যাস্রা তত্র মধ্যলয়াশ্রিতা ।

স্থাপক প্রবেশ কৰোঁতে চতুৰস্রা বা ত্র্যস্রা মধ্যলয় যুক্তা ধ্রুবা, কৰ্তব্যকৰ্মৰ অৰ্থানুযায়ী কৰিব লাগে ।

১৭০।　　কুৰ্যাদনন্তৰচাৰীং দেৱব্রাহ্মণশংসিনীম্ ।
সুৱাক্যমধুৰৈঃ শ্লোকৈৰ্নানাভাৱৰসান্বিতৈঃ ।

ইয়াৰপিছত সুমধুৰ বাক্যযুক্ত, নানা ভাব আৰু ৰসাত্মক শ্লোকেৰে, দেৱ ব্রাহ্মণৰ স্তুতিসূচক চাৰী প্রদৰ্শন কৰিব ।

১৭১।　　প্রসাদ্য ৰঙ্গংৱিধিৱৎ কৱেৰ্নামানুৰ্কীতয়েৎ ।
প্রস্তাৱনাং ততঃ কুৰ্যাৎ কাৱ্যপ্রখ্যাপনাশ্রয়াম ।।

যথাবিধি ৰঙ্গ প্রসাদনৰ পিছত তেওঁ নাট্যকাৰৰ নাম-কীৰ্তন কৰিব । তাৰপিছত তেওঁ নাট্যৰ বিষয়-বস্তু নিৰ্দ্দেশক প্রস্তাৱনা কৰিব ।

১৭২-১৭৪।　দিৱ্যো দিৱ্যাশ্রয়ৈৰ্ভূত্বা মানুষো মানুষাশ্রয়ৈঃ ।
দিৱ্যমানুষসংযোগো দিৱ্যো ৱা মানুষোহপিৱা ।।
সুখবীজানুসদৃশং নানামাৰ্গসমাশ্রয়ম ।
নানাৱিধৈৰুপক্ষেপৈঃ কাৱ্যোপক্ষেপণং ভৱেৎ ।।
প্রস্তাৱ্যৈৱং তু নিষ্ক্রামেৎ কাৱ্য প্রস্তাৱকস্ততঃ
এৱমেষ প্রযোক্তৱ্যঃ পূৰ্বৰঙ্গো যথাৱিধি ।।

নাটকৰ বৃত্তান্ত যদি দেৱতা বিষয়ক হয়, তেতিয়া দেৱতাসম্বন্ধীয় কথাৰে, যদি মনুষ্যবিষয়ক হয় তেতিয়া মনুষ্যসম্বন্ধীয় কথাৰে । দেৱতা আৰু মনুষ্য উভয়ৰে সম্বন্ধথকা কথা হ'লে, দেৱতা অথবা মনুষ্যবিষয়ক কথাৰে মুখসন্ধি আৰু বীজ নামৰ অৰ্থপ্রকৃতি অনুসাৰে নানা মাৰ্গৰ (ৰীতিৰ) আশ্রয় লৈ নানা প্রকাৰ কৌশলেৰে দৰ্শকৰ মনত নাটকৰ বিষয়বস্তুৰ বিষয়ে এটা ধাৰণা জন্মাই দিব লাগে । এই দৰেই প্রস্তাৱনা কৰাৰ পিছত কাব্যৰ (অৰ্থাৎ নাটকৰ) প্রস্তাবক মঞ্চৰ পৰা আঁতৰি যাব । এই দৰেই যথানিয়মে পূৰ্বৰঙ্গৰ অনুষ্ঠান কৰিব লাগে ।

১৭৫।   য ইমং পূৰ্বৰঙ্গং তু ৱিধিনৈৱ প্ৰযোজয়েৎ ।
নাশুভং প্ৰাপ্নুয়াৎ কিঞ্চিৎ স্বৰ্গলোকংচ গচ্ছতি ।।

যি এই পূৰ্বৰঙ্গ নিয়ম অনুসৰি অনুষ্ঠান কৰে, তেওঁৰ বিপদ হব নোৱাৰে আৰু তেওঁ স্বৰ্গলাভ কৰে ।

১৭৬।   যশ্চৈমংৱিধিমুৎসৃজ্য যথেষ্টং সংপ্ৰযোজয়েৎ ।
প্ৰপ্নোত্যপচয়ং ঘোৰং তিৰ্যগ্ যোনিং চ গচ্ছতি ।

যি এই বিধি লঙ্ঘন কৰি নিজ ইচ্ছামতে অনুষ্ঠান কৰে, তেওঁ অশেষ ক্ষতিগ্ৰস্তহৈ শেষত জন্তুৰ গৰ্ভত জন্মগ্ৰহণ কৰিব লাগে ।

১৭৭।   ন তথাগ্নিঃ প্ৰদহতি প্ৰভঞ্জনসমীৰিতঃ ।
যথা হ্যপপ্ৰয়োগস্তু প্ৰযুক্তো দহতি ক্ষণাৎ ।।

পূৰ্বৰঙ্গবিধানৰ অপপ্ৰয়োগে যিমান সোনকালে প্ৰয়োগকৰ্ত্তাক দগ্ধ কৰে, সিমান সোনকালে প্ৰচণ্ডবায়ু চালিত অগ্নিয়েও দগ্ধ কৰিব নোৱাৰে ।

১৭৮।   ইত্যেৱাৱন্তি পাঞ্চালদাক্ষিণাত্যৌড্ৰমাগধৈঃ ।
কৰ্তৱ্যঃ পূৰ্বৰঙ্গস্তু দ্বিপ্ৰমাণৱিনিৰ্মিতঃ ।।

এইদৰে দুই প্ৰকাৰে ৰচিত পূৰ্বৰঙ্গ অৱন্তি, পাঞ্চাল, দাক্ষিণাত্য, ওড্ৰ (উৰিষ্য) আৰু মাগধত অনুষ্ঠিত কৰিব লাগে ।

১৭৯।   এষ ৱঃ কথিতো ৱিপ্ৰাঃ পূৰ্বৰঙ্গাশ্ৰিতো ৱিধিঃ ।
ভূয়ঃ কিং কথ্যতাং সম্যঙ্ নাট্যৱেদৱিধিং প্ৰতি ।

হে বিপ্ৰগণ ! এই পূৰ্বৰঙ্গ সম্পৰ্কীয় নিয়মবোৰ কোৱা হল । দুনাই নাট্যবেদ বিষয়ক আৰু নিয়ম কিবা কবলগা আছেনে কওক ।

**ভৰতৰ নাট্যশাস্ত্ৰৰ পূৰ্বৰঙ্গবিধান নামৰ পঞ্চম অধ্যায় সমাপ্ত ।**

# ষষ্ঠ অধ্যায়

## ৰসবিকল্প

### মুনিগণৰ প্ৰশ্ন

১–৩। পূৰ্ৱৰঙ্গৱিধিং শ্ৰুত্বা পুনৰাহুৰ্মহত্তমাঃ ।
মুনয়ো ভৰতং সৰ্ৱে প্ৰশ্নান্ পঞ্চ ব্ৰৱীহি নঃ ॥।
যে ৰসা ইতি পঠ্যন্তে নাট্যে নাট্যৱিচক্ষণৈঃ ।
ৰসত্বং কেন ৱা তেৱাং এতদাখ্যাতুমৰ্হসি ।।
ভাৱাশ্চৈৱ কথং প্ৰোক্তাঃ কিংবা তে ভাৱয়ন্তি হি ।
সংগ্ৰহং কাৰিকাং চৈৱ নিৰুক্তং চৈৱ তত্ত্বতঃ ।।

শ্ৰেষ্ঠমুনিসকলে পূৰ্বাঙ্গৰ নিয়ম শুনি ভৰতক পুনৰ কলে –, আমাৰ পাঁচটা প্ৰশ্নৰ উত্তৰ দিয়ক । নাট্যাভিজ্ঞসকলে নাটকত যি বিলাকক ৰস বোলে সেই বিলাকক কি কাৰণত ৰস বোলো হয় তাক ব্যাখ্যা কৰক । ভাৱ কি আৰু ভাবে কি ভবায় ? সংগ্ৰহ, কাৰিকা (স্মৃতিসহায়ক শ্লোকে) আৰু নিৰুক্ত (বুৎপত্তি) কি ? ইয়াৰ তত্ত্ব সম্পৰ্কে অনুগ্ৰহ কৰি বুজাই কওক ।

ঃ ভৰতৰ উত্তৰ –

৪–৭। তেষাং তু ৱচনং শ্ৰুত্বা মুনীনাং ভৰতো মুনিঃ ।
প্ৰত্যুৱাচ পুৰ্নৱাক্যং ৰসভাৱৱিকল্পনম্ ।।
অহং ৱঃ কথয়িষ্যামি নিখিলেন তপোধনাঃ ।
সংগ্ৰহং কাৰিকাং চৈৱ নিৰুক্তং চ যথাক্ৰমম্ ।।
ন শক্যমিহ নাট্যস্য গন্তুমন্তং কথঞ্চন ।
কস্মাদ্ বহুত্বাদ্ জ্ঞানানাং শিল্পানং চাপ্যনন্ততঃ ।।
একস্যাপি ন ৱৈ শক্যমন্তং জ্ঞানাৰ্ণৱস্য হি ।
গন্তুং কিমুত সৰ্বেষাং জ্ঞানানামৰ্থতত্ত্বতঃ ।।

মুনিসকলৰ কথা শুনি, ভৰতমুনিয়ে ৰস আৰু ভাৱৰ প্ৰভেদ সম্বন্ধে উত্তৰ দিবলৈ ধৰিলে । হে তপস্বীসকল, মই আপোনাসকলক সংগ্ৰহ, কাৰিকা আৰু নিৰুক্ত সম্বন্ধে সকলো কথা যথাক্ৰমে কৈ যাম । নাট্যশাস্ত্ৰ অতি বিস্তৃত, ইয়াৰ শেষ পোৱা নেযায়,

কাৰণ জ্ঞান আৰু শিক্ষা অনন্ত। এটা বিষয়ৰ জ্ঞানৰ সাগৰৰে অন্ত নপৰে তেনেস্থলত সকলো বিষয়ৰ জ্ঞানৰ তত্ত্ব বা অৰ্থৰ কথা কোৱা অসম্ভব।

৮। কিন্তুল্পসূত্রগূঢ়ার্থমনুমান প্রসাধকম্।
নাট্যস্যাস্য প্ৰৱক্ষ্যামি ৰসভাৱাদিসংগ্ৰহম।।

কিন্তু এই নাট্যৰ ৰস আৰু ভাৱ আদিৰ বিষয়ে সংক্ষিপ্ত সূত্ৰৰ আকাৰত থকা বাবে গূঢ়অৰ্থযুক্ত আৰু অনুমান কৰিবলৈ সুবিধা দিব পৰা 'সংগ্ৰহ'ৰ আকাৰত মই চমুকৈ ক'ম।

## সংগ্ৰহ, কাৰিকা আৰু নিৰুক্তৰ সংজ্ঞা ।।

৯। বিস্তৰেনোপদিষ্টানামৰ্থানাং সূত্ৰভাস্যয়োঃ।
নিৱন্ধো যঃ সমাসেন সংগ্ৰহং তং ৱিদুৰ্বুধাঃ।।

বিস্তৃতভাৱে উপাদিষ্ট বিষয়বোৰৰ সূত্ৰ আৰু ভাষ্যৰ আকাৰত সংক্ষেপে উপস্থাপন কৰিলে তাকে 'সংগ্ৰহ' বোলে।

১০। ৰসা ভাৱাহ্যভিনয়া ধৰ্মোবৃত্তিপ্ৰবৃত্তয়ঃ।
সিদ্ধিস্বৰাস্তথাতোদ্যং গানং ৰঙ্গশ্চ সংগ্ৰহঃ।।

নাট্যশাস্ত্ৰত 'সংগ্ৰহ' বিষয়ত আছে ৰস, ভাৱ, অভিনয়, ধৰ্ম, বৃত্তি, প্ৰবৃত্তি, সিদ্ধি, স্বৰ, আতোদ্য (বাদ্য), গান আৰু ৰঙ্গ।

১১। অল্পাভিধানেনাৰ্থো যঃ সমাসেনোচ্যতে বুধৈঃ।
সূত্ৰতঃসা তু ৱিজ্ঞেয়া কাৰিকাহৰ্থপ্ৰদৰ্শিনী।।

য'ত পণ্ডিতসকলে কম কথাৰে, সংক্ষেপে সূত্ৰাকাৰে কোনো এটা বিষয় নিবন্ধ কৰে তাকে অৰ্থপ্ৰকাশক 'কাৰিকা' বোলে।

১২-১৩। নানানামাশ্ৰয়োৎপন্নং নিঘণ্টুং নিগমান্বিতম্।
ধাত্বৰ্থহেতুসংযুক্তং নানাসিদ্ধান্তসাধিতম্।
স্থাপিতোহৰ্থো ভৱেদ্যত্ৰ সমাসেনাৰ্থসূচকঃ।
ধাত্বৰ্থৱচনেনেহ নিৰুক্তং তৎ প্ৰচক্ষতে।।

য'ত নানান নাম পদৰ (বিশেষ্য বিশেষণ, সৰ্ব্বনামৰ) আশ্ৰয়ত উৎপন্ন হোৱা পদসমূহৰ অভিধান আৰু প্ৰকৃতি, প্ৰত্যয় আদিৰ লগতে, ধাতুৰ অৰ্থ আৰু কাৰকসমূহৰ বিষয়ে যুক্তিপূৰ্ণ বিচাৰ লগতে নামপদ আৰু ধাতুসমূহৰ অৰ্থ সংক্ষেপে অথচ নিশ্চিতভাৱে কোৱা থাকে তাকে নিৰুক্ত বোলে।

১৪। সংগ্ৰহো যো ময়া প্ৰোক্তঃ সমাসেন দ্বিজোত্তমাঃ ।
বিস্তৰং তস্য ৱক্ষ্যামি সনিৰুক্তং সকাৰিকম্ ।।

হে শ্ৰেষ্ঠ দ্বিজগণ ! সংক্ষেপতে মই যিবিলাক সংগ্ৰহ সম্বন্ধে ক'লোঁ, সেই সেইবিলাকৰ বিষয়ে নিৰুক্ত আৰু কাৰিকাৰে সৈতে বিশদভাৱে কোৱা হ'ব ।

## অষ্টৰস

১৫। শৃঙ্গাৰহাস্যকৰুণা ৰৌদ্ৰৱীৰভয়ানকাঃ ।
বীভৎসাদ্ভুতসংজ্ঞৌ চেত্যষ্টৌ নাট্যে ৰসাঃ স্মৃতাঃ ।।

শৃঙ্গাৰ, হাস্য, কৰুণ, ৰৌদ্ৰ, বীৰ ভয়ানক, বীভৎস আৰু অদ্ভুত এই আঠটা নাট্যৰস বুলি পৰিচিত ।

১৬। এতে হ্যষ্টৌ ৰসাঃ প্ৰোক্তা দ্ৰুহিণেন মহাত্মনা ।
পুনশ্চ ভাৱান্ ৱক্ষ্যামি স্থায়িসঞ্চাৰিসত্ত্বজান্ ।।

এই আঠবিধ ৰসৰ কথা মহাত্মা ব্ৰহ্মাদেৱে কৈছিল । মই পুনৰ স্থায়ী, সঞ্চাৰী আৰু সাত্ত্বিক ভাৱবিলাকৰ কথা কম ।

১৭। ৰতিৰ্হাসশ্চ শোকশ্চ ক্ৰোধোৎসাহৌ ভয়ং তথা ।
জুগুপ্সা ৱিস্ময়শ্চেতি স্থায়িভাৱাঃ প্ৰকীৰ্তিতাঃ ।।

ৰতি, হাস(হাঁহি), শোক ক্ৰোধ, উৎসাহ, ভয়, জুগুপ্সা আৰু বিস্ময় এই বিলাকক স্থায়ীভাৱ বুলি কোৱা হয় ।

১৮–২১। নিৰ্ৱেদগ্লানিশঙ্কাখ্যাস্তথাসূয়ামদশ্ৰমাঃ ।
আলস্যং চৈৱ দৈন্যং চ চিন্তা মোহঃ স্মৃতিৰ্ধৃতিঃ ।।
ব্ৰীড়া চপলতা হৰ্ষ আৱেগো জড়তা তথা ।
গৰ্ৱো ৱিষাদ ঔৎসুক্যং নিদ্ৰাপস্মাৰ এৱ চ ।।
সুপ্তং প্ৰবোধোঽমৰ্ষশ্চাপ্যৱহিত্থমথোগ্ৰতা ।
মতিৰ্ৱ্যাধিৰথোন্মাদস্তথা মৰণমেৱ চ ।।
ত্ৰাসশ্চৈৱ ৱিতৰ্কশ্চ ৱিজ্ঞেয়া ৱ্যভিচাৰিণঃ ।
ত্ৰয়স্ত্ৰিংশদমী ভাৱাঃ সমাখ্যাতাস্তু নামতঃ ।।

নিৰ্বেদ, গ্লানি, শংকা, অসূয়া, মদ, শ্ৰম, আলস্য, দৈন্য, চিন্তা, মোহ, স্মৃতি, ধৃতি, ব্ৰীড়া(লজ্জা) চপলতা, হৰ্ষ, আবেগ, জড়তা, গৰ্ব, বিষাদ, ঔৎসুক্য, নিদ্ৰা, অপস্মাৰ(মৃগী ৰোগ) সুপ্ত, প্ৰবোধ, অমৰ্ষ, অবহিত্থ, উগ্ৰতা, মতি, ব্যাধি, উন্মাদ, মৃত্যু, ত্ৰাস, বিতৰ্ক – এই তেত্ৰিশটাক সঞ্চাৰী বা ব্যভিচাৰীভাৱ বুলি কোৱা হয় ।

## ঃ আঠবিধ সাত্ত্বিক ভাৱ ।

২২। স্তম্ভঃ স্বেদোঽথ ৰোমাঞ্চঃ স্বৰসাদোঽথ ৱেপথুঃ ।
বৈৱৰ্ণ্যমশ্রুপ্রলয় ইত্যষ্টৌ সাত্ত্বিকাঃ স্মৃতাঃ ।।

স্তম্ভ, স্বেদ(ঘাম), ৰোমাঞ্চ, স্বৰসাদ(স্বৰভঙ্গ), বেপথু(কঁপনি) বৈবৰ্ণ্য(শেঁতা পৰা) অশ্রু, প্রলয়(মূৰ্চ্ছা) এই আঠটাক সাত্ত্বিকভাৱ বুলি কয় ।

## ঃ চাৰিপ্রকাৰ অভিনয় ঃ

২৩। আঙ্গিকো ৱাচিকশ্চৈৱ আহাৰ্যঃ সাত্ত্বিকস্তথা ।
চত্বাৰোঽভিনয়া হ্যেতে ৱিজ্ঞেয়া নাট্যসংশ্রয়াঃ ।।

আঙ্গিক, বাচিক, আহাৰ্য্য, সাত্ত্বিক – এই চাৰিপ্রকাৰ অভিনয় নাটকত সন্নিহিত হৈছে বুলি জানিব ।

## বৃত্তি

২৪–২৫(ক)। লোকধৰ্মী নাট্যধৰ্মী ধৰ্মী তু দ্বিৱিধঃ স্মৃতঃ ।
ভৰতী সাত্বতী চৈৱ কৈশিক্যাৰভটী তথা ।।
চতস্রো বৃত্তয়ো হ্যেতা যাসু নাট্যং প্রতিষ্ঠিতম্ ।

ধৰ্মী(ৰীতিনীতি) দুবিধ । লোকধৰ্মী আৰু নাট্যধৰ্মী । ভাৰতী, সাত্বতী, কৈশিকী আৰু আৰভটী – এই চাৰিটা বৃত্তি, ইহঁতৰ ওপৰতে নাট্য প্রতিষ্ঠিত ।

## প্রবৃত্তি

২৫(খ)-২৬(ক)। আৱন্তী দাক্ষিণাত্যা চ তথা চৈৱোড্রমাগধী ।
পাঞ্চালমধ্যমা চৈৱ জ্ঞেয়া নাট্যপ্রবৃত্তয়ঃ ।।

আৱন্তী, দাক্ষিণাত্য, ঔড্রমাগধী, পাঞ্চালমধ্যমা – এই চাৰিটা নাট্য প্রবৃত্তি ।

## সিদ্ধি

২৬(খ)। দৈৱিকী মানুষী চৈৱ সিদ্ধিঃ স্যাদ্দ্বিৱিধৈৱ চ ।।
দৈবিকী আৰু মানুষী এই দুবিধ সিদ্ধি ।

## স্বৰ

২৭(ক)। শাৰীৰা বৈণৱাশ্চৈৱ সপ্ত ষড়্জাদয়ঃ স্বৰাঃ ।

শাৰীৰ(শৰীৰজাত), বৈনৱ(বীণাজাত) এই দুইশ্রেণীৰ স্বৰ ষড়্জ আদি ভেদে সাতটা ।

২৭(খ)-২৯(ক)। ততং চৈৱাৱনদ্ধং চ ঘনং সুষিৰমেৱে চ ।।
চতুৰ্ব্বিধং চ ৱিজ্ঞেয়মাতোদ্যং লক্ষণান্বিতম্ ।
ততং তন্ত্ৰীগতং জ্ঞেয়মৱনদ্ধং তু পৌষ্কৰম্ ।।
ঘনস্তু তালো বিজ্ঞেয়ঃ সুষিৰো ৱংশ এৱ চ ।

বিশিষ্ট লক্ষণযুক্ত বাদ্য চাৰি প্ৰকাৰ তত, অৱনদ্ধ, ঘন আৰু সুষিৰ । তত তাঁৰেৰে নিৰ্মিত, অৱনদ্ধ চামৰাযুক্ত, ঘন কৰতাল আৰু সুষিৰ হ'ল বাঁহী ।

### ধ্ৰুৱা

২৯(খ)-৩০(ক)। প্ৰৱেশাক্ষেপনিষ্ক্ৰাম প্ৰাসাদিকমথান্তৰম্ ।।
গানং পঞ্চৱিধং জ্ঞেয়ং ধ্ৰুৱাযোগসমন্বিতম্ ।

প্ৰবেশ, আক্ষেপ, নিষ্ক্ৰমণ, প্ৰাসাদিক, আৰু আন্তৰ ধ্ৰুবাগান এই পাঁচ প্ৰকাৰ বুলি জানিব ।

### ৰঙ্গ

৩০(খ)। চতুৰস্ৰো বিকৃষ্টশ্চ ৰঙ্গস্ত্ৰ্যস্ৰশ্চ কীৰ্তিতঃ ।

চতুৰস্ৰ, বিকৃষ্ট আৰু ত্ৰ্যস্ৰ – এই তিনিপ্ৰকাৰ ৰঙ্গমঞ্চ ।

৩১। এৱমেষোহল্পসূত্ৰাৰ্থো ৱ্যাদিষ্টো নাট্যসংগ্ৰহঃ ।
অতঃ পৰং প্ৰৱক্ষ্যামি সূত্ৰগ্ৰন্থৱিকল্পনম্ ।।

এইদৰে অল্পসূত্ৰৰ যোগে অৰ্থবোধক নাট্যসংগ্ৰহৰ কথা কোৱা হ'ল, ইয়াৰ অন্তত সূত্ৰগ্ৰন্থৰ কথা কম ।

তত্ৰ ৰসানেৱ তাৱদাদভিধাস্যামঃ ।
ন' হি ৰসাদৃতে কশ্চিদপ্যৰ্থঃ প্ৰৱৰ্ততে ।
তত্ৰ ৱিভাৱানুভাৱৱ্যভিচাৰিসংযোগাদ্ৰসনিষ্পত্তিঃ ।

প্ৰথমতে তেনেহ'লে ৰসসমূহৰ বিষয়েই ব্যাখ্যা কৰিম । ৰসৰ অবিহনে কোনো অৰ্থই বৰ্ত্তি থাকিব নোৱাৰে । বিভাৱ, অনুভাৱ আৰু ব্যভিচাৰিৰ সংযোগত ৰসৰ নিষ্পত্তি হয় ।

**–কো ৱা দৃষ্টান্ত ইতি চেৎ** – উচ্যতে যথা নানাৱ্যঞ্জনৌষধিদ্ৰৱ্যসংযোগাদ্ৰসনিষ্পত্তিঃ, তথা নানা ভাৱোপগমাদ্ৰসনিষ্পত্তিঃ । যথা হি গুড়াদিভিদ্ৰৱ্যৈৰ্ৱ্যঞ্জনৈৰোষধিভিশ্চ ষড় ৰসা নিৰ্ৱৰ্ত্তন্তে, এৱং নানা ভাৱোপহিতা অপি স্থায়িনো ভাৱা ৰসত্বমাপ্নুৱন্তি । অত্ৰাহ – ৰস ইতি কঃ পদাৰ্থঃ ? উচ্যতে আস্বাদ্যত্বাৎ । কথামাস্বাদ্যতে ৰসঃ ? অত্ৰোচ্যতে

– যথাহি নানাব্যঞ্জনসংস্কৃতমন্নং ভুঞ্জানা ৰসানাস্বদয়ন্তি সুমনসঃ পুৰুষা হৰ্ষাদীংশ্চাপ্যধিগচ্ছন্তি, তথা নানাভাৱাভিনয়ব্যঞ্জিতান্ ৱাগঙ্গসত্ত্বোপেতান্ স্থায়িভাৱানাস্বাদয়ন্তি সুমনসঃ প্ৰেক্ষকা হৰ্ষাদীংশ্চাধিগচ্ছন্তি । 'তস্মান্ নাট্যৰসাঃ' ইত্যভিব্যাখ্যাতাঃ । অত্ৰানুৱংশৌ শ্লোকৌ ভৱত ঃ–

ইয়াৰ দৃষ্টান্ত কি ? তাৰ উত্তৰত কৈছে – যেনেকৈ নানাবিধ ব্যঞ্জন আৰু ঔষধি দ্ৰব্যৰ সংযোগত এটা ৰস বা সোৱাদৰ উৎপত্তি হয় তেনেদৰে নানাবিধভাৱৰ লগতে স্থায়ীভাৱৰ সংযোগ ঘটি ৰসৰ উৎপত্তি হয় । আকৌ প্ৰশ্ন হৈছে –, ৰস – এই পদৰ অৰ্থ কি ? তাৰ উত্তৰত কৈছে – যাৰেই সোৱাদ লোৱা হয় সেয়ে ৰস । যেনেদৰে নানাবিধ ব্যঞ্জন(অৰ্থাৎ আঞ্জা)ৰ লগত সানি ভাত খালে সজমনৰ লোক সকলে ৰস অৰ্থাৎ সোৱাদ অনুভৱ কৰে আৰু মনত আনন্দ লাভ কৰে তেনেদৰে সজমনৰ দৰ্শক সকলে নানাভাৱৰ অভিনয়ৰ দ্বাৰা অভিব্যক্ত মুখৰ বচন, অঙ্গী-ভঙ্গী আৰু কঁপনি আদি সাত্ত্বিকভাৱৰ লগত জড়িত স্থায়ীভাৱসমূহৰ আস্বাদ লাভ কৰে আৰু আনন্দও লাভ কৰে । এই দৰেই নাট্যৰসসমূহৰ স্বৰূপ ব্যাখ্যা কৰা হ'ল । এই প্ৰসঙ্গতে এনেদৰে দুটা আনুবংশ্য শ্লোক আছে ।

৩২–৩৩। যথা বহুদ্ৰব্যযুতৈৰ্ব্যঞ্জনৈৰ্বহুভিৰ্যুতম্ ।
আস্বাদয়ন্তি ভুঞ্জানা ভক্তং ভক্তৱিদো জনাঃ ।।
ভাৱাভিনয়সংযুক্তান্ স্থায়িভাৱাংস্তথা বুধাঃ ।
আস্বাদয়ন্তি মনসা তস্মান্নাট্যৰসাঃ স্মৃতাঃ ।।

যেনেকৈ ভোজনপ্ৰিয় মানুহে বহুদ্ৰব্য আৰু ব্যঞ্জনযুক্ত ভোজ্য দ্ৰব্য খাওঁতে তাৰ ৰসৰ সোৱাদ পায় সেইদৰে বিজ্ঞলোকে ভাৱৰ অভিনয়ত প্ৰকাশ পোৱা স্থায়ীভাৱ বিলাক(সোৱাদ) মনে মনে আস্বাদন কৰে । সেই বাবেই সেই আস্বাদ নাট্যৰস নামে খ্যাত ।

৩৪–৩৫। নানাভিনয়সম্বন্ধান্ ভাৱয়ন্তি ৰসানিমান্ ।
যস্মাত্তস্মাদমী ভাৱা ৱিজ্ঞেয়া নাট্যযোক্তৃভিঃ ।।
নানাদ্ৰব্যৈৰ্বহুৱিধৈৰ্ব্যঞ্জনং ভাৱ্যতে যথা ।
এবং ভাৱা ভাৱয়ন্তি ৰসানভিনয়ৈঃ সহ ।।

যিহেতু এইবিলাকে নানা অভিনয়ৰ সৈতে সম্বন্ধ থকা ৰসবিলাকৰ ভাৱ জগাই তোলে সেইবাবে নাটক কৰোঁতাসকলে এইবিলাকক ভাৱ বুলি জানিব । নানা দ্ৰব্য মিশ্ৰিত ব্যঞ্জনে বিভিন্ন আস্বাদ দিয়াৰ দৰে ভাৱসমূহে অভিনয়ৰ লগত জড়িত হৈ ৰসৰ ভাৱ অৰ্থাৎ অনুভূতি জগাই তোলে ।

৩৬। ন ভাৱহীনোঽস্তি ৰসো ন ভাৱো ৰসৱৰ্জিতঃ ।
পৰস্পৰকৃতা সিদ্ধিস্তয়োৰভিনয়ে ভৱেৎ ।।

ভাবহীন ৰস বা ৰসহীন ভাৱ হব নোৱাৰে। অভিনয়ত পৰস্পৰৰ সহযোগত এই দুয়োটাৰ সিদ্ধি হয়।

৩৭। ব্যঞ্জনৌষধিসংযোগো যথান্নং স্বাদুতাং নয়েৎ।
এবং ভাৱা ৰসাশ্চৈৱ ভাৱয়ন্তি পৰস্পৰম্ ।।

ব্যঞ্জন আৰু ঔষধি(উদ্ভিদ)ৰ সংমিশ্ৰনৰ ফলত যেনেকৈ অন্ন সুস্বাদু হয় সেইদৰে ভাৱ আৰু ৰসৰ মিলনে পৰস্পৰক অনুভূতিযোগ্য কৰি তোলে।

৩৮। যথা বীজাদ্ ভৱেদ্ বৃক্ষো বৃক্ষাৎ পুষ্পং ফলং যথা।
তথা মূলং ৰসাঃ সৰ্ব্বে তত্তো ভাৱা ব্যৱস্থিতাঃ ।।

যেনেকৈ বীজৰ পৰা গছ, গছৰ পৰা ফুল আৰু গুটি হয়, তেনেকৈ ৰসবিলাক ভাবৰ মূল, তাৰপৰাহে ভাৱবিলাকৰ সূত্ৰপাত হয়।

৩৯। শৃঙ্গাৰাদ্ধি ভৱেদ্ধাস্যো ৰৌদ্ৰাত্তু করুণো ৰসঃ।
ৱীৰাচ্চৈৱাদ্ভুতোৎপত্তিৰ্ব্বীভৎসাচ্চ ভয়ানকঃ ।।

শৃঙ্গাৰৰ পৰা হাস্যৰ উৎপত্তি হয়, ৰৌদ্ৰৰ পৰা করুণৰ উৎপত্তি হয়। বীৰৰসৰ পৰা অদ্ভুতৰ আৰু বীভৎস ৰসৰ পৰা ভয়ানক ৰসৰ উৎপত্তি হয়।

৪০-৪১। শৃঙ্গাৰানুকৃতির্যা তু স হাস্য ইতি সংজ্ঞিতঃ।
ৰৌদ্ৰস্যাপি চ যৎ কৰ্ম স জ্ঞেয়ো করুণো ৰসঃ ।।
ৱীৰস্যাপি চ যৎ কৰ্ম সোঽদ্ভুতঃ পৰিকীৰ্ত্তিতঃ।
বীভৎসদৰ্শনং যচ্চ ভবেৎ স তু ভয়ানকঃ ।।

শৃঙ্গাৰৰ যি অনুকৰণ সেয়ে হাস্যৰস, ৰৌদ্ৰৰ যি কাম সিয়ে করুণৰস, বীৰৰসৰ যি কাম সি অদ্ভুত ৰস আৰু বীভৎস দৰ্শনৰ পৰা যি হয় সিয়ে ভয়ানক ৰসৰ ৰূপ লয়।

## বৰ্ণ

৪২-৪৩। শ্যামো ভৱেত্তু শৃঙ্গাৰঃ সিতো হাস্যঃ প্ৰকীৰ্ত্তিতঃ।
কপোতঃ করুণশ্চৈৱ ৰক্তো ৰৌদ্ৰঃ প্ৰকীৰ্ত্তিতঃ ।।
গৌৰো ৱীৰস্তু ৱিজ্ঞেয়ঃ কৃষ্ণশ্চাপি ভয়ানকঃ।
নীলৱৰ্ণস্তু ৱীভৎসঃ পীতশ্চৈৱাদ্ভুতঃ স্মৃতঃ ।।

শৃঙ্গাৰ ৰসৰ শ্যামবৰ্ণ, হাস্যৰ শুক্লবৰ্ণ, করুণৰ কপোত বৰ্ণ(ধুসৰ), ৰৌদ্ৰৰ ৰঙাবৰ্ণ, বীৰৰ গৌৰবৰ্ণ, ভয়ানকৰ কৃষ্ণবৰ্ণ, বীভৎসৰ নীলবৰ্ণ আৰু অদ্ভুতৰসৰ হালধীয়া বৰ্ণ।

## দেৱতা

### অথ দৈৱতানি ঃ-

৪৪-৪৫। শৃঙ্গাৰো বিষ্ণুদৈৱতো হাস্যঃ প্ৰমথদৈৱতঃ ।
ৰৌদ্ৰো ৰুদ্ৰাধিদৈৱশ্চ কৰুণো যমদৈৱতঃ ।।
ৰীভৎসস্য মহাকালঃ কালদেৱো ভয়ানকঃ ।
ৱীৰো মহেন্দ্ৰদেৱঃ স্যাদদ্ভুতো ব্ৰহ্মদৈৱতঃ ।।

ইয়াৰ পিছত প্ৰতি ৰসৰে দেৱতাৰ কথা – শৃঙ্গাৰৰ দেৱতা বিষ্ণু, হাস্যৰ প্ৰমথ, ৰৌদ্ৰৰ ৰুদ্ৰ, কৰুণৰ যম, বীভৎসৰ মহাকাল, ভয়ানকৰ কাল, বীৰৰ মহেন্দ্ৰ আৰু অদ্ভুতৰ ব্ৰহ্মা ।

৪৬। সুখপ্ৰায়েষ্টসম্পন্ন ঋতুমাল্যাদিসেৱকঃ ।
পুৰুষঃ প্ৰমদাযুক্তঃ শৃঙ্গাৰ ইতি সংজ্ঞিতঃ ।।

সদায় সুখত থকা, অভিলষিত বস্তু লাভ কৰোতা আৰু ঋতুমালা আদিৰ সেৱক আৰু নাৰীৰ লগত সম্বন্ধ থকা পুৰুষকে শৃঙ্গাৰ বোলা হয় ।

৪৭-৪৮। ঋতুমাল্যালঙ্কাৰৈঃ প্ৰিয়জনগান্ধৰ্ৱকাৱ্যসেৱাভিঃ ।
উপৱনগমনৱিহাৰৈঃ শৃঙ্গাৰৰসঃ সমুদ্ভৱতি ।।
নয়নৱদনপ্ৰসাদৈঃ স্মিতমধুৰৱচোধৃতিপ্ৰমোদৈশ্চ ।
মধুৰৈশ্চাঙ্গৱিকাৰৈস্তস্যাভিনয়ঃ প্ৰযোক্তৱ্যঃ ।।

ঋতু, মালা, অলঙ্কাৰ, প্ৰিয়জনৰ সঙ্গ, সঙ্গীত আৰু নৃত্য আৰু কাব্যৰ উপভোগ, প্ৰমোদোদ্যান গমন আৰু বিহাৰৰ পৰা শৃঙ্গাৰ ৰসৰ উদ্ভৱ হয় । ইয়াৰ অভিনয়, চকু-মুখৰ প্ৰসন্নতা, স্মিতহাস্য, মধুৰ বাক্য, ধৈৰ্য্য, প্ৰমোদ আৰু সুন্দৰ অঙ্গ-ভঙ্গীৰ দ্বাৰা কৰণীয় ।

৪৯-৫০। ৱিপৰীতালঙ্কাৰৈৰ্ৱিকৃতাচাৰাভিধানৱেষৈশ্চ ।
ৱিকৃতৈৰঙ্গৱিকাৰৈৰ্হসতীতি ৰসঃস্মৃতো হাস্যঃ ।।
ৱিকৃতাকাৰৈৰ্ৱাক্যৈৰঙ্গৱিকাৰৈৰ্ৱিকৃতৱেষৈশ্চ ।
হাসয়তি জনং যস্মাৎ তস্মাদ্ জ্ঞেয়ো ৰসো হাস্যঃ ।।

বিপৰীত অলঙ্কাৰ, বিকৃত আচাৰ, কথা আৰু পোচাক, বিকৃত অঙ্গ-ভঙ্গী, দেখি হাঁহিলে যি ৰস হয়, তাকে হাস্যৰস বোলে । বিকৃতৰূপ বাক্য, অঙ্গ-ভঙ্গীৰ আৰু সাজ-পোচাকৰ সহায়ত হহুওঁৱা হয় বাবে তাক হাস্যৰস বোলে ।

৫১। স্ত্ৰীনীচপ্ৰকৃতাৱেষ ভূয়িষ্ঠং দৃশ্যতে ৰসঃ ।
ষড় ভেদাশ্চাস্য ৱিজ্ঞেয়াস্তাংশ্চ ৱক্ষ্যাম্যহং পুনঃ ।।

এই ৰস স্ত্ৰী আৰু নীচ প্ৰকৃতিৰ মানুহৰ ভিতৰত অধিকভাৱে দেখা যায় । ইয়াৰ ভাগ ছয়টা, তাকো কোৱা হব ।

৫২। স্মিতমথ হসিতং বিহসিতমুপহসিতঞ্চাপহসিতমতিহসিতম্ ।
দ্বৌ দ্বৌ ভেদৌ স্যাতামুত্তমমধ্যমাধম প্ৰকৃতৌ ।।

স্মিতহাস্য, হসিত, বিহসিত, উপহসিত, অপহসিত, অতিহসিত, ইয়াৰ দুটা দুটা কৈ ক্ৰমে উত্তম, মধ্যম আৰু অধম প্ৰকৃতিৰ লোকৰ মাজত থাকে ।

৫৩। স্মিতহসিতে জ্যেষ্ঠানাং মধ্যানাং বিহসিতোপহসিতে চ ।
অধমানামপহসিতং হ্যতিহসিতং চাপি বিজ্ঞেয়ম্ ।।

উত্তম প্ৰকৃতিৰ লোকৰ হাঁহি স্মিত আৰু হসিত । মধ্যম প্ৰকৃতিৰ লোকৰ হাঁহি বিহসিত আৰু উপহসিত । অধম প্ৰকৃতিৰ লোকৰ হাঁহি অপহসিত আৰু অতিহসিত ।

উত্তমানাম্ -

৫৪। ঈষদ্বিকসিতৈৰ্গণ্ডৈঃ কটাক্ষৈঃ সৌষ্ঠৱান্বিতৈঃ ।
অলক্ষিতদ্বিজং ধীৰমুত্তমানাং স্মিতং ভৱেৎ ।।

উত্তম প্ৰকৃতিৰ লোকৰ হাঁহিত গণ্ডস্থল ঈষৎ বিকসিত হয়, আৰু কটাক্ষ সৌষ্ঠৱযুক্ত হয় । লাহেকৈ মিচিকিয়ায় মাত্ৰ, দাঁত দেখা নেযায় ।

৫৫। উৎফুল্লাননৈৰ্নেত্ৰৈস্তু গণ্ডৈৰ্বিকসিতৈৰথ ।
কিঞ্চিল্লক্ষিতদন্তং চ হসিতং তদ্বিধীয়তে ।

উৎফুল্ল মুখ, চকু আৰু বিকসিত গণ্ড সহ হয় হসিত, ইয়াত দাঁত অলপ দেখা যায় ।

৫৬। আকুঞ্চিতাক্ষিগণ্ডং যৎ সস্বৰং মধুৰং তথা ।
কালাগতং সাস্যৰাগং তদ্বৈ বিহসিতং ভৱেৎ ।।

যি হাঁহিৰ চকু আৰু গাল কেউফালে কোঁচ খায়, শুনিবলৈ ভাল লগাকৈ শব্দ হয়, মুখলৈ তেজৰ ৰং আহে আৰু যি হাঁহি অলপ সময়ৰ বাবে থাকে তাকে বিহসিত বোলে ।

৫৭। উৎফুল্লনাসিকং যত্তু জিহ্মদৃষ্টিনিৰীক্ষণম্ ।
নিকুঞ্চিতাংসকশিৰস্তচ্চোপহসিতং ভৱেৎ ।।

উপহাসিতত নাকটো ফুলি উঠে, চকুৰে কেৰাহিকৈ চায়, কান্ধ কোঁচ খায় আৰু মূৰ দোঁ খায় ।

৫৮। অস্থানহসিতং যত্র সাশ্রনেত্রং তথৈৱ চ।
উৎকম্পিতাংসকশিৰস্তচ্চাপহসিতং ভৱেৎ ।।

অপহসিতত অনাৱশ্যক হাঁহি, চকু অশ্রুপূৰ্ণ, স্কন্ধ আৰু মূৰ উৎকম্পিত হয়।

৫৯। সংৰব্ধসাশ্রনেত্রং চ ৱিক্রুষ্টস্বৰমুদ্ধতম্।
কাৰোপগূঢ়পাৰ্শ্বং চ তচ্চাতিহসিতং ভৱেৎ ।।

যেতিয়া হাঁহোতে চকুত চকুপানী ওলায়, কিন্তু সৰি নপৰে, কৰ্কশ ভাণ্ডৰ শব্দ হয় আৰু হাতেৰে নিজকে সাৱটি ধৰে তেতিয়া তাক অপহসিত বোলে।

৬০। হাস্যস্থানানি যানি স্যুঃ কাৰ্যোৎপন্নানি নাটকে।
উত্তমাধমমধ্যানামেৱং তানি প্রযোজয়েৎ ।।

নাটকত কাৰ্য্যকাৰণ অনুসৰি হবলগা উত্তম, মধ্যম আৰু অধমলোকৰ হাস্যস্থান এনে ভাৱে প্রয়োগ কৰিব।

৬১। এৱমাত্মসমুত্থশ্চ তথা পৰসমুত্থিতঃ।
দ্বিৱিধস্ত্রিপ্রকৃতিকঃ ষড়ভেদোহথ ৰসঃ স্মৃতঃ ।।

ওপৰত কোৱাৰ দৰে হাস্যৰস আত্মসম্ভূত আৰু পৰসম্ভূতভেদে দুবিধ। প্রত্যেকটো তিনিপ্রকাৰ প্রকৃতিৰ বাবে দুবিধকৈ মুঠতে ছয় প্রকাৰৰ।

## করুণ ৰস

৬২। ইষ্টৱধদর্শনাদ্বা ৱিপ্রিয়ৱচনস্য সংশ্রৱদ্বাপি।
এভির্ভাৱৱিশেষৈঃ করুণৰসো নাম সংভৱতি ।।

প্রিয়জনৰ মৃত্যু দর্শন, অপ্রিয়বাক্যশ্রৱণ আদি বিভিন্ন অনুভূতিৰ ফলত করুণৰসৰ উদ্ভৱ হয়।

৬৩। সস্বনরুদিতৈর্মোহাগমৈশ্চ পৰিদেৱিতৈর্ৱিলপিতৈশ্চ।
অভিনেয়ঃ করুণৰসো দেহায়াসাভিঘাতৈশ্চ ।।

সশব্দক্রন্দন, মূৰ্চ্ছা, পৰিবেদন, বিলাপ, দেহৰ কষ্ট বা আঘাত জনিত ক্রন্দনৰ দ্বাৰা করুণৰস অভিনেয়।

## ৰৌদ্ৰৰস

৬৪। যুদ্ধ প্রহাৰঘাতনবিকৃতচ্ছেদনৱিদাৰণৈশ্চৈৱ।
সংগ্রামসংভ্রমাদ্যৈৰেভিঃ সংজায়তে ৰৌদ্রঃ ।।

যুদ্ধত প্ৰহাৰ, হত্যা, অঙ্গবিকৃতি, অঙ্গচ্ছেদন, ভেদন, যুদ্ধত বিক্ষোভ আদিৰ দ্বাৰা ৰৌদ্ৰৰসৰ উদ্ভৱ হয়।

৬৫। নানা প্ৰহৰণমোক্ষৈঃ শিৰঃকবন্ধভুজকৰ্ত্তনৈশ্চৈৱ।
এভিশ্চাৰ্থৱিশেষৈৰস্যাভিনয়ঃ প্ৰয়োক্তব্যঃ ।।

বিভিন্ন অস্ত্ৰৰক্ষেপণ, শিৰচ্ছেদ, কবন্ধৰ সৃষ্টি আৰু হস্তচ্ছেদন আদি বিশেষকামৰ যোগেদি ৰৌদ্ৰৰসৰ অভিনয় কৰিব।

৬৬। ইতি ৰৌদ্ৰৰসো দৃষ্টো ৰৌদ্ৰবাগঙ্গচেষ্টিতঃ।
শস্ত্ৰপ্ৰহাৰভূয়িষ্ঠ উগ্ৰকৰ্মক্ৰিয়াত্মকঃ ।।

এনেদৰে ৰৌদ্ৰৰসৰ প্ৰদৰ্শন হয়। ইয়াত বাক্য, অঙ্গ আৰু কামকাজ সকলো ভীষণ। ইয়াত বেছি পৰিমাণে অস্ত্ৰাঘাত হয় আৰু গতিবিধি সকলো উগ্ৰ হয়।

## বীৰৰস

৬৭। উৎসাহাধ্যৱসায়াদৱিষাদিত্বাদৱিস্ময়ামোহাৎ।
ৱিৱিধাদৰ্থৱিশেষাদ্বীৰৰসো নাম সম্ভৱতি ।।

উৎসাহ, অধ্যৱসায়, বিষাদহীনতা, বিস্ময় আৰু মোহহীনতা এনে ধৰণৰ বিভিন্ন ভাৱবিলাকৰ পৰা বীৰৰসৰ উৎপত্তি।

৬৮। স্থিতিধৈৰ্যৱীৰ্যগৰ্বৈৰুৎসাহপৰাক্ৰমপ্ৰভাৱৈশ্চ।
ৱাক্যৈশ্চাক্ষেপকৃতৈৰ্বীৰৰসঃ সম্যগভিনেয়ঃ ।।

স্থিতি, ধৈৰ্য্য, বীৰ্য্য, গৰ্ব, উৎসাহ, পৰাক্ৰম, প্ৰভাৱ আৰু নিন্দাসূচক বাক্যৰ দ্বাৰা বীৰৰসৰ অভিনয় কৰিব লাগে।

## ভয়ানক ৰস

৬৯। বিকৃতৰৱসত্ত্বদৰ্শনসংগ্ৰামাৰণ্যশূন্যগৃহগমনাৎ।
গুৰুনৃপয়োৰপৰাধাৎ কৃতকশ্চ ভয়ানকো জ্ঞেয়ঃ ।।

বিকৃত শব্দ, ভূত-প্ৰেত আদি দেখি, সংগ্ৰাম, অৰণ্য বা শূন্যগৃহলৈ যাত্ৰা কৰাৰ ফলত, গুৰু বা ৰজাৰ ওচৰত কৰা অপৰাধৰ বাবে অথবা কৃত্ৰিম কাৰণতো ভয়ানক ৰসৰ উদ্ভৱ হয়।

৭০। গাত্ৰমুখদৃষ্টিভেদৈৰুৰুস্তম্ভাভিৱীক্ষণোদ্বেগৈঃ।
সন্নমুখশোষহৃদয়স্পন্দনৰোমোদ্গমৈশ্চ ভয়ম্ ।।

শৰীৰ, মুখ, চকুৰ বিকৃতি, উৰুৰ থৰলগা অৱস্থা, চাৰিওফালে উদ্বেগপূৰ্ণ দৃষ্টি, অৱসাদ, মুখৰ শুষ্কতা, হৃদয়স্পন্দন, আৰু ৰোমাঞ্চৰ দ্বাৰা ভয় প্ৰকাশ কৰা হয়।

৭১। এতৎ স্বভাৱজং স্যাৎ সত্ত্বসমুত্থং তথৈৱ কৰ্তৱ্যম্‌।
পুনৰেভিৰেব ভাৱৈঃ কৃতকং মৃদুচেষ্টিতৈঃ কাৰ্যম্‌ ।।

ই হ'ল স্বাভাৱিক ভয়, অন্যপ্ৰাণীৰ পৰা হোৱা ভয়ও প্ৰদৰ্শন কৰা উচিত। পুনৰ মৃদুভাৱে প্ৰদৰ্শিত উক্ত ভাৱগতিৰ দ্বাৰা কৃত্ৰিম ভয়ৰ অভিনয় কৰিব লাগে।

৭২। কৰচৰণবেপথুস্তম্ভগাত্ৰসংকোচ হৃদয় প্ৰকম্পেন।
শুষ্কৌষ্ঠতালুকণ্ঠৈৰ্ভয়ানকো নিত্যমভিনেয় ।।

হাত-ভৰিৰ কঁপনি আৰু অৱশতা, দেহৰ সংকোচন, হৃদয়ৰ কম্পন, শুকান ওঁঠ, তালু আৰু কণ্ঠৰ যোগেদি ভয়ানক ৰসৰ অভিনয় কৰিব।

## বীভৎস ৰস

৭৩। অনভিমতদৰ্শনেন চ ৰসগন্ধস্পৰ্শশব্দদোষৈশ্চ।
উদ্বেজনৈশ্চ বহুভিৰ্বীভৎসৰসঃ সমুদ্ভৱতি ।।

অপ্ৰিয় বস্তু দৰ্শন, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দৰ দোষ আৰু বিভিন্ন ধৰণৰ উদ্বেগজনক কাৰ্যৰ দ্বাৰা বীভৎসৰসৰ উদ্ভৱ হয়।

৭৪। মুখনেত্ৰবিকূণনয়া নাসাপ্ৰচ্ছাদনাৱনমিতাস্যৈঃ।
অব্যক্তপাদপতনৈ-ৰ্বীভৎসঃ সম্যগভিনেয় ।।

বীভৎসৰসত চকু মুখৰ সংকোচন, নাসিকাৰ আচ্ছাদন, অৱনত মুখ আৰু অব্যক্ত পাদচালন আদিৰ অভিনয় কৰিব লাগে।

## অদ্ভুত ৰস

৭৫। যত্ত্বতিশয়াৰ্থযুক্তং ৱাক্যং শীলং চ কৰ্ম ৰূপং চ।
অভিনস্তুৰ্থৱিশেষৈ ৰসোহদ্ভুতো নাম বিজ্ঞেয়ঃ ।।

অতিশয় উক্তি, বাক্য, চৰিত্ৰ, কৰ্ম আৰু ৰূপৰ আতিশয্য এনে বিশেষ কাৰ্যকলাপৰ দ্বাৰা অদ্ভুতৰসৰ উদ্ভৱ হয়।

৭৬। স্পৰ্শগ্ৰহোল্লুকসনৈৰ্হাহাকাৰৈশ্চ সাধুৱাদৈশ্চ।
ৱেপথুগদ্‌গদৱচনৈঃ স্বেদাদ্যৈৰভিনয়স্তস্য ।।

ওচৰৰ এজনক স্পৰ্শ কৰা বা সাৱটি ধৰা, আনন্দেৰে দেহৰ ওপৰভাগ বিভিন্নভাৱে

লৰোৱা কাৰ্য্য, হা হা ৰৱ, প্ৰশংসা বাক্য, গাৰ কঁপনি, গদ্‌গদ্ বাক্য, ঘাম আদিৰ দ্বাৰা অদ্ভুত ৰসৰ অভিনয় কৰিব।

৭৭। শৃঙ্গাৰং ত্ৰিৱিধং ৱিদ্যাদ্ ৱাঙ্‌নেপথ্যক্ৰিয়াত্মকম্।
অঙ্গনেপথ্যৱাক্যৈশ্চ হাস্যৰৌদ্ৰৌ ত্ৰিধা স্মৃতৌ।

শৃঙ্গাৰ ৰস তিনিবিধ। বাক্যগত, বেশগত আৰু ক্ৰিয়াগত। হাস্য আৰু ৰৌদ্ৰ ৰসো তিনিবিধ। অঙ্গগত, বেশগত আৰু বাক্যগত।

৭৮। ধৰ্মোপঘাতজশ্চৈৱ তথা ত্বপচয়োদ্ভৱঃ।
তথা শোককৃতশ্চৈৱ কৰুণস্ত্ৰিবিধঃ স্মৃতঃ।

কৰুণৰস তিনিবিধ। ধৰ্মহানিজাত, ক্ষয়জাত আৰু শোকজাত।

৭৯। দানৱীৰং ধৰ্মৱীৰং যুদ্ধৱীৰং তথৈৱ চ।
ৰসং ৱীৰমপি প্ৰাহুৰ্ব্ৰহ্মাত্ৰিৱিধমেৱ হি।।

অভিজ্ঞসকলে বীৰৰসক তিনিভাগত বিভক্ত কৰিছে। দানবীৰ, ধৰ্মবীৰ আৰু যুদ্ধবীৰ।

৮০। ব্যাজাচ্চৈৱাপৰাধাচ্চ ৱিত্ৰাসিতকমেৱ চ।
পুৰ্নভয়ানকং চাপি ৱিদ্যাৎ ত্ৰিৱিধমেৱ চ।।

ভয়ানক ৰসকো তিনিবিধ বুলি জানিব: কৃত্ৰিম, অপৰাধহেতুক, ভয়জনিত।

৮১। ৱীভৎসঃ ক্ষোভজঃ শুদ্ধ উদ্বেগী স্যাৎ তৃতীয়কঃ।
ৱিষ্ঠাকৃমিভিৰুদ্বেগী ক্ষোভজো ৰুধিৰাদিজঃ।।

বীভৎস ৰস তিনিবিধ। ক্ষোভজ, শুদ্ধ আৰু উদ্বেগী। বিষ্ঠা, ক্ৰিমি আদি দেখাৰ ফলত হয় উদ্বেগী আৰু তেজ আদি দেখাৰ ফলত হয় ক্ষোভজ।

৮২। দিৱ্যশ্চানন্দজশ্চৈৱ দ্বিধা খ্যাতোহদ্ভুতো ৰসঃ।
দিৱ্যদৰ্শনজো দিৱ্যো হৰ্ষাদানন্দজঃ স্মৃতঃ।।

অদ্ভুতৰস দুবিধ। দিব্য আৰু আনন্দোত্থ। দিব্য কাৰ্য্য বা বস্তু দৰ্শনত দিব্য আৰু আনন্দৰ পৰা হলে আনন্দোত্থ।

৮৩। এৱমেতে ৰসা জ্ঞেয়াস্ত্বষ্টৌ লক্ষণলক্ষিতাঃ।
অত উৰ্দ্ধং প্ৰৱক্ষ্যামি ভাৱানামপি লক্ষণম্।

এনে লক্ষণৰ দ্বাৰা চিনিব পৰা ৰস আঠ প্ৰকাৰ বুলি কোৱা হ'ল, ইয়াৰ পিচত ভাৱবিলাকৰ লক্ষণৰ কথা কোৱা হ'ব।

**ৰসবিকল্প নামক ষষ্ঠ অধ্যায় সমাপ্ত**

# সপ্তম অধ্যায়

## ভাৱব্যঞ্জক

### ভাৱৰ সংজ্ঞা ।

ভাৱানিদানীং ব্যাখ্যাস্যামঃ । অত্রাহ-ভাৱা ইতি
কস্মাৎ । কিংভৱন্তীতি ভাৱাঃ কিংৱা ভাৱয়ন্তী তি ভাৱাঃ ।
উচ্যতে- ৱাগঙ্গসত্ত্বোপেতান্ কাৱ্যার্থান্ ভাৱয়ন্তীতি ভাৱা ইতি ।

ভূ ইতি কৰণে ধাতুস্তথা চ ভাৱিতং ৱাসিতং কৃত-সিত্যর্থান্তৰম, । লোকেহপি চ প্রসিদ্ধম । অহো হ্যনেন গন্ধেন ৰসেন ৱা সর্ব্বমেৱ ভাৱিতমিতি । তচ্চ ব্যাপ্তার্থম্ । শ্লোকাশ্চাত্র –

এতিয়া ভাববিলাকৰ বিষয়ে ব্যাখ্যা আগ বঢ়াম । এই খিনিতে প্রশ্ন হ'ল – ভাবক কিয় ভাব বোলে ? এই বিলাক হয় বা আছে (ভৱান্তি) বাবেই ভাব, নে আনক ভবাই তোলে (ভাৱয়ন্তি) কাৰণে ভাব ? উত্তৰত কৈছে– বাচিক, আঙ্গিক আৰু সাত্ত্বিক অভিনয় বিষয়ক কাব্যৰ অৰ্থসমূহৰ বিষয়ে ভবাই তোলে বাবেই ইহঁত ভাব ।

ভূধাতুৰ অৰ্থ কৰা । কিন্তু আনক ভাবিত ( প্ৰভাৱিত) বা বাসিত (গন্ধযুক্ত) কৰি তোলাটোও ইয়াৰ আন এটা অৰ্থ । মানুহৰ সাধাৰণ কথা-বতৰাতো এনে অৰ্থ জনাজাত । 'আও, এই গন্ধটোৱে (বা সোৱাদটোৱে) দেখোন সকলো ভাবিত (প্ৰভাৱিত-সামৰি লোৱা) কৰি পেলালে ।" ইয়াত ভূ ধাতুক বিয়পি পৰা অৰ্থত ব্যৱহাৰ কৰিছে । এই বিষয়ে কেইটা মান শ্লোক আছে –

১। ৱিভাৱৈৰেৰাহৃতো যোহৰ্থস্ত্বনুভাৱেন গম্যতে ।
ৱাগঙ্গসত্ত্বাভিনয়ৈঃ স ভাৱ ইতি সংজ্ঞিতঃ ।।

যি বিষয়, বাচিক, আঙ্গিক আৰু সাত্ত্বিক অভিনয়ৰ সহায়ত হোৱা বিভাৱৰ দ্বাৰা নিষ্পাদিত আৰু অনুভাৱৰ দ্বাৰা জ্ঞাত হয় তাকে ভাৱ বোলে ।

২। ৱাগঙ্গমুখৰাগৈশ্চ সত্ত্বেনাভিনয়েন চ ।
কৱেৰন্তৰ্গতং ভাৱং ভাৱয়ন্ ভাৱ উচ্যতে ।।

বাক্য, অঙ্গভঙ্গী, মুখৰাগ আৰু সাত্ত্বিক অভিনয়ৰ দ্বাৰা কবিৰ (নাট্যকাৰৰ) মনৰ ভাব সম্বন্ধে দৰ্শকক ভবায় কাৰণে ইয়াক ভাব বোলা হয় ।

৩। নানাভিনয়সম্বন্ধান্ ভাৱয়ন্তি ৰসানিমান্ ।
যস্মাত্তস্মাদমী ভাৱা ৱিজ্ঞেয়া নাট্যযোক্তৃভিঃ ।।

নানা অভিনয়ৰ সৈতে সম্বন্ধথকা এই ৰসবোৰক যিহেতু ইইঁতে ভবায় সেইবাবে ইইঁতক নাট্যবিদ সকলে ভাব বোলে।

## বিভাৱৰ সংজ্ঞা

অৰ্থ ৱিভাৱ ইতি কস্মাৎ । উচ্যতে-ৱিভাবো ৱিজ্ঞানাৰ্থঃ ৱিভাৱঃ কাৰণং নিমিত্তং হেতুৰিতি পৰ্যায়াঃ । ৱিভাৱ্যন্তেহনেন ৱাগঙ্গসত্ত্বাভিনয়া ইত্যতো ৱিভাৱঃ য়দা ৱিভাৱিতং ৱিজ্ঞাতমিত্যনৰ্থান্তৰম ।

অত্ৰ শ্লোকঃ –

তাৰ পিছত প্ৰশ্ন হ'ল বিভাবক কিয় বিভাব বোলে ? ক'লে বিভাৰ হ'ল সেইটো যিটোৱে বিজ্ঞাপিত কৰে । কাৰণ, নিমত্ত আৰু হেতু ও বিভাবৰ সৈতে সমাৰ্থক শব্দ । ইয়াৰ দ্বাৰা বাচিক, আঙ্গিক আৰু সাত্ত্বিক অভিনয় বুজিব পৰা হয়, সেইবাবে ইয়াক বিভাব বোলা হয় । উদাহৰণ স্বৰূপে "ৱিভাৱিতং" পদৰ অৰ্থ "ৱিজ্ঞাতং" পদৰ অৰ্থতকৈ বেলেগ নহয় । এই বিষয়ে শ্লোকটো এনে –

৪। বহৱোহৰ্থা ৱিভাব্যন্তে ৱাগঙ্গাভিনয়াশ্ৰিতা ঃ ।
অনেন য়স্মাত্তেনায়ং ৱিভাৱ ইতি সংজ্ঞিতঃ ।।

যিহেতু বাচিক আৰু আঙ্গিক অভিনয়আশ্ৰিত অনেক অৰ্থ ইয়াৰ সহায়ত অনুভৱযোগ্য হয়, সেইবাবে ইয়াক বিভাৱ বোলে ।

## অনুভাৱ

অনুভাবক কিয় অনুভাব বোলা হয় ? কৈছে – বাচিক, আঙ্গিক আৰু সাত্ত্বিক অভিনয় ইয়াৰ দ্বাৰা অনুভব কৰিব পৰা হৈ উঠে সেয়ে ইয়াক অনুভাব বোলে । এই বিষয়ে শ্লোকটো হ'ল –

৫। ৱাগঙ্গাভিনয়েনেহ যতস্ত্বৰ্থোহনুভাৱ্যতে ।
বাগঙ্গোপাঙ্গসংযুক্তস্ত্বনুভাৱস্ততঃ স্মৃতঃ ।।

যিহেতু বাচিক আৰু আঙ্গিক অভিনয়ৰ দ্বাৰা বিষয়টো অনুভাৱিত হয়, সেইবাবে বাক্য, অঙ্গ আৰু উপাঙ্গৰ লগত জড়িত এই ভাৱক অনুভাৱ বোলে ।

এৱং তে ৱিভাৱানুভাৱসংযুক্তা ভাৱা ইতি ব্যাখ্যা তাঃ । অতো য়েষাং ভাৱানাং সিদ্ধিৰ্ভৱতি । তস্মাদেষাং ভাৱানাং ৱিভাৱানুভাৱসংযুক্তানাং লক্ষণ নিদৰ্শনান্যভিব্যাখ্যাস্যামঃ । অত্ৰ ৱিভাৱানুভাৱৌ লোক প্ৰসিদ্ধৌ । লোক

স্বাভাৱানুগতত্বাচ্চ তয়োৰ্লক্ষণং নোচ্যতে নোচ্যতেতি প্ৰসঙ্গনিবৃত্ত্যৰ্থম্ । ভৱতি চাত্ৰ শ্লোকঃ –

এইদৰেই ভাববিলাক যে বিভাব আৰু অনুভাবৰ লগত জড়িত সেই কথা ব্যাখ্যা কৰা হ'ল । এই দৰেই এই ভাববিলাকৰ সিদ্ধি (প্ৰকাশ) হয় । সেইবাবেই এই বিভাব আৰু অনুভাবৰ লগত জড়িত ভাববিলাকৰ লক্ষণ (সংজ্ঞা- বিবৰণ স্বৰূপ কথন) আৰু উদাহৰণ বিলাকৰ ব্যাখ্যা কৰিম । পিছে বিভাব আৰু অনুভাব জনসমাজত জনাজাত বস্তু । মানুহৰ স্বভাব অনুসৰিয়েই বিভাব আৰু অনুভাৱৰ লক্ষণ হয় । গতিকে অপ্ৰয়োজনীয় বুলি ভাবি বেলেগে সিহঁতৰ লক্ষণৰ বিষয়ে কোৱা নহ'ল । আৰু এই বিষয়েও এটা শ্লোক আছে –

৬। লোকস্বভাৱসংসিদ্ধা লোকযাত্ৰানুগামিনঃ ।
অনুভাৱা ৱিভাৱাশ্চ জ্ঞেয়াস্ত্বভিনয়ে বুধৈঃ ।।

পণ্ডিত সকলে, মানুহৰ স্বভাৱসিদ্ধ, আৰু লোক ব্যৱহাৰৰ অনুগামী অনুভাৱ আৰু বিভাৱবোৰ অভিনয়ৰ সহায়ত জানিব পাৰে ।

তত্ৰাষ্টৌ ভাৱা স্থায়িনঃ ত্ৰয়স্ত্ৰিংশদ্ ব্যভিচাৰিণঃ । অষ্টৌ সাত্ত্বিকা ইতি ভেদাঃ এৱমেতে কাব্যৰসাভিব্যক্তি হেতৱ একোনপঞ্চাশদ্ ভাৱাঃ প্ৰত্যৱগন্তব্যাঃ । এভ্যশ্চ সামান্যগুণ যোগেন ৰসা নিষ্পদ্যন্তে । অত্ৰ শ্লোকঃ –

ভাৱৰ ভিতৰত আঠটা স্থায়ী ভাৱ । তেত্ৰিশটা ব্যভিচাৰী ভাব আৰু আঠটা সাত্ত্বিক ভাব । এই দৰে এই উনপঞ্চাশটাই কাব্যৰ ৰস ফুটি ওলোৱাৰ কাৰণৰূপে থকা ভাব বুলি বুজিবা । এই বিলাকৰ কোনোটো প্ৰধান কোনোটো অপ্ৰধান ৰূপে থাকি সংযোগ ঘটে তাৰ পৰাই ৰস ফুটি ওলায় । এই বিষয়ৰ শ্লোকটো হ'ল –

৭। যোঽৰ্থো হৃদয়সংৱাদী ত্য ভাৱো ৰসোদ্ভৱঃ ।
শৰীৰং ব্যাপতে তেন শুষ্কং কাষ্ঠমিৱাগ্নিনা ।।

নিজৰ হৃদয়ৰ ভাৱৰ লগতে মিল থকা ভাবৰ অনুভূতিৰ উদ্ভৱ ৰসৰ পৰাই হয় । তেনে অনুভূতিয়ে, অগ্নিয়ে শুকান কাঠক আগুৰি ধৰাৰ দৰে শৰীৰটোতে বিয়পি পৰে ।

অত্ৰাহ– য়দি কাব্যাৰ্থ সংশ্ৰিতৈৰ্ৱিভাৱানুভাৱৱ্যঞ্জিতৈৰেকোন পঞ্চাশদ্ভাৱৈঃ সামান্যগুণপ্ৰয়োগেনাভি নিষ্পদ্যন্তে ৰসাস্তৎকথং স্থায়িন এৱ ভাৱা ৰসত্বমাপ্নুৱন্তি । উচ্যতে– য়থা হি সমানলক্ষণাস্তুল্য পানিপাদোদৰ শৰীৰাঃ সমানাঙ্গপ্ৰত্যঙ্গা অপি পুৰুষাঃ কুলশীল ৱিদ্যাকৰ্মশিল্প ৱিচক্ষণত্বাদ্ ৰাজত্বমাপ্নুৱন্তি তত্ৰৈৱ চান্যেঽল্পবুদ্ধয়স্তেষামেৱানুচৰা ভৱন্তি তথা ৱিভাৱানুভাৱব্যভিচাৰিণঃ স্থায়িভাৱানুপাশ্ৰিতা

ভৱন্তি । বহ্বাশ্ৰিতত্বাৎ স্বামিভূতাঃ স্থায়িনো ভাৱাঃ তদ্বৎস্থানীয়পুৰুষগুণভূতা অন্যে ভাৱাস্তান, গুণুতয়া শ্ৰয়ন্তে । স্থায়িভাবা ৰসত্বমাপ্নুৱন্তি । পৰিজনভূতা ব্যাভিচাৰিণো ভাৱাঃ অত্ৰাহ কো দৃষ্টান্ত ইতি । য়থা নৰেন্দ্ৰো বহুজন পৰিৱাৰোহপি স এৱ নাম লভতে নান্যঃ সুমহানপি পুৰুষঃ তথা ৱিভাৱানুভাৱব্যভিচাৰি পৰিবৃতঃ স্থায়ী ভাৱো ৰসনাম লভতে । ভৱতি চাত্ৰ শ্লোকঃ -

এই খিনিতে প্ৰশ্ন উঠিছে - যদি কাব্যৰ অৰ্থক আশ্ৰয় কৰি থকা বিভাব অনুভাব আদি উনপঞ্চাশবিধ ভাবৰ প্ৰধান আৰু অপ্ৰধান ভাবে থাকি সংযোগ ঘটিলেই ৰস ফুটি ওলায় তেনে হ'লে স্থায়ী ভাব সমূহেই ৰস হয় বুলি কিয় ক'লে ? উত্তৰত কৈছে - যেনেকৈ একেটা (মানুহৰ) লক্ষণ যুক্ত, একে হাত, ভৰি, পেট, শৰীৰ থকা, সমান সংখ্যক অঙ্গ প্ৰত্যঙ্গ যুক্ত মানুহ হৈয়ো যিবিলাকৰ ভাল বংশ, চৰিত্ৰ, বিদ্যা, কাম আৰু শিল্পৰ ক্ষেত্ৰত থকা বিচক্ষণতা আছে সেইবিলাক হে ৰজা হ'ব পাৰে । আন কিছুমানে আকৌ বুদ্ধি কম হোৱা বাবেই সেই ৰজা বিলাকৰে অনুচৰ হয়, তেনে দৰেই বিভাব, অনুভাব আৰু ব্যভিচাৰি ভাব বিলাকে স্থায়িভাববিলাকক আশ্ৰয় কৰি থাকে । বহুতে সিহঁতক আশ্ৰয় কৰি থাকে বাবে স্থায়ী ভাববিলাক গৰাকীৰ নিচিনা । তেনে দৰেই অনুচৰবিলাকৰ নিচিনা আন ভাব বিলাকে গৌণ স্থান অধিকাৰ কৰি স্থায়িভাববিলাকক আশ্ৰয় কৰি থাকে । স্থায়িভাববিলাকেই ৰসৰ ৰূপ পায় । ব্যভিচাৰি ভাব বিলাক পৰিয়ালৰ আন মানুহবিলাকৰ নিচিনা । প্ৰশ্ন হ'ল - এই বিষয়ত কি দৃষ্টান্ত আছে ? যেনেকৈ বহুতো পৰিয়ালৰ মানুহ থাকিলেও নাম কেৱল ৰজাৰ হে হয় আন কোনোবা শকত আবত মানুহ থাকিলেও তেওঁৰ নাম নহয় তেনে দৰে বিভাব, অনুভাব আৰু ব্যভিচাৰিভাবে আগুৰি থাকিলেও স্থায়ীভাবটোৱেই ৰসৰ নাম পায় । এই বিষয়ে এটা শ্লোকো আছে

৮। যথা নৰাণাং নৃপতিঃ, শিষ্যানাং চ যথা গুৰুঃ ।
এৱং হি সৰ্বভাৱানাং ভাৱঃ স্থায়ী মহানিহ ।।

মানুহৰ মাজত ৰজা আৰু শিষ্যৰ মাজত গুৰু যেনেকৈ শ্ৰেষ্ঠ, সেইদৰে সকলোভাৱৰ মাজত স্থায়ীভাৱ শ্ৰেষ্ঠ ।

লক্ষণংখলু পূৰ্ৱমভিহিতমেষাং ৰসসংজ্ঞকানাম্ । ইদানীং ভাৱসামান্যলক্ষণমভিধাস্যামঃ । অত্ৰ স্থায়িভাৱান্ ৱক্ষ্যামঃ - ৰতিৰ্নাম প্ৰমোদাত্মিকা ঋতুমাল্যানুলেপনাভৰণ ভোজনবৰভৱানানুভৱনাপ্ৰাতিকূল্যাদিভিৰ্বি ভাৱৈঃ সমুৎপদ্যতে । তামভিনয়েৎ স্মিতৱদনমধুৰকথনভ্ৰূক্ষেপকটাক্ষদিভিৰনুভাৱৈঃ অত্ৰ শ্লোক ঃ-

এই ৰস বিলাকৰ লক্ষণ পূৰ্বতেই কৈ আহিছো । এতিয়া ভাববিলাকৰ লক্ষণ ক'ম । তাকে স্থায়িভাব বিলাকৰ কথা (প্ৰথমে) কওঁ- ৰতি স্থায়িভাব হ'ল মনৰ আহ্লাদস্বৰূপ । (বসন্ত) ঋতু, মালা, চন্দন, অলংকাৰ, ভাল খোৱা বস্তু, ধুনীয়া

বাসস্থান আদিৰ সম্পৰ্কত আৰু অনুকূল অৱস্থা আদিৰ ফলত জাগি উঠা ভাৱৰ ফলত ৰতিৰ উদ্ভৱ হয় । মিচিকিয়া হাঁহি, মিঠা মাত, ভ্ৰূক্ষেপ, কটাক্ষ আদি অনুভাবৰ সহায়ত তাৰ অভিনয় কৰিব লাগে । এই বিষয়ৰ শ্লোকটো হ'ল –

৯। ইষ্টাৰ্থৱিষয় প্ৰাপ্ত্যা ৰতিঃ সমুপজায়তে ।
সৌমাত্বাদাভিনেয়া সা ৱাঙ্মাধুৰ্য্যাঙ্গচেষ্টিতৈঃ ।।

প্ৰিয় বিষয় লাভ হলে ৰতি উৎপন্ন হয় প্ৰীতিদায়ক হোৱা বাবে তাৰ অভিনয় মধুৰ বাক্য আৰু অঙ্গভঙ্গীৰে হ'ব লাগে ।

হাসো নাম– পৰচেষ্টানুকৰণকুহকাসম্বন্ধপ্ৰলাপপেৰোভাগ্য মৌৰ্খ্যদিভিভীৰৈঃ সমুৎপদ্যতে । তমভিনয়েৎ পূৰ্বৌক্তৈৰ্হসিতাদিভিৰনুভাৱৈঃ । ভৱতি চাত্ৰ শ্লোকঃ – আনৰ কামৰ অনুকৰণ, শৰীৰৰ বিশেষ বিশেষ অঙ্গত স্পৰ্শ, লাগবান্ধ নোহোৱা কথা, আনৰ দোষ চকুত পৰা, আনৰ মূৰ্খতা আদি বিভাবৰ ফলত হাস নামৰ স্থায়িভাবৰ উদ্ভৱ হয় । পূৰ্বে কৈ অহা হসিত আদি অনুভাৱৰদ্বাৰা তাৰ অভিনয় কৰিব লাগে এই বিষয়ে শ্লোকো আছে ।–

১০। পৰচেষ্টানুকৰণাদ্ধাসঃ সমুপজায়তে ।
স্মিতহাসাতিহাসিতৈৰভিনেয়ঃ স পণ্ডিতৈঃ ।।

আনৰ কাৰ্য্য অনুকৰণৰ পৰা হাঁহি উঠে । স্মিত, হাস আৰু অতিহসিতৰ দ্বাৰা জ্ঞানীলোকে তাৰ অভিনয় কৰে ।

শোকো নাম ইষ্টজনৱিয়োগৱিভৱনাশৱধবন্ধদুঃখানুভৱনাদিভিভীৰৈঃ সমুৎপদ্যতে । তস্যাস্ৰপাত পৰিদেৱিতৱিলপিতবৈৱৰ্ণ্য স্বৰভেদস্ৰস্ত গাত্ৰতাভূমিপতন সস্বনৰুদিতাক্ৰন্দিত দীৰ্ঘনিঃশ্বসিত জড়তোন্মাদমোহমৰণদিভিৰনুভাৱৈৰভিনয়ঃ প্ৰয়োক্তব্যঃ । ৰুদিতমত্ৰ ত্ৰিৱিধম- আনন্দজমাৰ্তিজমীৰ্ষা সমুদ্ভৱং চেতি । ভৱান্তি চাত্ৰাৰ্যাঃ –

ইষ্ট (ভালপোৱা) জনৰ বিয়োগ, সম্পত্তিৰ নাশ, বধ, বন্ধন, দুঃখৰ অনুভৱ আদি বিভাবৰ ফলত শোকৰ উৎপত্তি হয় । চকুৰ পানী ওলোৱা, শোকৰ কথা কোৱা, বিলাপ, শেতা পৰা, মাত ভাগি যোৱা, হাত ভৰি আচাৰা, মাটিত বাগৰি পৰা, শব্দ কৰি কন্দা, ডাঙৰকৈ হাঁয়ে বিয়ে কৰি কন্দা, দীৰ্ঘনিঃশ্বাস, এলাহ, পগলাৰ দৰে হোৱা, অচেতন হোৱা, মৰাৰ দৰে হোৱা আদি অনুভাবৰ সহায়েৰে তাৰ অভিনয় কৰিব লাগে । কান্দোন আকৌ তিনিবিধ । আনন্দৰ পৰা হোৱা, কষ্টৰপৰা হোৱা আৰু ঈৰ্ষাৰ পৰা হোৱা । এই বিষয়ে আৰ্যা ছন্দৰ শ্লোক আছে–

১১। হৰ্ষোফুল্লকপোলং সানুস্মৰণং চ ৰাগনিভৃতাস্ৰম্ ।
ৰোমাঞ্চাঞ্চিতগাত্ৰং ৰোদনমানন্দজং ভৱতি ।।

আনন্দত কান্দোন ওলালে হৰ্ষত গাল ফুলি উঠে মনত পৰা কথা মুখৰ পৰা ওলাই আহে, চকুৰ পানী চকুত পৰাকৈ ওলাই আহে, দেহ ৰোমাঞ্চিত হয় আৰু কোচ খাই যায়।

১২। পৰ্য্যাস্তৰিমুক্তাস্রং সস্বনমস্বস্থগাত্ৰগতিচেষ্টম্।
ভূমিনিপাতিত চেষ্টিত ৱিলপিতমিত্যাৰ্ত্তিজং ভৱতি ॥

দুখজনিত ক্ৰন্দনত অশ্ৰু ধাৰেৰে বয়, শব্দ হয়, দেহ অসুস্থ হয়, দেহৰ গতি আৰু কৰ্ম্ম অস্থিৰ হয়, মাটিত বাগৰি হাত ভৰি আচাৰে।

১৩। প্ৰস্ফুৰিতৌষ্টকপোলং সশিৰঃকম্পং তথা সনিঃশ্বাসম্।
ভ্ৰকুটীকটাক্ষকুটিলং স্ত্ৰীণামীৰ্ষাকৃতং ভৱতি ॥

তিৰোতাৰ ঈৰ্ষাজনিত ক্ৰন্দনত ওঁঠ কঁপে, গণ্ডস্থল কঁপে মস্তক কঁপে, দীৰ্ঘশ্বাস, ভ্ৰকুটী আৰু কটাক্ষ দেখা যায়।

১৪। স্ত্ৰীনীচপ্ৰকৃতিঃ হ্যেষ শোকো ৱ্যসনসংভৱঃ।
ধৈৰ্যেনোত্তমমধ্যানাং নীচানাং ৰুদিতেন চ ॥

বিপদৰ সময়ত স্ত্ৰী আৰু নীচ প্ৰকৃতিৰ লোকৰ এই শোক দেখা যায়। ইয়াত উত্তম আৰ মধ্যম প্ৰকৃতিৰ লোকৰ ধৈৰ্য্য থাকে আৰু নীচপ্ৰকৃতিৰ লোকৰ ক্ৰন্দনহে দেখা যায়।

ক্ৰোধো নাম আধৰ্ষণাক্ৰুষ্টকলহ ৱিৱাদ প্ৰতিকূলাদিভিৰ্ৱিভাৱৈঃ সমুৎপদ্যতে। অস্য ৱিকৃষ্ট নাসাপুটোদ্বৃত্তনয়ন সন্দষ্টৌষ্ঠ পুটগণ্ড স্ফুৰণাদিভিৰণুভাৱৰভিনয়। প্ৰয়োক্তব্যঃ।

সাৰি যাব নোৱাৰাকৈ ধৰা, গালি পৰা, মাৰপিট কৰা, কাজিয়া কৰা, বিৰোধ আচৰণ কৰা আদি বিভাগৰ ফলত ক্ৰোধৰ উৎপত্তি হয়। নাক ফুলা, চকু ঘোপা কৰা, ওঠ কামোৰা, গাল ফুলুৱা আদি অনুভাৱৰ দ্বাৰা ইয়াৰ অভিনয় কৰিব লাগে।

১৫। ৰিপুজো গুৰুজশ্চৈৱ প্ৰণয়ি প্ৰভৱস্তথা।
ভৃত্যজঃ কৃতকশ্চেতি ক্ৰোধঃ পঞ্চবিধং স্মৃতঃ ॥

ক্ৰোধ পাঁচপ্ৰকাৰৰ শত্ৰুজাত, গুৰুজাত, প্ৰণয়ীজাত, ভৃত্যজাত আৰু কৃত্ৰিম।
অত্ৰাৰ্যা ভৱন্তি –
এই বিষয়ত আৰ্যা ছন্দৰ শ্লোক আছে –

১৬। ভ্ৰুকুটীকুটিলোৎকটমুখসন্দষ্টৌষ্ঠঃ স্পৃশন্ কৰেণকৰম্।
ধৃষ্টভুজশিখৰৱাক্যঃ শত্ৰোৰ্ৱিনিয়ন্ত্ৰণং কুপ্যেৎ ॥

শত্ৰুদমনৰ বাবে কোপ প্ৰকাশ কৰোঁতে মুখ ভ্ৰুকুটি কুটিল আৰু কদাকাৰ হয়, সন্দষ্ট ওঁঠ কামোৰে এহাতে আনটো হাতত মুঠি মাৰি ধৰে, হাত দাংখাই উঠে, চুলি থিয় হয় আৰু বুকুখন ফুলি উঠে ।

১৭। কিঞ্চিদৱাঙ্মুখদৃষ্টিঃ কিঞ্চিৎস্বেদাপমাৰ্জনপৰশ্চ ।
অব্যক্তোল্বনচেষ্টো গুৰৌ ৱিনয়যন্ত্ৰিতো ক্ৰুদ্ধ্যেৎ ।।

একো কথা নকৈ কেৱল চকুৰ দৃষ্টি দি, অলপ ঘাম মচিবৰ চেষ্টা কৰি আন শাৰীৰিক একো উগ্ৰতা নেদেখুৱায়, বিনয় ভাবৰ দ্বাৰা নিয়ন্ত্ৰিত হৈ থকা জনে গুৰুজনৰ প্ৰতি খং উঠাৰ অভিনয় কৰিব ।

১৮। অন্নতৰপ্ৰৱিচাৰো ৱিকিৰন্নশ্ৰুণ্যপাঙ্গৱিক্ষেপৈঃ ।
সভ্ৰুকুটীস্ফুৰদোষ্ঠঃ প্ৰণয়াভিগতাং প্ৰিয়াং ক্ৰুধ্যেৎ ।।

প্ৰণয়ঘটিত কথাত প্ৰিয়াৰ প্ৰতি ক্ৰোধ দেখুৱাবলৈ নিচেই সামান্য কথা ক'ব । চকুৰে কেৰাহী কৈ চাব, কপালৰ গাঁঠি থুপ খাব আৰু ওঁঠ কঁপিব ।

১৯। যঃ পৰিজনে তু ৰোষস্তৰ্জননিৰ্ভৎসনাক্ষিৱিস্তাৰৈঃ ।
ৱিপ্ৰেক্ষণৈশ্চ ৱিৱিধৈস্তস্যাভিনয়ঃ প্ৰযোক্তব্যঃ ।।

পৰিজনৰ প্ৰতি য়ে কোপ তাৰ অভিনয়ত তৰ্জন কৰিব ভৰ্ৎসনা কৰিব, আৰু চকু বিস্ফাৰিত কৰি যেনিয়ে তেনিয়ে দৃষ্টিপাত কৰিব ।

২০। কাৰণমপেক্ষমাণঃ প্ৰায়েণায়াসলিঙ্গসংযুক্তঃ ।
উভয়ৰসান্তৰচৰী কাৰ্যঃ কৃতকো ভৱেদ্ৰোষঃ ।।

কৃত্ৰিম ক্ৰোধ কোনো কাৰণত প্ৰকাশ কৰিবলগা হলে, অধিক পৰিমাণৰ শ্ৰমৰচিন থাকিব, দেখাত কোনো কাৰণ নেথাকিব আৰু এই ক্ৰোধ হব উভয় ৰসৰ মধ্যবৰ্তী ।

## উৎসাহ

উৎসাহো নাম উত্তৰ প্ৰকৃতিঃ । স চাৱিষাদশক্তি ধৈৰ্যশৌৰ্যাদিভিৰ্ৱিভাৱৈৰুৎপদ্যতে । তস্য ধৈৰ্য ত্যাগৱৈশাৰদ্যাদিভিৰনুভাৱৈৰভিনয়ঃ প্ৰয়োক্তিব্যঃ ।

উৎসাহ হ'ল উত্তম প্ৰকৃতিৰ লোকৰ গুণ । বিষাদৰ অভাব, শক্তি, ধৈৰ্য, শৌৰ্য (সাহস) আদি বিভাবৰদ্বাৰা এই স্থায়িভাবৰ উৎপত্তি হয় । ধৈৰ্য, ত্যাগ, নিপুণতা আদি অনুভাবৰদ্বাৰা তাৰ অভিনয় কৰিব লাগে ।

২১। অসম্মোহাদিভির্ব্যক্তো ব্যৱসায়নয়াত্মকঃ ।
উৎসাহস্তভিনেয়োহসাৱ প্রমাদক্রিয়াদিভিঃ ।।

অসংমোহ (বুদ্ধিভ্রংশ নোহোৱা) প্রভৃতিৰ দ্বাৰা প্রকাশিত উৎসাহৰ মূল হ'ল প্রয়াস আৰু নীতি জ্ঞান, অপ্রমাদী কামেৰে ইয়াৰ অভিনয় কৰিব ।

ভয়ং নাম স্ত্রীনীচপকৃতিকম্ । গুৰুৰাজাপৰাধশ্বাপদশূন্যাগাৰাটৱীপর্ৱতগহণ গজাহিদর্শন নির্ভৎসনকান্তাৰ দুর্দিন নিশান্ধকাৰোলূক নক্তঞ্চৰাৰাৱশ্রৱণাদিভিভাৱৈঃ সমুৎপদ্যতে । তস্য প্রকম্পিতকৰচৰণহৃদয়কম্পনস্তম্ভ মুখ শোষজিহ্বাপৰিলেহন স্বেদৱেপথুত্রাস পৰিত্রাণান্বেষণ ধাৱনোৎক্রুষ্টাদিভিৰনুভাৱৈৰভিনয়ঃ প্রয়োক্তব্যঃ । অত্র শ্লোকাঃ – ভয় স্থায়িভাৱটো তিৰোতা আৰু নীচ লোকৰ স্বভাৱ । গুৰু বা ৰজাৰ ওচৰত কৰা অপৰাধ, হিংস্র জন্তু, শূন্য গৃহ, হাবি, পর্বত ডাঠ অৰণ্য, হাতী আৰু সাপ দেখা, গালি পৰা, নির্জনঠাই, ডাৱৰীয়া বতৰ, ৰাতি, অন্ধকাৰ, ফেচা বা আন নিশাচৰ প্রাণীৰ মাত শুনা আদি বিভাৱৰ দ্বাৰা এই স্থায়িভাৱৰ উৎপত্তি হয় । গাৰ কপঁনি, হাত, ভৰি, বুকু কপি উঠা, থৰ লগা অৱস্থা, মুখ শুকাই যোৱা, জিভাৰে ওঠ চেলেকা, ঘমা, থৰ থৰ কৈ কপা, ভয়ৰ হাত সাৰিবলৈ কৰা চেষ্টা, দৌৰা, চিঞৰা আদি অনুভাবেৰে ইয়াৰ অভিনয় কৰিব লাগে । এই বিষয়ে শ্লোকসমূহ হ'ল –

### ভয়

২২। গুৰুৰাজপৰাধেন ৰৌদ্রাণাঞ্চাপি দর্শনাৎ ।
শ্রৱণাদপি ঘোৰাণাং ভয়ং মোহেন জায়তে ।।

গুৰু বা ৰজাৰ ওচৰত অপৰাধ, ভয়ানক দৃশ্য দর্শন, ভয় লগা কিবা কথা শ্রৱণ আদি কাৰণত মোহবশতঃ ভয় জন্মে ।

২৩। গাত্রাদিকম্পৱিত্রাসৈঃ ৱক্তুশোষণসম্ভ্রমৈঃ ।
বিস্ফাৰিতেক্ষণৈঃ কার্যমভিয়েং ক্রিয়াগুণৈঃ ।।

দেহকম্পন, ত্রাস, শুষ্কমুখ, ব্যস্ততা আৰু বিস্ফাৰিত নেত্র – এনে কর্ম আৰু গুণৰ দ্বাৰা ভয়ৰ অভিনয় কৰিব ।

২৪। সত্ত্বাৱিত্রাসেনোদ্ভূতং ভয়মুৎপদ্যতেনৃণাম্ ।
স্রস্তাঙ্গক্ষিনিমেষেক্ষাপ্যভিনেয়ংতু নর্ত্তকৈঃ ।।

ভূতৰ পৰা মানুহৰ ভয় জন্মে। তাৰ অভিনয় নর্ত্তক সকলে শিথিল অঙ্গ আৰু নেত্র নিমেষৰ দ্বাৰা কৰিব ।

## অত্ৰাৰ্যা ভৱতি

এই বিষয়ে আৰ্যাছন্দৰ শ্লোকটো হ'ল –

২৫। কৰচৰণহৃদয়কম্পৈঃ স্তম্ভনজিহ্বোপলেহমুখশোষৈঃ
স্রস্তসুবিষণ্ণগাত্ৰৈৰস্যাভিনয়ঃ প্ৰযোক্তব্যঃ ।।

হস্ত, পদ, আৰু হৃদয়ৰ কম্পন, অৱশভাৱ, জিহ্বালেহন, শুকানমুখ, শিথিল আৰু অতিবিষাদগ্ৰস্ত দেহৰ ইয়াৰ অভিনয় কৰিব ।

## জুগুপ্সা

জুগুপ্সা নাম স্ত্ৰীনীচ প্ৰকৃতিকা । সা চাহৃদ্যদৰ্শনশ্ৰৱণাদিভিৰ্বিভাৱৈঃ সমুৎপদ্যতে । তস্যাঃ সৰ্ব্বাঙ্গ সঙ্কোচ নিষ্ঠীৱনমুখৱিকূণনহৃল্লেখাদিভিৰনুভাৱৈৰভিনয়ঃ প্ৰয়োক্তব্যঃ ভৱতি চাত্ৰ শ্লোকঃ –

জুগুপ্সা স্থায়ী ভাবটো তিৰোতা আৰু নীচ লোকৰ স্বভাৱ । ভাল নলগা বস্তু দেখা । ভাল নলগা শব্দ শুনা আদি বিভাৱৰ দ্বাৰা জুগুপ্সাৰ উৎপত্তি হয় । শৰীৰৰ সকলো অঙ্গ কোচ খোৱা, থুউৱা, মুখ ঘূৰাই দিয়া, বুকুত হাত সাৱটা আদি অনুভাবেৰে ইয়াৰ অভিনয় কৰিব লাগে । এই বিষয় শ্লোকটো হ'ল–

২৬। নাসা প্ৰচ্ছাদনেনেহ গাত্ৰসঙ্কোচনেন চ ।
উদ্বেজনৈঃ সহৃল্লেখৈৰ্জুগুপ্সামভিনিৰ্দিশেৎ ।।

নাক আবৃত কৰি দেহ সংকোচিত হোৱা দেখুৱাই, উদ্বেগ আৰু বুকুৰ বিষৰ অভিনয়ৰ দ্বাৰা জুগুপ্সা (ঘৃণা) সূচিত কৰিব লাগে ।

## বিস্ময়

ৱিস্ময়ো নাম মায়েন্দ্ৰজাল মানুষকৰ্মাতিশয়চিত্ৰ পুস্ত শিল্প ৱিদ্যাতিশয়াদিভিৰ্বিভাৱৈঃ সমুৎপদ্যতে । তস্য নয়নৱিস্তাৰনিমেষপ্ৰেক্ষিত ভ্ৰূক্ষেপ ৰোমহৰ্ষণ শিৰঃকম্পসাধুৱাদাদিভিৰনুভাৱৈৰভিনয়ঃ প্ৰয়োক্তব্যঃ । এৱতি চাত্ৰ শ্লোক :–

মায়া, ইন্দ্ৰজাল, মানুহৰ যি কোনো অসাধাৰণ কাম, যি কোনো অসাধাৰণ চিত্ৰ, মূৰ্ত্তি আদি শিল্পকৰ্মৰ ক্ষেত্ৰত অসাধাৰণ ৰূপ আদি বিভাৱৰ দ্বাৰা বিস্ময় নামৰ স্থায়ী ভাৱৰ উৎপত্তি হয় । চকু ডাঙৰকৈ মেল খোৱা, পলক নপৰাকৈ চাই থকা, ভ্ৰূক্ষেপ, গাৰ নোম শিয়ঁৰি উঠা, মূৰ দুপিওৱা "সাধু সাধু" (বাঃ বাঃ) আদি কথাৰ উচ্চাৰণ আদি অনুভাবেৰে তাৰ অভিনয় কৰিব লাগে । আৰু এই বিষয়ে শ্লোকটো হ'ল –

২৭। কৰ্মাতিশয়নিৰ্বৃত্তো বিস্ময়ো হৰ্ষসম্ভৱঃ ।
সিদ্ধিস্থানে ত্বসৌ সাধ্যো প্ৰহৰ্ষপুলকাদিভিঃ ।।

অসাধাৰণ কামৰ বাবে আৰু আনন্দত হোৱা বিস্ময় প্ৰকৃষ্ট হৰ্ষ আৰু পুলকাদিৰ দ্বাৰা কাৰ্য্যাসিদ্ধিৰ বিষয়ত সাধিত হয় ।

এৱমেতে স্থায়িনো ভাৱা ৰসসংজ্ঞাঃ প্ৰত্যৱগন্তব্যাঃ । এইদৰেই এই স্থায়ী ভাব বিলাকে ৰস নাম পায়গৈ বুলি জানিবা ব্যাভিচাৰিণ ইদানীং ব্যাখ্যা স্যামঃ । অত্ৰাহ-ব্যভিচাৰিণ ইতি কস্মাৎ । উচ্যতে- বি অভি ইত্যেতাবুপসৰ্গৌ । চৰ ইতি গত্যৰ্থো ধাতুঃ । বিৱিধমাভিমুখ্যেন ৰসেষু চৰন্তীতি ব্যভিচাৰিণঃ । ৱাগঙ্গসত্ত্বোপেতাঃ প্ৰয়োগে ৰসান্নয়ন্তীতি ব্যভিচাৰিণঃ । অত্ৰাহ কথং নয়ন্তীতি । উচ্যতে- লোক সিদ্ধান্ত এষঃ- যথা সূৰ্য ইদং দিনং নক্ষত্ৰং ৱা নয়তীতি । ন চ তেন বাহুভ্যাং স্কন্ধেন বা নীয়তে । কিন্তু লোক প্ৰসিদ্ধমেতৎ । যথেদং সূৰ্যোনক্ষত্ৰং দিনং ৱা নয়তীতি । এৱমেতে ব্যতিচাৰিণ ইত্যৱগন্তব্যাঃ । তানিহ সংগ্ৰহাভিতান্ ত্ৰয়স্ত্ৰিংশদ্ ব্যভিচাৰিণো ভাৱান্ ৱৰ্ণয়িষ্যামঃ ।

তত্ৰ নিৰ্বেদো নাম- দাৰিদ্ৰ্যৱ্যাধ্যৱমানাধিক্ষেপা ক্ৰুষ্ট ক্ৰোধ তাড়নেষ্টজন বিয়োগ তত্ত্বজ্ঞানাদিৰ্ভিৰ্বিভাৱৈঃ সমুৎপদ্যতে স্ত্ৰীনীচ কুসত্ত্বানাম্ । ৰুদিত নিঃশ্বাসিতোচ্ছ্বসিত সম্প্ৰধাৰণাদিভিৰণুভাৱৈস্তমভিনয়েৎ । অত্ৰ শ্লোকঃ -

এতিয়া ব্যভিচাৰী ভাববিলাকৰ বিষয়ে ক'ম । প্ৰশ্ন হ'ল ব্যভিচাৰী বিলাকক কিয় ব্যভিচাৰী বোলা হয় , তাৰ উত্তৰত কৈছে - বি আৰু অভি- এই দুটা উপসৰ্গ । চৰ ধাতুৱে গতি (যোৱা কাৰ্য) বুজায় । যিবিলাকে (বি) বিবিধভাবে আৰু (অভি) ৰসৰ অভিমুখে চৰণ কৰে (অৰ্থাৎ আগবাঢ়ি যায়) সেইবিলাকেই ব্যভিচাৰী । ব্যভিচাৰী বিলাকে বাচিক, আঙ্গিক আৰু সাত্বিক অভিনয়ৰ লগ্‌হৈ অভিনয়ৰ ক্ষেত্ৰত ৰসক (আগবঢ়াই) নিয়ে । প্ৰশ্ন হ'ল কেনেকৈ নিয়ে ? কৈছে - এইটো এটা জনসমাজত কৰা সিদ্ধান্ত । যেনেকৈ কোৱা হয় যে সূৰ্যই এই দিনটোক বা নক্ষত্ৰটোক (আগলৈ) লৈ যায় । সূৰ্যইতো হাত দুখনেৰে বা কান্ধত তুলি নিনিয়ে । কিন্তু "নিয়ে" বুলি কোৱাটো জনসমাজত চলি থকা কথা । যেনেকৈ ক'লে-এই সূৰ্যটোৱে দিনটোক বা নক্ষত্ৰটোক আগবঢ়াই নিয়ে । এই দৰে এই ব্যভিচাৰিভাব বিলাকেও ৰস আগবঢ়াই নিয়ে বুলি জানিবা । আগত এটা সংগ্ৰহ শ্লোকত উল্লেখ কৰি অহা সেই তেত্ৰিশটা ব্যভিচাৰিভাবৰে এতিয়া বৰ্ণনা কৰিম ।

তাৰ ভিতৰৰে নিৰ্বেদ নামৰ স্থায়ী ভাবটোৰ দুখীয়া অৱস্থা, বেমাৰ, অপমান, অপবাদ, গালিশপনি, খং মাৰপিটি ভালপোৱা জনৰ মৃত্যু , তত্ত্বজ্ঞান আদি বিভাবৰদ্বাৰা উৎপত্তি হয় । তিৰোতা, নীচ মানুহ আৰু বেয়া মনৰ মানুহৰ ক্ষেত্ৰত (নিৰ্বেদৰ উৎপত্তি হয় ।) কান্দোন, নিশ্বাস, ফোপনি, 'মনৰ বুজনি আদি অনুভাবৰদ্বাৰা তাৰ (নিৰ্বেদৰ) অভিনয় কৰিব লাগে ।

২৮।	দাৰিদ্ৰ্যেষ্টৱিয়োগৈশ্চ নিৰ্ৱেদো নাম জায়তে ।
সংপ্ৰধাৰণনিঃশ্বাসৈস্তস্য ত্বভিনয়ো ভৱেৎ ।।

দাৰিদ্ৰ্য আৰু প্ৰিয়জনৰ বিৰহত নিৰ্বেদ হয় । বিবেচনা আৰু দীৰ্ঘনিঃশ্বাসেৰে তাৰ অভিনয় হয় ।

অত্ৰানুৱংশ্যে আৰ্যে ভৱতঃ
এই বিষয় দুটা আৰ্যা ছন্দৰ আনুৱংশ্য শ্লোক আছে –

২৯।	ইষ্টজনৱিপ্ৰয়োগাদ্ দাৰিদ্ৰ্যাদ্ ৱ্যাধিতস্তথা দুঃখাৎ ।
পৰবৃদ্ধিং ৱা দৃষ্ট্বা নিৰ্ৱেদো নাম সংভৱতি ।।

প্ৰিয়জনৰ বিৰহ, দাৰিদ্ৰ্য, ৰোগ বা দুখৰ পৰা বা আনৰ উন্নতি দেখি নিৰ্বেদ জন্মে ।

৩০।	বাস্পপৰিপ্লুতনয়ন ঃ পুনশ্চ নিঃশ্বাসদীনমুখনেত্ৰঃ ।
যোগীৱ ধ্যানপৰো ভৱতি হি নিৰ্ৱেদৱান্ পুৰুষ ।।

নিৰ্বেদগ্ৰস্ত মানুহৰ চকু অশ্ৰুপূৰ্ণ হয়, দীৰ্ঘ নিঃশ্বাসৰ বাবে মুখ আৰু চকু মলিন হয়, তেওঁ যোগীৰ দৰে চিন্তামগ্ন হৈ থাকে ।

## গ্লানি

গ্লানিৰ্ণাম ৱান্তৱিৰিক্তব্যধিতপোনিয়মোপ
ৱাসমনস্তাপাতিশয়মদন মদ্যসেৱনাতি–

ৱ্যায়ামধ্বগমনক্ষুৎ পিপাসানিদ্ৰাচ্ছেদাদিভিৰ্ৱিভাৱৈঃ সমুৎপদ্যতে । তস্যাঃ ক্ষামৱ্যাক্যনয়নকপোলোদৰমন্দপদোৎক্ষেপণৱেপনানুৎসাহ তনুগাত্ৰ ৱৈৱৰ্ণ্য স্বৰভেদাদিভিৰনুভাৱৈৰভিনয়ঃ প্ৰয়োক্তব্যঃ । অত্ৰাৰ্যে ভৱত ঃ– বমি, শৌচ, বেমাৰ, তপস্যা নিয়ম, উপবাস, মনস্তাপ, অতিশয় মৈথুন, মদ্যপান, অতিপাত ব্যায়াম, বহু দূৰ বাট খোজ কঢ়া, ভোক, পিয়াহ, টোপনিক্ষতি আদি বিভাৱৰ দ্বাৰা গ্লানি নামৰ ব্যভিচাৰী ভাবৰ উৎপত্তি হয় । দুৰ্বল বাক্য, দুৰ্বল দৃষ্টি শেতা পৰা গাল, দুৰ্বল খোজ,গাৰ কপনি, উৎসাহৰ অভাব, গাৰ ৰং শেতা পৰা, মাত সলনি হোৱা আদি অনুভাবেৰে অভিনয় কৰিব লাগে । এই বিষয়ে আৰ্যা ছন্দৰ দুটা শ্লোক যেনে –

৩১।	ৱান্তৱিৰিক্তব্যাধিষু তপসা জৰসা চ জায়তে গ্লানিঃ ।
কাৰ্শ্যেন সাভিনেয়া মন্দক্ৰমণানুকম্পেন ।।

বমন, বিৰেচন, ৰোগ, আৰু কষ্টসাধ্যকাম আৰু বাৰ্দ্ধক্যৰ বাবে গ্লানি জন্মে । কৃশতা, মন্দগতি আৰু দেহ কম্পনৰ দ্বাৰা ইয়াৰ অভিনয় কৰিব ।

৩২। গদিতৈঃ ক্ষামক্ষামৈর্নেত্রবিকাৰৈশ্চ দীনসঞ্চাৰৈঃ ।
শ্লথভাৱাচ্চাঙ্গানং মুহুর্মুহুর্নির্দিশেদগ্লানিম্ ।।

ক্ষীণ কণ্ঠেৰে উচ্চাৰিত বাক্য চকুৰ বিকৃতি, দীনভাৱত চলনস্ফুৰণ আৰু অঙ্গ-প্ৰত্যঙ্গৰ শিথিলতাৰ দ্বাৰা বাৰে বাৰে গ্লানি সূচিত কৰিব ।

শঙ্কা নাম-সন্দেহাত্মিকাস্ত্ৰীনীচপ্ৰভাৱা । চৌৰ্যাভিগ্ৰহণ নৃপাপৰাধপাপকৰ্মকৰণাদিভির্বিভাৱৈঃ সমুৎপদ্যতে । তস্য মুহুর্মুহুৰৱলোকনাৱকুণ্ঠনমুখশোষণ জিহ্বাপৰিলেহন মুখবৈৰ্ণ্যস্বৰভেদ ৱেপথুশুষ্কোষ্ঠ কণ্ঠায়াসসাধৰ্ম্যাদিভিৰনুভাৱৈৰভিনয়ঃ প্ৰয়োক্তব্যঃ ।

শঙ্কা হ'ল এটা সন্দেহাত্মক ভাব । ই তিৰোতা আৰু নীচ লোকৰ ক্ষেত্ৰত উৎপন্ন হয় । চুৰি সম্পত্তি বাজেয়াপ্ত হোৱা, ৰজাৰ ঘৰত দোষ কৰা, পাপ কৰা আদি বিভাৱৰ দ্বাৰাই উৎপন্ন হয় । বাৰে বাৰে একে ফালে চোৱা, কোঁচমোচ খাই থকা, মুখ শুকাই যোৱা, জিভাৰে ওঠ চেলেকা, মুখৰ বৰণ সলনি হোৱা মাত সলনি হোৱা, কপনি শুকান ওঠ, মাত মাতিবলৈ কষ্ট হোৱাৰ নিচিনা অৱস্থা আদি অনুভাবেৰে শঙ্কাৰ অভিনয় কৰিব লাগে ।

৩৩। চৌৰ্যাদিজনিতা শঙ্কা প্ৰায়ঃ কাৰ্য্যা ভয়ানকে ।
প্ৰিয়ব্যলীকজনিতা তথা শৃঙ্গাৰিণী মতা ।।

ভয়ানকৰসত প্ৰায়ে চৌৰ্য্যাদি কাৰণত শঙ্কা হয়, শৃঙ্গাৰ ৰসত প্ৰিয়জনৰ প্ৰতাৰণাত শঙ্কা হয় ।

অত্ৰাকাৰসংৱৰণমপি কেচিদিচ্ছন্তি । তচ্চ কুশলৈৰুপাধিভিৰিঙ্গিতৈশ্চোপলক্ষ্যম্ । অত্ৰাৰ্যে ভৱতঃ –

এই ক্ষেত্ৰত গা ঢকা দিয়াটোকো কিছুমানে এটা অনুভাব বুলি ধৰিবলৈ ইচ্ছা কৰে। তাকে কৌশলপূৰ্ণ কাৰ্যকলাপ আৰু ইঙ্গিতেৰে বুজাব লাগে । এই বিষয়ে দুটা আৰ্যা ছন্দৰ শ্লোক আছে ।

৩৪। দ্বিবিধা শঙ্কা কাৰ্যা হ্যাত্মসমুত্থা চ পৰসমুত্থাচ ।
যা তত্ৰাত্মসমুত্থা সা জ্ঞেয়া দৃষ্টিচেষ্টাভিঃ ।।

শঙ্কা দুই প্ৰকাৰে হয়, নিজৰ পৰা আৰু আনৰ পৰা ই জন্ম হয় । তাৰ ভিতৰত নিজৰ পৰা জাত শঙ্কা দৃষ্টি আৰু গতিবিধিত বুজা যায় ।

৩৫। কিঞ্চিৎ প্ৰৱেপিতাঙ্গো ত্বথোন্মুখো বীক্ষতেচ পাৰ্শ্বানি ।
গুৰুসজ্জমানজিহবঃ শ্যাৱাস্যঃ শঙ্কিতঃ পুৰুষঃ ।।

শঙ্কিত লোকৰ দেহ ঈষৎভাবে কম্পমান হয়, তেওঁ ওপৰলৈ মুখ কৰি মাজে সময়ে ইফালে সিফালে দৃষ্টিপাত কৰে, জিভাখন গধুৰ আৰু লম্বমান হয়, মুখখন ক'লা পৰে ।

## অসূয়া

অসূয়া নাম–নানাপৰাধদ্বেষপৰৈশ্বৰ্যসৌভাগ্যমেধাৱিদ্যালীলাদিভিৰ্বিভাৱৈঃ সমুৎপদ্যতে। তস্যাশ্চ পৰিষদি দোষ প্ৰখ্যাপনগুনোপঘাতেৰ্ষ্যাচক্ষুঃ প্ৰদানাধোমুখ ভ্ৰুকুটীক্ৰিয়াৱজ্ঞান কুৎসনাদিভিৰনুভাৱৈৰভিনয় ঃ প্ৰয়োক্তব্যঃ অত্ৰাৰ্যে ভৱত ঃ –

নানান অপৰাধ, দ্বেষ, লোকৰ ঐশ্বৰ্য, সৌভাগ্য, মেধা, বিদ্যা, লীলা আদি বিভাবৰ দ্বাৰা অসূয়াৰ উৎপত্তি হয়। সমাজত আনৰ দোষৰ চৰ্চা, আনৰ গুণৰ অস্বীকাৰ, ঈৰ্ষা, টেলেকাঁকৈ চোৱা, মুখ তললৈ কৰা, ভ্ৰকুটিক্ৰিয়া, অৱজ্ঞা, আনৰ নিন্দা আদি অনুভাবৰ সহায়ত অসূয়াৰ অভিনয় কৰিব লাগে। এই বিষয়ে আৰ্যা ছন্দত ৰচিত দুটা শ্লোক আছে –

৩৬। পৰসৌভাগ্যেশ্বৰতামেধালীলা সমুচ্ছ্ৰয়ান দৃষ্টা।
উৎপদ্যতেহ্যসূয়া কৃতাপৰাধো ভৱেদ্যশ্চ ॥

আনৰ সৌভাগ্য, প্ৰভুত্ব মেধা, ক্ৰীড়া, আৰু উন্নতি দেখি অসূয়া ভাৱ হয়। যি অপৰাধী তেওঁও নিৰ্দোষীক অসূয়া ভাৱত দৃষ্টিপাত কৰে।

৩৭। ভ্ৰকুটিকুটিলোৎকটমুখৈঃ সেৰ্ষ্যাধপৰিবৃত্তৱক্ত্ৰাদ্যৈঃ।
গুণনাশনৱিদ্বেষৈৰস্যাভিনয়ঃ প্ৰযোক্তব্যঃ ॥

ভ্ৰুকুটি কুটিল ভীষণ মুখ, ঈৰ্ষাযুক্ত ক্ৰোধত পৰিবৃত্ত মুখ (মুখ ঘূৰোৱা) আদিৰ যোগেদি আনৰ গুণ হানি কৰাৰ আৰু বিদ্বেষ কৰাৰ অভিনয় কৰিব।

## মদ

মদো নাম– মদ্যোপযোগাদ্যুৎপাদ্যতে। স চ ত্ৰিৱিধঃ পঞ্চৱিধ ভাৱশ্চ। অত্ৰাৰ্যা ভৱন্তি – মদ্যপানৰ ফলত মদ নামৰ ব্যভিচাৰিভাৱৰ উৎপত্তি হয়। ই তিনি প্ৰকাৰৰ আৰু ইয়াৰ লগত পাঁচটা ভাব জড়িত আছে। এই বিষয়ে আৰ্যা ছন্দত ৰচিত কেইটামান শ্লোক আছে –

৩৮। ত্ৰিৱিধস্তু মদঃ কাৰ্য়স্তৰুণো মধ্যস্তথাৱকৃষ্টশ্চ।
কৰণং পঞ্চবিধং স্যাৎ তস্যাভিনয়ে প্ৰযোক্তব্যম্ ॥

মদ (মত্ততা) তিনিবিধ, তৰুণ, মধ্য আৰু নিকৃষ্ট ইয়াত পাঁচবিধ কৰণৰ ভাৱ অভিনয়ত প্ৰয়োগ হয়।

৩৯। কশ্চিন মত্তো গায়তি ৰোদিতি কশ্চিত্তথা হসতি কশ্চিত।
পৰুষৱচনাভিধায়ী কশ্চিৎ কশ্চিৎ তথা স্বপিতি ॥

মত্ত হৈ কোনোৱে গান গায়, কোনোৱে কান্দে, কোনোৱে হাঁহে, কোনোৱে কৰ্কশ ভাষাত কথা কয় আৰু কোনোৱে শুই থাকে।

৪০। উত্তমসত্ত্বঃ শেতে হসতি চ গায়তি চ মধ্যম প্রকৃতিঃ ।
পরুষবচনাভিধায়ী রোদিত্যপি চাধমপ্রকৃতিঃ ।।

ওখখাপৰ লোক শুই থাকে, মধ্যমখাপৰ লোকে হাঁহে আৰু গান গায়, নীচলোকে কৰ্কশ কথা কয় আৰু কান্দে ।

৪১। স্মিত্‌বদনমধুৰবাগো হৃষ্টতনুঃ কিঞ্চিদাকুলিতৱাক্যঃ ।
সুকুমাৰাৱিদ্ধগতিস্তৰুণমদস্তূত্তম প্ৰকৃতিঃ ।।

উত্তমনালোকৰ তৰুণ মদৰ ফলত স্মিতহাস্য যুক্ত মুখ, মধুৰ মুখৰাগ, হৃষ্ট অঙ্গ, ঈষৎ আকুলিত বাক্য আৰু কোমল বক্ৰ গতি হয় ।

৪২। স্খলিতাঘূৰ্ণিতনয়নঃ স্ৰস্তৱ্যাকুলিতৱাহুৱিক্ষেপঃ ।
কুটিলৱ্যাৱিদ্ধগতিৰ্মধ্যমদো মধ্যমপ্ৰকৃতিঃ ।।

মধ্যমপ্ৰকৃতিৰ লোকৰ মধ্য মদৰ ফলত চকু অস্থিৰ আৰু ঘূৰ্ণিত হয়, বাহুৰ প্ৰসাৰণ শিথিল আৰু আকুলিত হয়, গতি বক্ৰ আৰু দ্ৰুত হয় ।

৪৩। নষ্টস্মৃতিৰ্হতগতিশ্ছৰ্দিতাহিক্কাকৈঃ সুবীভৎসঃ ।
গুৰুসজ্জমানজিহেবা নিষ্ঠীৱতি চাধম প্ৰকৃতিঃ ।।

নীচ প্ৰকৃতিৰ লোকৰ স্মৃতিভ্ৰংশ হয়, বমি, হিকতি আৰু কফৰ উদ্ৰেকৰ বাবে গতি স্খলিত হয়, অতি বীভৎস ভাৱ হয়, জিভা গধুৰ, লম্বমান হয়, আৰু থুৱাই থাকে ।

৪৪। ৰঙ্গে পিৱতঃ কাৰ্যা মদবৃদ্ধিৰ্নাট্যযোগমাসাদ্য ।
কাৰ্যো মদক্ষয়ো ৱৈ যঃ খলুপীত্বা প্ৰৱিষ্টঃ স্যাৎ ।।

নাট্যানুষ্ঠানত মঞ্চত উঠি যি মদ্যপান কৰে তেওঁৰ মত্ততা বৃদ্ধি হোৱা দেখুৱাব লাগে আৰু যি মদ্যপান কৰাৰ পিচত মঞ্চত প্ৰৱেশ কৰে তেওঁৰ মত্ততা হ্ৰাস কৰণীয় হোৱা দেখুৱাব লাগে ।

৪৫। সন্ত্ৰাসাচ্ছোকাদ্বা ভয়প্ৰকৰ্ষাচ্চ কাৰণোপগতৎ ।
উৎক্ৰম্যাপি হি কাৰ্যো মদপ্ৰাশস্তথা তজ্জ্ঞৈঃ ।।

ত্ৰাস, শোক আৰু অতিভয়ৰ হেতু অথবা অন্য কাৰণে এই ক্ৰম লঙ্ঘন কৰিও বিশেষজ্ঞ সকলে মত্ততা দূৰীকৰণ কৰিব লাগে ।

৪৬। এভিৰ্ভাৱৱিশেষৈৰ্মদো দ্ৰুতং সং প্ৰাশমুপযাতি ।
অত্যুদয়সুখৈৰ্বাক্যৈস্তথৈৱ শোকঃ ক্ষয়ং যাতি ।।

এই বিশেষভাৱসমূহৰ দ্বাৰা মত্ততা সোনকালে দূৰ হয় । যেনেকৈ উন্নতিৰ আশা দিব পৰা সুখজনক বাক্যই শোক দূৰ কৰে ।

## শ্ৰম

শ্ৰমো নাম– অধ্বব্যায়ামসেৱনাদিভিৰ্বিভাৱৈঃ সমুৎপদ্যতে । তস্য গাত্ৰ পৰিমৰ্দন সংৱাহননিঃশ্বসিত ৱিজৃম্ভিতমন্দপদ্যোৎক্ষেপণ নয়ন বদন ৱিকুণন সীৎকাৰাদিভিৰনুভাৱৈৰভিনয়ঃ প্ৰয়োক্তব্যঃ । অত্ৰাৰ্যা ।

খোজ কঢ়া ব্যায়াম কৰা আদি ৱিভাৱৰ দ্বাৰা শ্ৰমৰ উৎত্তি হয় । গা পিটিকা, গা মালিচ কৰা, ফোপোৱা, হামিওৱা, লাহে লাহে খোজ দিয়া, মুখ আৰু দৃষ্টি তললৈ কৰা, কেকোৱা আদি অনুভাবৰ দ্বাৰা অভিনয় কৰিব লাগে । এই বিষয়ে আৰ্যাটো এনে

৪৭। অধ্বগতিব্যায়ামৈৰ্নৰস্য সঞ্জায়তে শ্ৰমো নাম ।
নিঃশ্বাসখেদগমনৈস্তস্যাভিনয়ঃ প্ৰযোক্তব্যঃ ।।

পথভ্ৰমণ আৰু ব্যায়ামৰ দ্বাৰা মানুহৰ ভাগৰ লাগে । নিঃশ্বাস আৰু ক্লান্ত গতিৰ সহায়েৰে তাৰ অভিনয় কৰিব ।

## আলস্য

আলস্যং নাম– খেদব্যাধিগৰ্ভ স্বভাৱ
শ্ৰমসৌহিত্যাদিভিৰ্বিভাৱৈঃ সমুৎপদ্যতে
স্ত্ৰীনীচানাম্ । তদভিনয়েৎ সৰ্বকৰ্মানভিলা–
পলায়নাসন নিদ্ৰাতন্ত্ৰীসেৱনাদিলভিৰনুভাৱৈঃ ।
অত্ৰাৰ্যা –

ভাগৰ, ব্যাধি, গৰ্ভাৱস্থা, স্বভাৱ, পৰিশ্ৰম, অতিশয় তৃপ্তি লাভ আদি বিভাবৰ ফলত তিৰোতা আৰু নীচ লোকৰ ক্ষেত্ৰত আলস্যৰ উৎপত্তি হয় । সকলো কামৰ প্ৰতি এলাহ শুই থকা, বহি থকা অৱস্থা,টোপনি, তন্দ্ৰা আদি অনুভাবেৰে তাৰ অভিনয় কৰিব লাগে । এই বিষয়ে আৰ্যাটো এনে –

৪৮। আলস্যং ত্বভিনেয়ং খেদৱ্যাধিস্বভাৱজং ৱাপি ।
আহাৰৱৰ্জিতানামাৰম্ভাণামনাৰম্ভাৎ ।।

খেদ আৰু ৰোগৰ বাবে হোৱা বা স্বাভাৱিক আলস্যৰ ক্ষেত্ৰত আহাৰৰ বাহিৰে অন্য অন্য কাৰ্য্যবিলাক অকৰণৰ দ্বাৰা অভিনয় কৰিব ।

## দৈন্য

দৈন্যং নাম – দৌৰ্গত্যমনস্তাপাদিভিৰ্বিভাৱৈঃ সমুৎপদ্যতে । তস্যাধৃতি শিৰোৰোগগাত্ৰ গৌৰৱান্যমনস্বতামৃজা পৰিৱৰ্জনাদিভিৰনুভাৱৈৰ ভিনয়ঃ প্ৰয়োক্তব্যঃ ।
তত্ৰাৰ্যা –

দুৰ্গতি, মনস্তাপ আদি বিভাবৰ দ্বাৰা দৈন্যৰ উৎপত্তি হল । ধৈৰ্যৰ অভাব, মূৰৰ

বিষ, গা গধূৰ লগা ভাব, অন্যমনস্কতা আৰু গা-পা নোধোৱা অৱস্থা আদি অনুভাবেৰে তাৰ অভিনয় কৰিব লাগে। এই বিষয়ে আৰ্য্যাটো হ'ল –

৪৯। চিন্তৌৎসুক্যসমুত্থা দুখাত্মা দীনতা ভৱেৎ পুংসাম্।
সৰ্বমৃজাপৰিহাৰৈৰ্ব্বিৱিধোহভিনয়ো ভৱেত্তস্য ॥

চিন্তা, ঔৎসুক্য বা দুখৰ পৰা মানুহৰ দৈন্য হয়, স্নান আদি সকলো ধৰণৰ পৰিষ্কাৰ হোৱাৰ চেষ্টা ত্যাগ কৰি ইয়াৰ অভিনয় হয়।

## চিন্তা

চিন্তা নাম- ঐশ্বৰ্য্যভ্ৰংশেষ্টদ্ৰব্যাপহাৰদাৰিদ্ৰ্যাদিভিৰ্ব্বিভাৱৈৰুৎপদ্যতে। তামভিনয়েন্নিঃশ্বসিতোচ্ছ্বসিত সন্তাপধ্যানাবোমুখ চিন্তন তনুকৰ্শ্যাদিভিৰনুভাৱৈঃ।
অত্ৰাৰ্থে ভৰত :-

সম্পত্তিৰ বিনাশ, ধন বস্তুৰ চুৰি, দৰিদ্ৰতা আদি বিভাবৰ দ্বাৰা চিন্তাৰ উৎপত্তি হয়। নিশ্বাস, ফোপনি, সন্তাপ, ধ্যান, তলমুখ কৰা অৱস্থা, চিন্তা, শৰীৰৰ ক্ষীণ অৱস্থা আদি অনুভাৱেৰে তাৰ অভিনয় কৰিব লাগে। এই বিষয়ে দুটা আৰ্যা আছে –

৫০। ঐশ্বৰ্য্যেষ্টদ্ৰব্যাপহাৰাজনিতা বহু প্ৰকাৰা তু।
হৃদয়ৌৎসুক্যোপগতা চিন্তা তু নৃণাং সমুদ্ভৱতি ॥

ঐশ্বৰ্য্যৰ নাশ, প্ৰিয়বস্তুৰ চুৰি আৰু হৃদয়ৰ ঔৎসুক্যৰ পৰা জন্ম হোৱা বহুপ্ৰকাৰ চিন্তা মানুহৰ হয়।

৫১। সোচ্ছ্বাসৈৰ্নিঃশ্বসিতৈঃ সন্তাপৈশ্চৈৱ হৃদয়শূন্যতয়া।
অভিনেতব্যা চিন্তা মৃজাৱহীনৈৰধৃত্যা চ ॥

হুমুনিয়াহ, দীৰ্ঘশ্বাস, সন্তাপ, হৃদয়শূন্যতা, শুদ্ধিহীনতা, আৰু ধৈৰ্য্যহীনতাৰ দ্বাৰা চিন্তাৰ অভিনয় কৰিব।

## মোহ

মোহো নাম- দৈৱোপঘাতব্যপনাভিঘাতব্যাধিভয়াৱেগ পূৰ্ব্বৱৈৰানুস্মৰণাদিভিৰ্ভাৱৈঃ সমুৎপদতে। তস্য নিশ্চেতন্য- ভ্ৰমণপ্ৰতনাঘুৰ্ণনাদৰ্শনাদিভিৰনুভাৱৈৰভিনয়ঃ প্ৰয়োক্তব্যঃ।
অত্ৰ শ্লোকস্তাৱদাৰ্যা চ –

অকস্মাৎ পোৱা আঘাত, বিপদ, আঘাত পোৱা, বেমাৰ, ভয়, আবেগ, পূৰ্বৰ শত্ৰুতাৰে মনত পৰা আদি বিভাবৰ দ্বাৰা মোহৰ উৎপত্তি হয়। অচেতন অৱস্থা,

অস্থিৰ হৈ ঘূৰি ফুৰা অৱস্থা, বাগৰি পৰা অৱস্থা, মূৰঘূৰণি, চকুৰে নেদেখা অৱস্থা আদি অনুভাবেৰে তাৰ অভিনয় কৰিব লাগে । এই বিষয়ে এটা শ্লোক আৰু এটা আৰ্যা যেনে–

৫২। অস্থানে তস্কৰান্ দৃষ্ট্বা ত্ৰাসৈৰ্ৱা পৃথগ্বিধঃ ।
তৎপ্ৰতীকাৰশূন্যস্য মোহঃ সমুপজায়তে ।।

অপ্ৰস্তুত অৱস্থাত চোৰ দেখি অথবা অন্য প্ৰকাৰ ভয়ৰ কাৰণ দেখি, প্ৰতিকাৰহীন লোকৰ মোহ জন্মে ।

৫৩। ব্যসনাভিঘাতভয় পূৰ্ব্বৈৰসংস্মৰণজো ভৱতি মোহঃ ।
সৰ্বেন্দ্ৰিয়সম্মোহাদস্যাভিনয়ঃ প্ৰযোক্তব্যঃ ।।

বিপদ, প্ৰহাৰ, আক্ৰমণৰ ভয়, পূৰ্বৰ শত্ৰুতাস্মৰণ আদিৰ পৰা মোহ হয় । সকলো ইন্দ্ৰিয়ৰ সম্মোহনৰ ভাৱ অবলম্বন কৰি ইয়াৰ অভিনয় কৰিব ।

স্মৃতিৰ্নাম সুখদুঃখকৃতানাং ভাৱানামনুস্মৰণম্ সা চ স্বাস্থ জঘন্যৰাত্ৰি নিদ্ৰাচ্ছেদ সমানদৰ্শনাদাহৰণ– চিন্তাভ্যাসাদিভিৰ্ৱিভাৱৈঃ সমুৎপদ্যতে । তামভিনয়েচ্ছিৰঃ কম্পনাৱলোকন ভ্ৰংসমুন্নমনাদিভিৰনুভাৱৈঃ ।
অত্ৰাৰ্যে ভৱত ঃ–

সুখ-দুখ পূৰ্ণ পুৰণি ঘটনা মনত পৰাটোৱেই স্মৰণ । স্বাস্থ্য, শেষ নিশা টোপনি ভগা, একে বস্তু দেখা, উদাহৰণ দিয়া, চিন্তা অভ্যাস আদি বিভাবৰ দ্বাৰা ইয়াৰ উৎপত্তি হয় । মূৰ দুপিওৱা, চোৱা, চেলাউৰি ওপৰলৈ তোলা আদি অনুভাবেৰে তাৰ অভিনয় কৰিব । এই বিষয়ে দুটা আৰ্যা আছে –

৫৪। সুখদুঃখমতিক্ৰান্তং তথা মতিৰ্ৱিভাৱিতম্ ।
ৱিস্মৃতং চ যথাবৃত্তং স্মৰেদ্ যঃ স্মৃতিমানসৌ ।।

যি অতীতৰ সুখ-দুখ আৰু বিস্মৃত কাল্পনিক বা বাস্তৱ ঘটনা স্মৰণ কৰে সেইজন স্মৃতিমান ।

৫৫। স্বাস্থ্যাভ্যাসসমুত্থা শ্ৰুতিদৰ্শনসংভৱা স্মৃতিৰ্নিপুণৈঃ ।
শিৰউদ্বাহনকম্পৈৰ্ভ্ৰূৱিক্ষেপৈঃ সাভিনেতব্যা ।।

স্মৃতি হ'ল স্বাস্থ্য, অভ্যাস, শ্ৰৱণ আৰু দৰ্শনজাত । কৌশলীলোকে, মস্তক-উত্তোলন, কম্পন আৰু ভ্ৰূ-ভঙ্গৰ দ্বাৰা ইয়াৰ অভিনয় কৰিব ।

## ধৃতি

ধৃতিৰ্নাম– শৌৰ্যবিজ্ঞানশ্ৰুতিৱিভৱ শৌচাচাৰ গুৰু ভক্ত্যধিকমনোৰথাৰ্থ লাভ

ক্ৰীড়াদিভির্বিভাৱৈঃ সমুৎপদ্যতে । তামভিনয়েৎ প্ৰাপ্তানাং বিষয়ানামুপভোগাদ প্ৰাপ্তাতীতোপতেবিনষ্টানামননুশোচনাদিদিভিৰনুভাবৈঃ । অত্ৰাৰ্যে ভৰত ঃ –

সাহস, বিশেষ জ্ঞান, বেদৰ জ্ঞান, সম্পদ, শুচিতা গুৰুভক্তি, অধিক পৰিমাণে মনোবাঞ্ছাৰ পূৰণ, ধনলাভ, ক্ৰীড়া আদি বিভাবৰ দ্বাৰা ধৃতিৰ উৎপত্তি হয় । পোৱা বস্তুৰ উপভোগ আৰু নোপোৱা, অতীতত পোৱা, হেৰাই যোৱা আৰু বিনষ্ট হোৱা বস্তুবিলাকৰ বাবে অনুশোচনা আদি অনুভাবৰ দ্বাৰা তাৰ অভিনয় কৰিব লাগে । এই বিষয়ে দুটা আৰ্যা আছে –

৫৬। বিজ্ঞানশৌচবিভৱশ্ৰুতিশক্তি সমুদ্ভৱা ধৃতিঃ সদ্ভিঃ ।
ভয়শোকাবিষাদাদ্যৈ ৰহিতা তু সদা প্ৰযোক্তব্যা ।।

বিজ্ঞান, পৱিত্ৰতা, সম্পত্তি, বেদবিদ্যা, আৰু শক্তিৰ পৰা উদ্ভৱ হোৱা ধৃতি সাধুসকলে ভয়হীন শোকহীন আৰু বিষাদহীন আদি ভাৱেৰে সততে প্ৰয়োগ কৰিব লাগে ।

৫৭। প্ৰাপ্তানুমুপভোগঃ শব্দস্পৰ্শৰস ৰূপগন্ধানাম্ ।
অপ্ৰাপ্তৌ নহি শোকো যস্যাং হি ভৱেদধৃতিঃ সাতু ।।

সেইবাবেই যেতিয়া শব্দ, স্পৰ্শ ৰূপ, ৰস গন্ধৰ উপভোগ কৰিবলৈ পালে উপভোগ কৰে আৰু উপভোগ কৰিবলৈ নাপালেও শোক নহয়, তাকে ধৃতি বোলা হয় ।

## ব্ৰীড়া

ব্ৰীড়া নাম অকাৰ্যকৰণাত্মিকা । সা চ গুৰুব্যতিক্ৰমণাৱজ্ঞান প্ৰতিজ্ঞাতানিৰ্ব্বহণ পশ্চাত্তাপাদিভিৰ্বিভাবৈঃসমুৎপদ্যতে । তাং নিগুঢ়ৱদনাধোমুখবিচিন্তনোৰ্ৱীলেখনৱস্ত্ৰা ঙ্গুলীয়কস্পৰ্শননখনিকৃন্তাদিভিৰনুভাবৈৰভিনায়েৎ অত্ৰাৰ্যে ভৰতঃ –

বেয়া কাম কৰাটোৱেই ব্ৰীড়াৰ মূল । গুৰুৰ আদেশ উলঙ্ঘা, গুৰুৰ অবজ্ঞা, প্ৰতিজ্ঞা কৰি (বা কথা দি) ৰাখিব নোৱৰা অৱস্থা । অনুশোচনা আদি বিভাবৰ ফলত ব্ৰীড়াৰ উৎপত্তি হয় । মুখ ঢকা, মুখ তললৈ কৰা, চিন্তিত হোৱা, (নখেৰে) মাটিত লিখা, কাপোৰৰ আগ আঙুলীৰ আগ আদি স্পৰ্শ কৰা, নখ কামোৰা আদি অনুভাৱৰ দ্বাৰা ইয়াৰ অভিনয় কৰিব লাগে । এই বিষয়ে দুটা আৰ্যা আছে –

৫৮। কিঞ্চিদকাৰ্যং কুৰ্বন্ যো হি নৰো দৃশ্যতে শুচিভিৰন্যৈঃ ।
পশ্চাত্তাপেন যুতো ব্ৰীড়িত ইতি ৱেদিতব্যোহসৌ ।।

কিবা এটা বেয়া কাম কৰোত অন্য সৎলোকে দেখাৰ পিচত যি অনুতাপ হয় সেয়ে ব্ৰীড়া (লজ্জা) ।

৫৯।   লজ্জানিগূঢ়ৱদনো ভূমিং ৱিলিখন্ নখাংশ্চ ৱিনিকৃন্তন।
ৱস্ত্রাঙ্গুলীয়কানাং সংস্পর্শং ৱ্রীড়িতঃ কুর্য্যাৎ ।।

ব্ৰীড়িতজনে লাজত মুখ ঢাকে, মাটিত কিবা লিখে, নখ কামোৰে, বস্ত্র আৰু অঙ্গুলী স্পর্শ কৰে।

## চপলতা

চপলতা নাম ৰাগদ্বেষমাৎসর্যামর্ষেষ্যা—প্রতিকূলাদিভির্ৱিভাৱৈঃ সমুৎপদ্যতে। তস্যাশ্চ বাকপারুষ্যনির্ভর্ৎসনৱধ বন্ধ সম্প্রহাৰ তাড়নাদিভিৰনুভাৱৈৰভিনয় প্রয়োক্তব্যঃ অত্রার্যা ভৱতি –

ৰাগ, দ্বেষ, পৰশ্ৰীকাতৰতা, অসহিষ্ণুতা, ঈর্ষা, প্রতিকূল আচৰণ আদি বিভাবৰ ফলত চপলতাৰ উৎপত্তি হয়। টান কথা, গালি পৰা, হত্যা, আনক বান্ধিথোৱা, মাৰপিট, কষ্ট দিয়া কাম আদি অনুভাবৰ সহায়ত ইয়াৰ অভিনয় কৰিব লাগে। এই বিষয়ে এটা আৰ্যা আছে –

৬০।   অৱিমৃষ্য তু যঃ কার্যং পুৰুষোৱধতাড়নং সমাৰভতে।
অৱিনিশ্চিতকাৰিত্বাৎ স তু খলু চপলো বুধৈর্জ্ঞেয়ঃ ।।

নভবা নিচিন্তাকৈ যিজন মানুহে বধ বা তাড়ন (আঘাত) কৰে, অবিনিশ্চিত(কেৰিবনলগীয়া) কাম কৰা বাবে, বিজ্ঞলোকে সেইজন মানুহক চপল বুলি কয়।

হর্ষো নাম– মনোৰথলাভেষ্টজনসমাগমন মনঃ পৰিতোষদেৱ গুৰুৰাজভর্তৃ প্রসাদভোজনাচ্ছাদনলাভোপভোগাদিভির্ৱিভাৱৈঃ সমুৎপদ্যতে। তমভিনয়েন্নয়নৱদন প্রসাদপ্রিয়ভাষণালিঙ্গনকন্টকিত পুলকিতাস্ৰস্বেদাদিভিৰনুভাৱৈঃ।
অত্রার্যে ভৱত : –

মনে বিচৰাটো পোৱা, ভাল পোৱা জনৰ আগমন মনৰ সন্তোষ, দেৱতা, গুৰু ৰজা গৰাকী আদিৰ সন্তোষ খোৱা বস্তু কাপোৰ আদিৰ লাভ আৰু উপভোগ আদি বিভাবৰদ্বাৰা হৰ্ষৰ উৎপত্তি হয়। চকু আৰু মুখৰ প্ৰসন্নতা, মিঠা মাত, আলিঙ্গন, গাৰ নোম শিয়ৰি উঠা, গাৰ শিহৰণ, চকুৰ পানী, ঘাম আদি অনুভাবৰ দ্বাৰা ইয়াৰ অভিনয় কৰিব লাগে। এই বিষয়ে দুটা আৰ্যা আছে –

৬১।   প্রাপ্যে ৱা অপ্রাপ্যে ৱা লব্ধেহর্থে প্রিয়সমাগমে ৱাপি।
হৃদয়মনোৰথলাভে হৰ্ষঃ সংজায়তে পুংসাম্ ।।

প্রাপ্য বা অপ্রাপ্য অর্থলাভ প্রিয়জনৰ সমাগম, অথবা মনৰ অভিলাষ পূর্ণ হলে হর্ষ জন্মে।

৬২। নয়নৱদনপ্ৰসাদ প্ৰিয়ভাষালিঙ্গনৈশ্চ ৰোমাঞ্চৈঃ।
ললিতৈশ্চাঙ্গৱিহাৰৈঃ স্বেদাদ্যৈৰভিনয়স্তস্য ॥

চকু মুখৰ প্ৰসন্নতা প্ৰিয়ভাষণ আলিঙ্গন, ৰোমাঞ্চ, সুন্দৰ অঙ্গ-ভঙ্গী আৰু ঘামি যোৱা আদিৰে ইয়াৰ অভিনয় কৰিব।

আৱেগো নাম–উৎপাতৱাতৱৰ্ষাগ্নিকুঞ্জৰোদভ্ৰমণপ্ৰিয়াপ্ৰিয়শ্ৰৱণৱ্যসনাভিঘাতাদিভিৰ্বিভাৱৈঃ সমুৎপদ্যতে। তত্ৰোৎপাতকৃতো নাম ৱিদ্যুদুল্কানিৰ্ঘাত প্ৰপতনচন্দ্ৰসূৰ্যো পৰাগকেতুদৰ্শনকৃতঃ। তমভিনয়েৎ সৰ্বাঙ্গ স্ৰস্ততাৱৈমনস্যমুখৱৈৱৰ্ণ্য ৱিষাদ ৱিস্ময়াদিভিঃ। ৱাতকৃতং পুনৰৱকুণ্ঠনাক্ষিপৰিমাৰ্জন বস্ত্ৰ সঙ্গূহন ত্বৰিতগমনাদিভিঃ। ৱৰ্ষকৃতং পুনঃ সৰ্ৱাঙ্গ সম্পিণ্ডন প্ৰধাৱনচ্ছন্নশ্ৰয়া-মাৰ্গনাদিভিঃ। অগ্নিকৃতং তু ধূমাকুলনেত্ৰতাহঙ্গসঙ্কোৰ্চনৱিধূ-ননাতিক্ৰান্তাপক্ৰান্তাদিভিঃ কুঞ্জৰোদ্ ভ্ৰমণ কৃতং নাম ত্বৰিতাপসৰ্পণ চঞ্চলগমন ভয়স্তম্ভৱেপথু পশ্চাদৱলোকন ৱিস্ময়াদি ভিঃ। প্ৰিয়শ্ৰৱণকৃতং নামাভ্যুৎথানালিঙ্গনৱস্ত্ৰাভৰণ প্ৰদানাশ্ৰুপুলকিতাদিভিঃ। অপ্ৰিয়শ্ৰৱণকৃতং নাম ভূমিপতন ৱিষম ৱিৱৰ্ত্তন পৰিধাৱন ৱিলাপনাক্ৰন্দানাদিভিঃ। ব্যসনাভিঘাতজং তু সহসাপসৰ্পণশস্ত্ৰচৰ্মৱৰ্ম ধাৰণ গজ তুৰগৰথাৰোহণ সম্প্ৰসাৰণাদিভিঃ।

উৎপাত, ধুমুহা, বৰষুণ, জুইলগা, হাতীয়ে খেদা,ভাল বেয়া কথা শুনিবলৈ পোৱা, বিপদৰ কবলত পৰা আদি বিভাবৰ ফলত আবেগৰ উৎপত্তি হয়। বিজুলি ঘেৰেকণি, উল্কাপাত, চন্দ্ৰ-সূৰ্য্যৰ গ্ৰহণ ধূমকেতু দেখা আদিৰ ফলত হোৱা আবেগকে উৎপাতৰ পৰা হোৱা আবেগ বোলা হৈছে। সমগ্ৰ শৰীৰৰ অৱসন্নতা, মনমৰা অৱস্থা, মুখৰ ৰং সলনি হোৱা, বিষাদ, বিস্ময় আদিৰদ্বাৰা তাৰ অভিনয় কৰিব লাগে। গাৰ কোচ মোচ খোৱা অৱস্থা, চকুমোহৰা, কাপোৰ সামৰি লোৱা, বেগাই খোজ দিয়া আদিৰ দ্বাৰা ধুমুহাৰ পৰা হোৱা আবেগৰ অভিনয় কৰিব লাগে। সমগ্ৰ শৰীৰ লেউসেউ হোৱা, লৰি যোৱা, ওপৰ ফালৰ পৰা ঢাক খাই থকা ঠাইৰ আশ্ৰয় বিচাৰি ফুৰা আদিৰে বৰষুণৰ বাবে হোৱা আবেগৰ অভিনয় কৰিব লাগে। চকুত ধোঁৱাই ধৰা, অঙ্গ প্ৰত্যঙ্গবিলাক কোচাই অনা, হাতেৰে মুখ আঁৰ কৰি ধৰা, জপিয়াই যোৱা, আতৰি পলোৱা আদিৰ দ্বাৰা জুইৰ বাবে হোৱা আবেগৰ অভিনয় কৰিব লাগে। বেগাই পলাই যোৱা, চঞ্চল ভাবে খোজ দিয়া, ভয়, থৎমৎ খোৱা, কঁপনি, পিছলৈ ঘূৰি ঘূৰি চোৱা, বিস্ময় আদিৰ দ্বাৰা হাতীয়ে খেদাৰ ফলত হোৱা আবেগৰ অভিনয় কৰিব লাগে। বহাৰ পৰা উঠা, আলিঙ্গণ কৰা, বস্ত্ৰ-অলংকাৰ আদি দান কৰা, চকুৰপানী ওলোৱা, পুলকিত হোৱা আদিৰ দ্বাৰা ভাল কিবা এটা শুনাৰ বাবে হোৱা আবেগৰ অভিনয় কৰিব লাগে। মাটিত পৰি যোৱা, বৰৈকে বাগৰা, দৌৰি যোৱা বিলাপ কৰা, কন্দা আদিৰ দ্বাৰা কিবা অপ্ৰিয় কথা শুনাৰ বাবে হোৱা আবেগৰ অভিনয় কৰিব লাগে। থিতাতে

আতৰি পলোৱা, অস্ত্র, চৰ্ম আৰু বৰ্মৰ ধাৰণ, হাতী, ঘোৰা আৰু ৰথত উঠা কাৰ্য, গভীৰভাৱে ভাবিবলৈ লোৱা অৱস্থা আদিৰ দ্বাৰা ব্যসনৰ কবলত পৰাৰ ফলত হোৱা আবেগৰ অভিনয় কৰিব লাগে ।

৬৩ । ইত্যেষোহষ্টৱিধো জ্ঞেয় আৱেগঃ সংভ্ৰামাত্মকঃ ।।
স্থৈৰ্যেনোত্তমমধ্যানাং নীচানাং চাপসৰ্পনাৎ ।।

এইদৰে ভয়জনিত আবেগ আঠবিধ । ইয়াত উত্তম আৰু মধ্যম প্ৰকৃতিৰ লোকৰ স্থৈৰ্য্য থাকে, নীচলোকৰ হয় পলায়ণ ।

অত্ৰাৰ্যে ভৱতঃ–
এই বিষয়ে দুটা আৰ্যা আছে --

৬৪ । অপ্ৰিয়নিৱেদনাদিশ্ৰৱণাদৱধীৰিতৱচনস্য ।
শস্ত্ৰক্ষেপত্ৰাসাদাৱেগো নাম সম্ভৱতি ।।

অপ্ৰিয় সম্বাদ, কথাৰ অৱজ্ঞা, অস্ত্ৰত্যাগ, আৰু ত্ৰাসৰ পৰা আৱেগ হয় ।

৬৫। অপ্ৰিয়নিৱেদনাদ্যো ৱিষাদভাৱাশ্ৰয়োহনুভাবোহস্য ।
সহাসাৰিদৰ্শনং চেৎ প্ৰহৰণপৰিঘট্টনং কাৰ্যম্ ।।

অপ্ৰিয় সম্বাদ শুনাৰ ফলত যি আবেগ হয় তাৰ অনুভাৱ বিষাদাশ্ৰিত । হঠাৎ শত্ৰুদৰ্শন হলে অস্ত্ৰ সংঘৰ্ষণ কৰিব লাগে ।

## জড়তা

জড়তা নাম- সৰ্বকাৰ্যা প্ৰতিপত্তিঃ ইষ্টানিষ্টশ্ৰৱণদৰ্শনৱ্যাধ্যাদিভিৰ্বিভাৱৈঃ সমুৎপদ্যতে । তামভিনয়েদকথনাৱিভাষণতূষ্ণীম্ভাৱাপ্ৰতিভা নিমেষ নিৰীক্ষণ পৰৱশত্বাদিভিৰনুভাৱৈঃ। অত্ৰাৰ্যা ভৱতি ।

জড়তা হ'ল সকলো কামৰপৰা আতৰি থকা অৱস্থা । ভাল পোৱা বা বেয়া পোৱা কথা শুনা বা দেখা আৰু ব্যাধি আদি বিভাবৰ ফলত জড়তাৰ উৎপত্তি হয় । কথা নোকোৱা, বুজি নোপোৱা অৱস্থা, চকুৰ পলক নপৰাকৈ চাই থকা, পৰবশ হৈ পৰা আদি অনুভাবেৰে ইয়াৰ অভিনয় কৰিব লাগে । এই বিষয়ে আৰ্যাটো হ'ল –

৬৬। ইষ্টং ৱানিষ্টংৱা সুখদুঃখং ৱান ৱেত্তি যো মোহাৎ ।
তুষ্ণীকঃ পৰৱশগঃ স ভৱতি জড়সংজ্ঞকঃ পুৰুষঃ ।।

যি প্ৰিয় বা অপ্ৰিয় বস্তু অথবা সুখ বা দুখ মোহবশতঃ বুজিব নোৱাৰে, মৌন হৈ থাকে আৰু পৰবশ হয়, সেই জন জড় (প্ৰকৃতি) বুলি অভিহিত হয় ।

## গৰ্ব

গৰ্ৱো নাম- ঐশ্বৰ্যকুলৰূপযৌৱনৱিদ্যাবলধনলাভাদিভিৰ্ৱিভাৱৈঃ সমুৎপদ্যতে । তস্যাসূয়াৱজ্ঞাঘৰ্ষণানুত্তৰদানাসম্ভাষণাঙ্গাৱলোকন ৱিভ্ৰমাপহসন ৱাক্পাৰুষ্যগুৰুৱ্য তিক্ৰমণাধিক্ষেপৱচন ৱিচ্ছেদাদিভিৰনুভাৱৈৰভিনয়ঃ প্ৰয়োক্তৱ্যঃ । আত্ৰাৰ্যা ভৱতি –ঐশ্বৰ্য, উচ্চ কুল, ৰূপ, যৌবন, বিদ্যা, বল, ধন লাভ আদি বিভাবৰ ফলত গৰ্বৰ উৎপত্তি হয় । অসূয়া, অৱজ্ঞা, (হাত) মোহৰা, উত্তৰ নিদিয়া, মাত নলগোৱা, নিজৰ অঙ্গ (চেহেৰা) চাই থকা, ভুল কৰা, আনক উপহাস কৰা, টান কথা কোৱা, গুৰুক অৱজ্ঞা কৰা, দোষ ধৰা, মুখেৰে নমতা আদি অনুভাবেৰে তাৰ অভিনয় কৰিব লাগে । এই বিষয়ে আৰ্যাটো এনে –

৬৭। ৱিদ্যাৱাপ্তে ৰূপাদৈশ্বৰ্যাদথ ধনাগমাদ্বাপি ।
গৰ্ৱঃ খলু নীচানাং দৃষ্ট্যাঙ্গৱিচাৰণৈঃ কাৰ্য্যঃ ।।

নীচমনালোকৰ বিদ্যালাভ, ৰূপ সৌন্দৰ্য্য, ঐশ্বৰ্য্য, অথবা ধনাগমৰ বাবে হোৱা গৰ্ব, দৃষ্টিভঙ্গী আৰু অঙ্গ সঞ্চালনৰ যোগেদি অভিনেয় ।

## বিষাদ

ৱিষাদো নাম – কাৰ্যানিস্তৰণ দৈৱৱ্যাপত্তিসমুত্থঃ । তমভিনয়েৎ সহায়ান্বেষণোপায়চিন্তনোৎসাহৱিঘাতবৈমনস্যনিঃশ্বসিতাদিভিৰনুভাৱৈৰুত্তম মধ্যমানাম্। অধমানাং তু ৱিপৰিধাৱনালোকনমুখশোষণসৃক্বপৰিলেহনানিদ্ৰানিঃশ্বসিত ধ্যানাদিভিৰনুভাৱৈঃ । অত্ৰাৰ্যাশ্লোকৌ –

কাম কৰি শেষ কৰি নোৱাৰা আৰু দৈবক্ৰমে হোৱা বিপত্তিৰ ফলত বিষাদ হয় । সহায় বিচৰা কাম, উপায়ৰ চিন্তা, উৎসাহহানি, মন মৰা অৱস্থা, হুমুনিয়াহ আদি অনুভাৱৰ দ্বাৰা উত্তম আৰু মধ্যম, শ্ৰেণীৰ মানুহৰ বিষাদৰ অভিনয় কৰিব লাগে । বিপৰীত ফালে দৌৰা, বিপৰীত ফালে চোৱা, মুখ শুকাই যোৱা, কোৱাৰি চেলেকা, অনিদ্ৰা, নিশ্বাস, চিন্তা কৰি থকা অৱস্থা আদি অনুভাবেৰে অধম পাত্ৰৰ বিষাদৰ অভিনয় কৰিব লাগে । এই বিষয়ে এটা আৰ্যা আৰু এটা শ্লোক এনে –

৬৮ । কাৰ্যানিস্তৰণকৃতস্চৌৰ্যাভিগ্ৰহণৰাজদোষাদ্যৈঃ ।
দৈৱাদিষ্টো যোঽৰ্থস্তদসংপ্ৰাপ্তৌ ৱিষাদঃ স্যাৎ ।।

কাম অসম্পূৰ্ণ হোৱা অবস্থা, চৌৰ্যাদি কামত ধৰা পৰা, ৰজাৰ ওচৰত অপৰাধ, আৰু দৈব ক্ৰমে অভীষ্ট অৰ্থ লাভ নোহোৱৰ ফলত বিষাদ হয় ।

৬৯। বৈচিত্ত্যোপায়চিন্তাভ্যাং কাৰ্য্যমুত্তমমধ্যময়োঃ।
নিদ্ৰানিঃশ্বসিতধ্যানৈৰধমামানাং তু দৰ্শয়েৎ ।।

উত্তম আৰু মধ্যম প্ৰকৃতিৰ লোকৰ পক্ষে চিত্তবৈকল্য আৰু উপায় চিন্তাৰ দ্বাৰা বিষাদৰ অভিনয় হয়। অধমৰ নিদ্ৰা, দীৰ্ঘশ্বাস আৰু চিন্তাৰ দ্বাৰা বিষাদৰ অভিনয় হয়।

ঔৎসুক্যং নাম – ইষ্টজন ৱিয়োগানুস্মৰণোদ্যানদৰ্শনাদিভিৰ্ৱিভাৱৈঃ সমুৎপদ্যতে। তস্য দীৰ্ঘনিঃশ্বসিতাধোমুখৱিচিন্তননিদ্ৰাতন্দ্ৰীশয়নাভিলষাদিভিৰনুভাৱৈৰভিনয়ঃ প্ৰযোক্তৱ্যঃ। তত্ৰাৰ্যা ভৱতি –

ভালপোৱা জনৰ পৰা আতৰি থকা, ভাল পোৱা জনলৈ মনত পৰা, উদ্যান দেখিবলৈ পোৱা আদি বিভাৱৰ ফলত ঔৎসুক্যৰ উৎপত্তি হয়। দীৰ্ঘ নিঃশ্বাস, তললৈ মুখ কৰা, চিন্তা কৰি থকা অৱস্থা, টোপনি, তন্দ্ৰা, শোৱাৰ ইচ্ছা আদি অনুভাবেৰে তাৰ অভিনয় কৰিব লাগে। এই বিষয়ে আৰ্যাটো হ'ল –

৭০। ইষ্টজনাদিবিয়োগাদৌৎসুক্যং জায়তে হ্যনুস্মৃত্যা।
চিন্তানিদ্ৰাতন্দ্ৰাগাত্ৰগুৰুত্বৈৰভিনয়োঽস্য ।।

প্ৰিয়জন আদিৰ বিয়োগ হ'লে বিৰহৰ কথা স্মৰণ হেতু ঔৎসুক্য জন্মে। চিন্তা, নিদ্ৰা, তন্দ্ৰা আৰু দেহৰ গুৰুতা ভাৱৰ দ্বাৰা ইয়াৰ অভিনয় কৰিব।

## নিদ্ৰা

নিদ্ৰা নাম – দৌৰ্বল্যশ্ৰমক্লমমদাস্যচিন্তাঽত্যাহাৰ স্বাভাৱাদিভিৰ্ৱিভাৱৈঃ সমুৎপদ্যতে। তামভিনয়েদ্ ৱদনগৌৰৱশৰীৰাৱলোকননেত্ৰঘূৰ্ণন গাত্ৰ ৱিজৃম্ভণমান্দ্যোচ্ছ্বসিত সন্নগাত্ৰতাঽক্ষিনিমীলনাদিভিৰনুভাৱৈ। অত্ৰাৰ্যে ভৱতঃ–

দুৰ্বলতা, পৰিশ্ৰম, ক্লান্তি, মদৰ নিচা, এলাহ, চিন্তা, অধিক আহাৰ, স্বভাব আদি বিভাবৰ ফলত নিদ্ৰাৰ (টোপনিৰ) উৎপত্তি হয়। গা গধূৰ লগা, নিজৰ গাৰৈ চোৱা, চকু পিৰিকিওৱা, হামিওৱা, অলসতা, দীঘল উশাহ লোৱা, গা অবশ হৈ পৰা, চকু মুদখাই যোৱা আদি অনুভাবেৰে তাৰ অভিনয় কৰিব লাগে। এই বিষয়ে দুটা আৰ্যা আছে –

৭১। আলস্যাদ্ দৌৰ্বল্যাৎ ক্লমাচ্ছ্ৰমাচ্চিন্তনাৎ স্বভাৱাচ্চ।
ৰাত্ৰৌ জাগৰণাদপি নিদ্ৰা পুৰুষস্য সংভৱতি ।।

আলস্য, দুৰ্বলতা, ক্লান্তি, পৰিশ্ৰম, চিন্তা স্বাভাবিক প্ৰকৃতি আৰু ৰাত্ৰি জাগৰণ হেতু নিদ্ৰা হয়।

৭২। তাং মুখগৌৰৱগাত্ৰপৰিলোড়ননয়নানিমীলন জড়ৈত্বেঃ ।
জৃম্ভণগাত্ৰৱিমৰ্দৈৰনুভাৱৈৰাভিনয়েৎ প্ৰাজ্ঞঃ ।।

জ্ঞানীলোকে মুখস্ফীতি, দেহকম্প, নেত্ৰনিমীলন, জড়তা, জৃম্ভন, দেহ ঘহঁোৱা আদি অনুভাৱ বিলাকৰ দ্বাৰা নিদ্ৰাৰ অভিনয় কৰিব

## অপস্মাৰ

অপস্মাৰো নাম – দেৱযক্ষনাগ ব্ৰহ্মৰাক্ষসভূত প্ৰেত পিশাচগ্ৰহণানুস্মৰণোচ্ছিষ্টশূন্যগাৰসেৱনাশুচি কালান্তৰাপৰিপতনবাধ্যাদি ভিৰ্ৱিভাৱৈঃ সমুৎপদ্যতে । তস্য স্ফুৰিত নিঃশ্বসিতোৎ কম্পিত ধাৱন পতন স্বেদ স্তম্ভনৱদন ফেনজিহ্বা পৰিলেহনাদিভিৰণুভাৱৈৰভিনয়ঃ প্ৰয়োক্তব্যঃ ।

অত্ৰাৰ্যে ভৱতঃ – দেৱতা, যক্ষ, নাগ, ব্ৰহ্ম, ৰাক্ষস, ভূত, প্ৰেত, পিশাচ আৰু গ্ৰহ গাত লগা, আগৰ কথা মনত পৰা, উচ্ছিষ্ট ভক্ষণ, এৰা পৰলীয়া ঘৰত বাস, অশুচি ঠাইত ভৰি দিয়া, বেয়া ক্ষণৰ কবলত পৰা, ব্যাধি আদি বিভাবৰ দ্বাৰা অপস্মাৰৰ উৎপত্তি হয় । ওঠ কপা, দীৰ্ঘ নিঃশ্বাস, ফোপনি, দৌৰি যোৱা, পৰা, থমা, থৰ লগা, মুখৰ ফেন ওলোৱা, জিভাৰে কোৱাৰি চেলেকা আদি অনুভাবেৰে তাৰ অভিনয় কৰিব লাগে । এই বিষয়ে দুটা আৰ্যা আছে –

৭৩। ভূতপিশাচগ্ৰহণানুস্মৰণোচ্ছিষ্টশূন্যগৃহ গমনাৎ ।।
কালান্তৰাতিপাতাদশুচেশ্চ ভৱেদ্ অপস্মাৰঃ. ।।

ভূত-পিশাচে পোৱা সেই কথাকে স্মৰণ কৰিথকা, উচ্ছিষ্ট ভোজন শূন্যগৃহ গমন, সময়ৰ অন্তত লঘোণ আৰু অশুচি ভাৱৰ কাৰণে অপস্মাৰ (মৃগীৰোগ) হয় ।

৭৪। সহসা ভূমৌ পতনং প্ৰকম্পনং ৱদনফেনমোক্ষশ্চ।
নিঃসংজ্ঞস্যোত্থানং ৰূপণ্যেতান্যপস্মাৰে ।।

হঠাৎ মাটিত পৰি যোৱা, কম্পন মুখৰ পৰা ফেন ওলোৱা অজ্ঞান অবস্থাৰে উঠা অপস্মাৰৰ লক্ষণ ।

## সুপ্ত

সুপ্তং নাম নিদ্ৰাভিভৱৱিষয়োপগমনমোহনক্ষিতিতলশয়নপ্ৰসাৰণানুকাৰ্ষণাদিভিৰ্ৱিভাৱৈঃ সমুৎপদ্যতে নিদ্ৰা সমুত্থম্ । তদুচ্ছ্বসিত সন্নাগাত্ৰাক্ষিনিমীলন সৰ্বেন্দ্ৰিয়সম্মোহনোৎ স্বপ্নায়িতাদিভিৰনু ভাৱৈৰভিনয়েৎ ।

অত্ৰাৰ্যে ভৱত ঃ – টোপনিয়ে হেচা মাৰি ধৰা, বিষয় ভোগৰ অৱসান, সম্মোহন, মাটিত শয়ন, হাত ভৰি মেলি দিয়া বা কোচাই অনা আদি ৰিভাবৰ ফলত নিদ্ৰাৰ

ফলত হোৱা সুপ্তৰ উৎপত্তি হয়। দীৰ্ঘ নিশ্বাস, গাৰ অৱসাদ, চকু জাপ যোৱা, সকলো ইন্দ্ৰিয়ৰ শিথিলতা, সপোন দেখা আদি অনুভাবেৰে তাৰ অভিনয় কৰিব লাগে। এই বিষয়ে দুটা আৰ্যা আছে –

৭৫।  নিদ্ৰাভিভৱোন্দ্ৰিয়োপৰমণ মোহৈনৈৰ্ভৱেৎ সুপ্তম।
অক্ষিনিমীলোচ্ছ্বাসৈনঃ স্বপ্নায়িতজল্পিতৈঃ কাৰ্যঃ।।

নিদ্ৰাৰ প্ৰভাৱ, ইন্দ্ৰিয়গ্ৰাহ্য বিষয়ৰ ভোগ, আৰু মোহৰ বাবে সুপ্ত হয়। নেত্ৰ নিমীলন, দীঘলকৈলোৱা শ্বাস আৰু স্বপ্নত কথা কোৱা আদিৰে ইয়াৰ অভিনয় কৰিব।

৭৬।  সোচ্ছ্বাসৈৰ্নিঃশ্বাসৈৰ্মন্দাক্ষিনিমীলনেন নিশ্চেষ্টঃ।
সৰ্বৈন্দ্ৰিয়সম্মোহাৎ সুপ্তং স্বপ্নৈঃ প্ৰযুঞ্জীত।।

দীঘলকৈ উশাহ লৈ দীঘলকৈ নিশাহ এৰা, আধাকৈ চকু মুদি নিশ্চল হৈ পৰি থকা অৱস্থা, সকলো ইন্দ্ৰিয়ৰ নিষ্ক্ৰিয়তা আৰু স্বপ্নৰ দ্বাৰা সুপ্তৰ অভিনয় হয়।

## ৱিবোধ

ৱিবোধো নাম – আহাৰ পৰিণামনিদ্ৰাচ্ছেদস্বপ্নান্ত – তীৱ্ৰশব্দ স্পৰ্শশ্ৰৱণাদিভিৰিভাৱৈঃ সমুৎপদ্যতে। তমভিৰ্নয়েজ্জৃম্ভণাক্ষিপৰিমৰ্দনশয়ন মোক্ষণাদিভিৰণুভাৱৈঃ।

অত্ৰাৰ্যা ভৱতি – আহাৰ ভাল দৰে হজম নোহোৱা, টোপনি ভগা, সপোনৰ শেষ ডাঙৰ শব্দ, স্পৰ্শ, শ্ৰৱণ আদি বিভাৱৰ ফলত ৱিবোধৰ উৎপত্তি হয়। হামি, চকু মোহৰা, শোৱাৰ পৰা উঠি অহা আদি অনুভাবেৰে ৱিবোধৰ অভিনয় কৰিব লাগে। এই বিষয়ে আৰ্যাটো এনে –

৭৭।  আহাৰৱিপৰিণামাচ্ছব্দস্পৰ্শাদিভিশ্চ সম্ভূতঃ।
প্ৰতিৱোধস্তুভিনেয়ো জৃম্ভণৱদনাক্ষিপৰিমৰ্দৈঃ।।

আহাৰ নিয়মমতে পৰিপাক নোহোৱাত, শব্দ, স্পৰ্শ আদিৰ পৰা হোৱা প্ৰতিবোধ (জাগৰণ), হামি, মুখ আৰু চকু মোহৰা কাৰ্য্যৰ দ্বাৰা বিবোধৰ অভিনয় কৰিব।

## অমৰ্ষ

অমৰ্ষো নাম – ৱিদ্যৈশ্বৰ্যশৌৰ্যবলাধিকৈৰধিক্ষিপ্তস্যাৱমানিতস্য ৱা সমুৎপদ্যত। তমভিনয়েচ্ছিৰঃ কম্পন প্ৰস্বেদনাধোমুখচিন্তনধ্যানাধ্যৱসায়োপায়সহায়ান্বেষণাদিভিৰনুভাৱৈঃ। অত্ৰ শ্লোকৌ –

বিদ্যা, ঐশ্বৰ্য, বীৰত্ব, অধিক বলৰ ফলত যাৰ অপমান কৰা হৈছে তেওঁৰ অমৰ্ষ উৎপন্ন হয়। মূৰ জোকৰা, কঁপনি, তল মূৰ কৰি থকা, চিন্তা কৰি থকা, ধ্যান,

চেষ্টা, উপায় বিচৰা, সহায় বিচৰা আদি অনুভাবেৰে অমৰ্ষৰ অভিনয় কৰিব লাগে। এই বিষয়ে দুটা শ্লোক আছে –

৭৮। আক্ষিপ্তানাং সভামধ্যে বিদৈশ্বৰ্য্যবলাধিকৈঃ।
নৃণামুৎসাহসম্পন্নো হ্যমৰ্ষো নাম জায়তে ।।

বিদ্বান, ঐশ্বৰ্য্যবান আৰু বলবানলোকে, সভাত উপহাস বা নিন্দা কৰিলে উদ্যমীলোকৰ অমৰ্ষ জন্মে।

৭৯। উৎসাহাধ্যৱসায়াভ্যামধোমুখবিচিন্তনৈঃ।
শিৰঃ প্ৰকম্পস্বেদাদ্যৈস্তং প্ৰযুঞ্জীত নাট্যবিৎ ।।

নাট্যভিজ্ঞসকলে, উৎসাহ, চেষ্টা, অধোমুখে চিন্তা, মূৰৰ কঁপনি আৰু ঘাম ওলোৱা আদিৰ দ্বাৰা অমৰ্ষৰ অভিনয় কৰিব।

## অৱহিত্থ

অৱহিত্থং নাম– আকাৰ প্ৰচ্ছাদনাত্মকম্। তচ্চ লজ্জাভয়াপজয়গৌৰৱজৈহ্ম্যাদি ভিৰ্বিভাৱৈঃ সমুৎপদ্যতে। তস্যান্যথাকথানৱালোকিত কথাভঙ্গকৃতকধৈৰ্য্যাদি ভিৰনুভাৱৈৰভিনয়ঃ প্ৰযোক্তৱ্যঃ অত্ৰ শ্লোকে ভৱতি +

নিজৰ ৰূপ লুকুৱাই ৰখাটোৱেই অবহিত্থ। লজ্জা, ভয়, পৰাজয়, গৌৰব, মনৰ বক্ৰতা আদি বিভাবৰ বেলেগ ধৰণে চোৱা, কথা সলনি কৰা, ধৈৰ্য ধৰাৰ ভাওধৰা আদি অনুভাবেৰে তাৰ অভিনয় কৰিব লাগে। এই বিষয়ে এটা শ্লোক আছে –

৮০। ধাৰ্ষ্ট্যজৈহ্ম্যাদিসংভূতমৱহিত্থং ভয়াত্মকম্।
তচ্চাগণনয়া কাৰ্য্যং নাতিচোত্তৰভাষণাৎ ।।

ধৃষ্টতা, কুটিলতা, আদিৰ পৰা হোৱা অৱহিত্থা (নিজৰ ৰূপ ঢাকি ৰখা লজ্জা) ভয়াত্মক। আনক গণ্য নকৰা, উত্তৰ দিয়াত কম কথা কোৱাৰ দ্বাৰা ইয়াৰ অভিনয় হয়।

## উগ্ৰতা

উগ্ৰতা নাম– চৌৰ্যাভিগ্ৰহণনৃপাপৰাধাসৎপ্ৰলাপাদিভিৰ্বিভাৱৈঃ সমুৎপদ্যতে। তাংচ ৱধবন্ধন তাড়ননিৰ্ভৎসনাদিভিৰনুভাৱৈৰভিনয়েৎ। অত্ৰাৰ্যা ভৱতি –

চুৰ কৰি ধৰা পৰা, ৰজাৰ ওচৰত অপৰাধ কৰা, বেয়া কথা বকিথকা আদি বিভাবৰ ফলত উগ্ৰতাৰ উৎপত্তি হয়। বধ কৰা বান্ধিপেলোৱা, মাৰপিট কৰা গালি পৰা আদি অনুভাবৰদ্বাৰা তাৰ অভিনয় কৰিব লাগে। এই বিষয়ে এটা আৰ্যা আছে –

৮১।	চৌৰ্যাভিগ্ৰহযোগান্নৃপাপৰাধাত্তথোগ্ৰতা ভৱতি ।
	বধবন্ধনতাড়নাদিভিৰনুভাৱৈৰভিনয়স্তস্যাঃ ।।

চুৰি কৰি ধৰা পৰা বাবে আৰু ৰজাৰ ওচৰত অপৰাধৰ হেতু উগ্ৰতা হয় । হত্যা, বন্ধন আৰু তাড়ন আদি অনুভাৱৰ দ্বাৰা ইয়াৰ অভিনয় কৰিব লাগে ।

## মতি

মতির্নাম—নানাশাস্ত্ৰৱিচিন্তনোহাপোহাদিভির্বিভাৱৈঃ সমুৎপদ্যতে । তামভিনয়েচ্ছি ষ্যোপদেশাৰ্থ ৱিকল্পন সংশয়চ্ছেদাদিভিৰনুভাৱৈঃ ভৱতিচাত্ৰ শ্লোক –

নানা শাস্ত্ৰৰ বিষয়ে চিন্তা আৰুবিবেচনা আদি বিভাৱৰ ফলত মতিৰ উৎপত্তি হয় । শিষ্যক দিয়া উপদেশ, অৰ্থৰ ব্যাখ্যা, সংশয়ৰ দূৰীকৰণ আদি অনুভাৱৰ দ্বাৰা তাৰ অভিনয় কৰিব লাগে । আৰু এই বিষয়ে এটা শ্লোক আছে –

৮২।	নানাশাস্ত্ৰৱিনিষ্পন্না মতিঃ সংজায়তে নৃণাম্ ।
	শিষ্যোপদেশাৰ্থকৃতস্তস্যাত্বভিনয়ো ভৱেৎ ।।

নানা শাস্ত্ৰৰ দ্বাৰা মানুহৰ মতি জন্মে । শিষ্যক উপদেশ আৰু শাস্ত্ৰাৰ্থ ব্যাখ্যাৰ যোগেদি ইয়াৰ অভিনয় কৰিব ।

## ব্যাধি

ব্যাধির্নাম- ৱাতপিত্তকফসন্নিপাত প্ৰভৱঃ তস্যাঃ জ্বৰাদয়ো ৱিশেষাঃ জ্বৰস্তু দ্বিবিধঃ সশীতঃ সদাহশ্চ । তত্ৰ সশীতো নাম – প্ৰৱেপিত সৰ্বাঙ্গোৎকম্পন নিকুঞ্চনাগ্ন্যভিলাষৰোমাঞ্চহনুবলন নাসাৱিকূণন মুখশোষণ পৰিদেৱিতাদিভিৰনুভাৱৈৰভিনেয়ঃ । সদাহো নাম – বিক্ষিপ্তাঙ্গৰচৰণ ভূম্যভিলাৰষানুলেপনশীতাভিলাষ পৰিদেৱনমুখশোষোৎ ক্ৰুষ্টাদিভিৰনুভাৱৈঃ । য়ে চান্যে ব্যাধয়স্তেঽপি খলু মুখৱিকূণনগাত্ৰস্তম্ভ স্ৰস্তাক্ষিনিঃ শ্বসন স্তনিতোৎ ক্ৰুষ্টৱেপনাদিভিৰনুভাৱৈৰভিনেয়াঃ । অত্ৰ শ্লোকো ভৱতি । –

বাত, পিত্ত আৰু কফৰ সন্নিপাতৰ ফলত ব্যাধিৰ উৎপত্তি হয় । তাৰ জ্বৰ আদি বেলেগ বেলেগ প্ৰকাৰ আছে । জ্বৰ দুবিধ একবিধ সশীত ( শীত যুক্ত) আৰু একবিধ সদাহ (দাহযুক্ত) । কোনো অঙ্গৰ বা সমগ্ৰ শৰীৰৰ কঁপনি, গা কোচ-মোচ খোৱা, জুই ফুৱাবৰ ইচ্ছা, গাৰ নোম শিয়ৰি উঠা, থুতৰি কঁপা, নাকৰ পাহি কঁপা, মুখ শুকাই যোৱা, ওজৰ আপত্তি আদি অনুভাৱৰ দ্বাৰা সশীত জ্বৰৰ অভিনয় কৰিব লাগে । দেহ হাত, ভৰি আদি আচাৰা, মাটিত শুবলৈ ইচ্ছা, গাত চন্দনৰ লেপ লোৱা শীতল বস্তুৰ বাবে অভিলাষ, ওজৰ আপত্তি, মুখ শুকুৱা হায়ে বিয়ে কৰা আদি অনুভাৱেৰে সদাহ জ্বৰৰ অভিনয় কৰিব লাগে । আৰু আন যি বিলাক

ব্যাধি আছে সেই বিলাকবো চকুবে পিবিক-পাবাক কবি চোৱা,গা থব লগা, হাত-ভবি আচাৰা, চকুথৰ লগা, ফোপনি, গোঙনি কেঁকনি কঁপনি আদি অনুভাবেৰে অভিনয় কৰিব লাগে। এই বিষয়ে এটা শ্লোক আছে –

৮৩। সামান্যতস্তু ব্যাধীনাং কর্তব্যোহভিনয়ো বুধৈঃ।
সস্তাঙ্গগাত্রবিক্ষেপৈ কজ্জা মুখবিঘূর্ণনৈঃ ।।

সাধাৰণতে জ্ঞানীসকলে ব্যাধিৰ অভিনয় শিথিল অঙ্গ, দেহবিক্ষেপ, ৰোগৰ হেতু মুখ ঘূৰোৱা আদিৰ যোগে কৰণীয়।

## উন্মাদ

উন্মাদো নাম – ইষ্টজনবিয়োগবিভৱনাশাভিঘাতবাতপিত্ত শ্লেষ্মপ্রকোপাদিভির্বিভাবৈরুৎপদ্যতে। তমনিমিত্তহসিত রুদিতোৎ ক্রুষ্টা সম্বদ্ধ প্রলাপ শয়িতো পবিষ্টোৎথিত প্রধাবিত নৃত্ত গীত পঠিত ভস্মপাংস্ববধূলন তৃণ নির্মাল্যকুচেলচীৰ ঘটকপাল শৰাৱা ভৰণ ধাৰণোপে ভোগৈৰণৈকেস্চানৱস্থিতৈশ্চেষ্টানুকৰণাদিভিৰনুভাবৈৰভিনয়েৎ। অত্রার্যে ভৰতঃ –

আপোন জনৰ মৃত্যু, সম্পত্তিৰ নাশ, আঘাত পোৱা বাত-পিত্ত-কফৰ প্ৰকোপ আদি বিভাৱৰ ফলত উন্মাদৰ উৎপত্তি হয়। অকাৰণতে হঁহা,কন্দা, চিঞৰা, অসংলগ্ন কথা বকি থকা, থিতাতে শোৱা, বহা, উঠি দৌৰ মৰা, নচা, গান গোৱা পঢ়া, ছাই-ধূলি আদি গাত লোৱা, ধাঁহবনকে নির্মালি বুলি লোৱা, লেতেৰা কাপোৰ, ফটা কাপোৰ পিন্ধা, ঘট, খোলা, চৰু আদি অলংকাৰ ৰূপে ধাৰণ কৰা, অনেক ধৰণৰ অস্বাভাৱিক বস্তুৰে আনন্দ পোৱা, আনৰ চালচলনৰ অনুকৰণ আদি অনুভাৱেৰে তাৰ অভিনয় কৰিব লাগে। এই বিষয়ে দুটা আৰ্যা আছে –

৮৪। ইষ্টজনবিভৱনাশাদভিঘাতাদ্বাতপিত্তকফ কোপাৎ।
বিবিধাচ্চিত্তবিকাৰাদুন্মাদো নাম সংভৱতি ।।

প্রিয়জনৰ মৃত্যু, বিত্তনাশ অভিঘাত (বিপদত পৰা) আদিৰ ফলত বায়ু, পিত্ত, কফ কুপিতহৈ আৰু নানাবিধ চিত্তবিকাৰৰ ফলত উন্মাদ হয়।

৮৫। অনিমিত্তহসিতৰুদিতোপবিষ্টগতি প্রধাবিতোৎক্রুষ্টৈঃ।
অন্যৈশ্চ বিকাৰকৃতৈৰুন্মাদং সংপ্রযুঞ্জীত ।।

বিনা কাৰণত হঁহা, কন্দা বহা, ঘূৰি ফুৰা, দৌৰা, উচ্চৈঃস্বৰে চিৎকাৰ কৰা, আৰু অন্য প্ৰকাৰ বিকাৰৰ উন্মাদ অৱস্থাৰ অভিনয় কৰিব লাগে।

# মৃত্যু

মৰণং নাম ব্যধিজমভিঘাতজঞ্চ । তত্র যদান্ত্রযকৃচ্ছূলদোষবৈষম্যগণ্ড পিটকজ্বৰ বিষূচিকা দিভিৰুৎপদ্যতে তদ, ব্যাধি ভৱম্ । অভিঘাতজন্তু শস্ত্রাহিদংশ ৱিষপান শ্বাপদ গজতুৰগৰথ পশু যান পাত ৱিনাশ প্রভৱম্ । এতয়োৰভিনয়ৱিশেষান, ৱক্ষ্যামঃ– তত্র ব্যাধিজং ৱিষণ্ণগাত্রাৱ্যায়তাঙ্গৱিচেষ্টিত নিমীলিত নয়ন হিক্কাশ্বাসোপেতানৱেক্ষিত পৰিজনাৱ্যক্তাক্ষৰ কথানাদিভিৰনুভাৱৈৰভিনয়েৎ । অত্র শ্লোক ভৱতি –

ব্যাধিৰ ফলত আৰু আঘাত পোৱাৰ ফলত মৰণ হয় । যেতিয়া অন্ত্র বা যকৃৎ বা অম্লশূলৰ দোষ বা ধাতুৰ বিষমতা বা ডাঙৰ ফোঁহা বা সৰু ফোঁহা, জ্বৰ, বসন্ত আদিৰ ফলত মৃত্যু হয় তেতিয়া তাক ব্যাধিৰ ফলত হোৱা বোলা হয়। আনহাতে অস্ত্র আঘাত, সাপে খোটা, বিষপান, জন্তুৰ আক্ৰমণ, হাতী, ঘোৰা, ৰথ, অন্য জন্তুৰে টনা গাড়ী আদিৰ পৰা আদিৰ ফলত মৃত্যু হয় তেতিয়া তাক কিন্তু অভিঘাতৰ ফলত হোৱা বোলা হয় । এই দুই বিধৰ অভিনয়ত কি পাৰ্থক্য আছে তাক ব্যাখ্যা কৰিম । শৰীৰৰ অবশঅবস্থা, হাত ভৰি বহলকৈ মেলি দিয়া, অঙ্গ বিলাকস্থিৰ হোৱা । চকু মুদি দিয়া । কেকনি, দীৰ্ঘনিঃশ্বাস, ওচৰৰ মানুহ বিলাকে নেদেখাকৈ অস্পষ্ট মাতেৰে কিবা কৈ থকা আদি অনুভাবেৰে ব্যাধিজ মৰণৰ অভিনয় কৰিব লাগে । এই বিষয়ে এটা শ্লোক আছে –

৮৬। ৱ্যাধানামেকভাবো হি মৰণাভিনয়ঃ স্মৃতঃ ।
ৱিষণ্ণৈৰ্নিশ্চেষ্টৈৰিন্দ্ৰিয়ৈশ্চ ৱিৱৰ্জিতঃ ।।

ব্যাধিৰ অভিনয়ৰ সৈতে মৰণৰ অভিনয় একৰূপ হয় । যেনে অৱসন্নদেহ আৰু নিশ্চেষ্ট ইন্দ্ৰিয় কাৰ্য্যৰ অভাৱৰ দ্বাৰা ইয়াৰো অভিনয় হয় ।

অভিঘাতজেতু নানা প্রকাৰা অভিনয়ৱিশেষাঃ শস্ত্র ক্ষতাদিদষ্ট ৱিষপীত গজাদিপতিত শ্বাপদহতাঃ যথা তত্র শস্ত্র ক্ষতে তাৱৎ সহসা ভূমি পতনৱেপন স্ফুৰণাদিভিৰভিনয়ঃ প্রয়োক্তৱ্যং । অহিদষ্ট ৱিষপীতয়োৰ্ৰিৰৱেগো যথাকাৰ্শ্যৱেপথু বিদাহহিক্কা ফেন স্কন্ধভঙ্গ জড়তা মৰণানীত্যষ্টৌ বিষৱেগাঃ তত্র শ্লোকৌ ভৱত : –

অভিঘাতজ মৃৰ্তুৰ ক্ষেত্ৰত অস্ত্ৰৰ আঘাত, সাপে খোটা, বিষপান, হাতী আদিৰ পৰা পৰা, জন্তুৱে মৰা আদি ভেদে থিতাতে মাটিত পৰি যোৱা, কপঁনি, বাগৰা আদিৰে অভিনয় কৰিব লাগে । সাপে খোটা আৰু বিষপানৰ ফলত হোৱা বিষক্রিয়া যেনে – খীনাই যোৱা, কপা, পোৰণি, কেকনি, মুখৰ ফেন ওলোৱা কান্ধ পৰি যোৱা, থৰলগা, আৰু মৰণ এই আঠ বিধ বিষবেগ ।
এই বিষয়ে এটা শ্লোক আছে –

৮৭। কাৰ্শ্যংতু প্ৰথমে বেগে দ্বিতীয়ে বেপথুঃ তথা ।
দাহং তৃতীয়ে হিক্কাং তু চতুৰ্থে সংপ্ৰয়োজয়েৎ ।।

প্ৰথমে বিষপ্ৰভাৱত কৃশতা, দ্বিতীয়ত কম্প, তৃতীয়ত পোৰণি, আৰু চতুৰ্থত হিকতিৰ প্ৰয়োগ বিধেয় ।

৮৮। ফেনং তু পঞ্চমে কুৰ্যাৎ ষষ্ঠে তু স্কন্ধভঞ্জনম্ ।
জড়তাং সপ্তমে কুৰ্যাদষ্টমে মৰণং তথা ।

পঞ্চমত ফেন, ষষ্ঠত স্কন্ধভঞ্জন, সপ্তমত জড়তা আৰু অষ্টম অৱস্থাত মৃত্যু হয় ।

অত্ৰাৰ্যা ভৱতি ।
এই বিষয়ে এটা আৰ্যা আছে

৮৯। শ্বাপদগজতুৰগৰথোত্তৰং তু পশুযানপতনজং চাপি ।
শস্ত্ৰক্ষতৱৎ কুৰ্য্যদনৱেক্ষিতগাত্ৰসঞ্চাৰম্ ।।

হিংস্ৰ জন্তু, হাতী, ঘোঁৰা আৰু ৰথৰ পৰা উদ্ভূত আৰু পশুযানৰ পৰা পতনজনিত মৃত্যুত, অস্ত্ৰাঘাত জনিত মৃত্যুৰ দৰে দেহ সঞ্চালন নহয় ।

৯০। ইত্যেৱং মৰণং জ্ঞেয়ং নানাৱস্থান্তৰাত্মকম্ :
প্ৰযোক্তব্যং বুধৈঃ সম্যগ্ যথাৱাগঙ্গচেষ্টিতৈঃ ।।

এনে দৰেই মৃত্যুৰ অভিনয়ত বিজ্ঞসকলে অবস্থা ভেদে বিভিন্ন ধৰণৰ বাচিক আৰু আঙ্গিক অভিনয় কৰিব ।

## ত্ৰাস

ত্ৰাসো নাম – ৱিদ্যুদুল্কাশনিপাত নিৰ্ঘাতাম্বুধৰমহাসত্ত্ব পশুৰৱাদিভিৰ্ব্বিভাৱৈৰুৎপদ্যতে । তমভিনয়েৎ সংক্ষিপ্তাঙ্গোৎ কম্পনৱেপথু স্তম্ভ - ৰোমাঞ্চগদ্‌গদ প্ৰলাপাদিভিৰনুভাৱৈঃ অত্ৰ শ্লোকো ভৱতি –

বিজুলি, উল্কাপাত, বজ্ৰপাতৰ শব্দ, মেঘৰ গাজনি আৰু বলী জন্তুৰ গোজৰণি আদি বিভাবৰ ফলত ত্ৰাসৰ উৎপত্তি হয় । অঙ্গ সমূহ কোচাই অনা, কঁপনি, থৰ লগা, গাৰ নোম শিয়ৰিউঠা, মাত থোকাথোকি হোৱা, প্ৰলাপ আদি অনুভাবেৰে তাৰ অভিনয় কৰিব লাগে । এই বিষয়ে শ্লোকটো হ'ল –

৯১। মহাভৈৰৱ নাদাদৈস্ত্ৰাসঃ সমুপজায়তে ।
ভ্ৰষ্টাঙ্গাৰ্ধনিমেষাদ্যৈস্তস্য ত্বভিনয়ো ভৱেৎ ।।

অতিভীষণ শব্দ আদিৰ ফলত ত্ৰাস জন্মে । শিথিল অঙ্গ, অৰ্দ্ধনিমেষ আদিৰে ইয়াৰ অভিনয় কৰিব লাগে ।

## ৱিতৰ্ক

ৱিতৰ্কো নাম – সন্দেহৱিমৰ্শৱিপ্ৰতি পত্ত্যাদিভিৰ্ৱিভাৱৈৰুৎপদ্যতে । তমভিনয়েদ ৱিৱিধৱিচাৰিত প্ৰশ্ন – সম্প্ৰধাৰণ মন্ত্ৰ সংগূহনাদিভিৰনুভাৱৈ । অত্ৰ শ্লোকো ভৱতি– সন্দেহ, সংশয়, মতভেদ আদি ৱিভাৱৰ ফলত ৱিতৰ্কৰ উৎপত্তি হয় । ৱিৱিধ বিচাৰ, প্ৰশ্ন, সিদ্ধান্ত মন্ত্ৰণা গোপনে ৰখা আদি অনুভাৱেৰে তাৰ অভিনয় কৰিব লাগে । এই বিষয়ে এটা শ্লোক আছে –

৯২। ৱিচাৰণাদি সম্ভূতঃ সন্দেহজনানাত্মকঃ।
ৱিতৰ্কস্ত্বভিনেয়ঃ স্যাচ্ছিৰোভ্ৰূপক্ষ্মকম্পনৈঃ ।।।

বিচাৰৰ পৰা উদ্ভূত আৰু সন্দেহৰ জনক বিতৰ্কৰ অভিনয় কৰিব মূৰ, ভ্ৰূ আৰু চকুৰ চেলাউৰিৰ কঁপনিৰ সহায়েৰে ।

এৱমতেত্ৰয়স্ত্ৰিংশদ্ব্যভিচাৰিণো ভাৱা দেশকালাৱস্থানুকপ্যোণাত্মগতপৰগতমধ্যস্থা উত্তমমধ্যমাধমৈঃ স্ত্ৰীপুংসৈঃ স্বপ্ৰয়োগৱাশাদুপপাদ্যা ইতি –

এই দৰেই তেত্ৰিশটা ব্যভিচাৰিভাব দেশ, কাল, অৱস্থা অনুসাৰে পাত্ৰৰ নিজৰ, বা আনৰ বা মধ্যস্থ জনৰ ক্ষেত্ৰত, উত্তম, মধ্যম অধম পাত্ৰ ভেদে স্ত্ৰী বা পুৰুষ পাত্ৰ ভেদে নিজৰ কৌশল অনুসাৰে অভিনয়ৰ যোগে ফুটাই তুলিব লাগে ।

৯৩। ত্ৰয়স্ত্ৰিংশদিমে ভাৱা ৱিজ্ঞেয়া ব্যভিচাৰিণঃ ।
সাত্ত্বিকাংস্তুপুৰ্নভাৱান্ ব্যাখ্যাস্যাম্যনুপূৰ্ৱশঃ ।।

এই তেত্ৰিশটা ব্যভিচাৰীভাৱ বুলি বুজিব । এতিয়া সাত্ত্বিক ভাৱবিলাকৰ কথা যথাক্ৰমে কোৱা হব ।

## সাত্ত্বিক ভাৱ

অত্ৰাহ– কিমন্যে ভাৱাঃ সত্ত্বেন ৱিনাঽভিনীয়ন্তে যস্মাদুচ্যন্তে এতে সাত্ত্বিকা ইতি – অত্ৰোচ্যতে – ইহ হি সত্ত্বং নাম মনঃপ্ৰভৱম্ । তচ্চ সমাহিত মনস্ত্বদুচ্যতে । মনসঃ সমাধৌ সত্ত্বনিস্পত্তিৰ্ভৱতি । তস্য চ যোঽসৌ স্বভাৱো ৰোমাঞ্চাশ্ৰুৱৈৱৰ্ণ্যাদিলক্ষণো যথাভাৱোপগতঃ সন শক্যোঽন্য মনসা কৰ্তুমিতি । লোক স্বাভাৱানুকৰণ ত্বাচ্চ নাট্যস্য সত্ত্বমীপ্সিতম্ । কো দৃষ্টান্তঃ ইহ হি নাট্যধৰ্মিপ্ৰবৃত্তাঃ সুখ দুঃখকৃতা ভাৱাস্তথা সত্ত্বৱিশুদ্ধাঃ কাৰ্যাঃ যথা সৰূপা ভৱন্তি । তত্ৰ দুঃখং নাম ৰোদনাত্মকং তৎ কথমদুঃখিতেন সুখং চ প্ৰহৰ্ষাত্মকসমুখিতেন ৱাভিনেয়ম্ । এত দেৱাস্য সত্ত্বং যৎ দুঃখিতেন সুখিতেন ৱাহশ্ৰুৰোমাঞ্চৌ দৰ্শয়িতৱ্যো ইতি কৃত্বা সাত্ত্বিকা ভাৱা হ ত্যভিৱ্যাখ্যাতাঃ । ইমে–

এই খিনিতে প্ৰশ্ন উঠিছে যে সাত্ত্বিক ভাববিলাকক যে সাত্ত্বিক বোলা হ'ল তাৰ বাহিৰে আন ভাববিলাকৰ অভিনয়ৰ সত্ত্বৰ (অৰ্থাৎ চেতনাৰ) প্ৰয়োজন নাই নে কি ?

ইয়াৰ উত্তৰত কৈছে যে এই ক্ষেত্ৰত যাক সত্ত্ব বোলা হৈছে তাৰ উৎপত্তি হয় মনৰ পৰা। মনটো সমাহিত হৈ থাকিলে( অৰ্থাৎ মন ঢালি দিব পাৰিলে) হে সত্ত্বৰ উদ্‌ভৱ হয় বাবে তাক তেনে নাম দিয়া হৈছে। মনৰ সমাধি (মন ঢালি দিয়া অৱস্থা) হ'লেহে সাত্ত্বিক ভাব বিলাক ফুটাই তুলিব পাৰি। বেলেগ বেলেগ সাত্ত্বিক ভাবৰ বোমাঞ্চ (গা শিয়ৰি উঠা), অশ্ৰু (চকুপানী), শেতাপৰা আদি যিবিলাক নিজা নিজা স্বভাব সেইবিলাকক আন কথালৈ মন দি থাকিলে ফুটাই তুলিব নোৱাৰি। মানুহৰ স্বভাবৰ যথাযথ অনুকৰণেই নাট্য আৰু সেই বাবেই সত্ত্ব এটা বাঞ্ছনীয় বস্তু। এই ক্ষেত্ৰত দৃষ্টান্ত হ'ল এনে – নাটধৰ্ম ৰূপে সুখ আৰু দুখৰ লগত জৰিত ভাবকিলাকৰ অভিনয় সত্ত্বভাবেৰে এনে বিশুদ্ধ ভাবে কৰিব লাগে যাতে অভিনয় বাস্তৱৰ সৈত একে ধৰণৰ হয়। দুখ বুলিলেই তাৰ লগত কান্দোন জড়িত হৈ আছে। গতিকে দুখ অনুভৱ নকৰা জনে সেই দুখৰ অভিনয় কৰিব ? সুখ বুলিলে তাৰ লগত এটা হৰ্ষৰ ভাব জড়িত আছে। সুখ অনুভব নকৰা জনেই বা সেই সুখৰ অভিনয় কেনেকৈ কৰিব ? দুখৰ আৰু সুখৰ ভাব অনুভব কৰিহে যথাক্ৰমে অশ্ৰু আৰু ৰোমাঞ্চৰ অভিনয় কৰিব পাৰি সেই খিনিতে সত্ত্বৰ (অৰ্থাৎ অভিনেতাৰ মনটোৰ একাগ্ৰতাৰ) প্ৰয়োজন আহি পৰিছে আৰু সেই বাবেই সাত্ত্বিক ভাব বিলাকক সাত্ত্বিক বোলা হয়। সেই সাত্ত্বিক ভাব হ'ল এই কেইটা –

৯৪। স্তম্ভঃ স্বেদোহথ ৰোমাঞ্চঃ স্বৰসাদোহথ ৱেপথুঃ।
বৈৱৰ্ণ্যমশ্ৰুপ্ৰলয় ইত্যষ্টৌ সাত্ত্বিকাঃ স্মৃতাঃ ।।

অৱশভাৱ, ঘাম, ৰোমাঞ্চ, স্বৰসাদ (মাত ভগা), কঁপনি বিবৰ্ণভাৱ, অশ্ৰু আৰু মূৰ্চ্ছা এই আঠোটা সাত্ত্বিক ভাৱ বুলি জানিব। অত্ৰাৰ্যাঃ। তত্ৰ
এই বিষয়ে কেইটা মান আৰ্যা আছে। তাৰে ভিতৰত আছে.-

৯৫। ক্ৰোধভয়হৰ্ষলজ্জাদুঃখশ্ৰমৰোগতাপঘাতেভ্যঃ।
ব্যায়ামক্লমধৰ্মাৎ স্বেদঃ সংপীড়নাচ্চৈৱ ।।

ক্ৰোধ, ভয়, হৰ্ষ, লজ্জা, দুঃখ, শ্ৰম, ৰোগ, তাপ, ব্যায়াম, ক্লান্তি,আৰু সংপীড়নৰ (সংঘৰ্ষৰ) ফলত ঘাম ওলায়।

স্তম্ভ

৯৬। হৰ্ষভয়ৰোগবিস্ময়ৱিষাদমদৰোষসংভৱঃ স্তম্ভঃ।
শীতভয়হৰ্ষৰোষস্পৰ্শজ্বৰাসম্ভৱঃ কম্পঃ ।।

হৰ্ষ, ভয়, ৰোগ, বিস্ময়, বিষাদ, মত্ততা আৰু ক্ৰোধৰ পৰা স্তম্ভ (অৱশভাৱ) জন্মে। শীত, ভয়, হৰ্ষ, কোপ স্পৰ্শ আৰু জ্বৰৰ পৰা হয় কম্প।

## অশ্ৰু

৯৭। আনন্দামৰ্ষাভ্যাং ধূমাঞ্জনজৃম্ভনাদ, ভয়াচ্চ।
শোকানিমিষপ্ৰেক্ষণশীতাদ্ৰোগাদ্ ভৱেদস্ৰম্॥

আনন্দ, ক্ৰোধ, ধোঁৱা, কাজল, হামি ভয়, শোক অনিমেষ দৃষ্টি, শীত আৰু ৰোগৰ ফলত অশ্ৰু নিৰ্গত হয়।

## বিবৰ্ণভাৱ আৰু ৰোমাঞ্চ

৯৮। শীতক্ৰোধভয় শ্ৰমৰোগক্লমতাপজং চ বৈৱৰ্ণ্যম্।
স্পৰ্শভয়শীতহৰ্ষাৎ ক্ৰোধাদ, ৰোগাচ্চ ৰোমাঞ্চঃ॥

শীত, ক্ৰোধ, ভয় ৰোগ, ক্লান্তি, আৰু তাপৰ পৰা বিবৰ্ণভাৱ হয়। স্পৰ্শ, ভয়, শীত, হৰ্ষ, ক্ৰোধ আৰু ৰোগৰ পৰা হয় ৰোমাঞ্চ।

## স্বৰসাদ

৯৯। স্বৰসাদো ভয়হৰ্ষক্ৰোধজ্বৰৰোগমদজনিতঃ।
শ্ৰমমূৰ্চ্ছামদনিদ্ৰাভিঘাতমোহাদিভিঃ প্ৰলয়ঃ।

ভয়, হৰ্ষ, ক্ৰোধ, জ্বৰ, ৰোগ আৰু মত্ততাৰ ফলত স্বৰভঙ্গ হয়। শ্ৰম, মূৰ্চ্ছা, মত্ততা, নিদ্ৰা, আঘাত, আৰু মোহ প্ৰভৃতিৰ বাবে হয় মূৰ্চ্ছা (সংজ্ঞাহীনতা)

## সাত্ত্বিক ভাৱৰ অভিনয়

১০০। এৱমেতে বুধৈৰ্জ্ঞেয়া ভাৱাহ্যষ্টৌ তু সাত্ত্বিকাঃ।
কৰ্ম চৈষাং প্ৰৱক্ষ্যামি ৰস ভাৱানুভাৱকম্॥

এইদৰে আঠোটা সাত্ত্বিক ভাৱৰ কথা কোৱা হ'ল, এতিয়া ৰস আৰু ভাবৰ অনুভূতি জন্মাবপৰাকৈ ইহঁতৰ অভিনয় কি ভাবে কৰিব লাগে সেই কথা কওঁ।

১০১। নিশ্চেষ্টো নিষ্প্ৰকম্পশ্চস্থিতঃ শূণ্য জড়াকৃতিঃ।
নিঃসংজ্ঞঃ স্তব্ধ গাত্ৰশ্চ স্তম্ভং ত্বভিনয়েৎ বুধঃ॥

বিজ্ঞলোকে নিশ্চেষ্ট, অবিকম্প, দণ্ডায়মান শূন্য আৰু জড়, সংজ্ঞাহীন আৰু অৱশাঙ্গৰূপে থাকি স্তম্ভৰ অভিনয় কৰিব।

১০২। ব্যজনগ্রহণাচ্চাপি স্বেদাপনয়নেন চ।
স্বেদস্যাভিনয়ঃ যোজ্যস্তথা বাতাভিলাষতঃ ।।

বিচনি লোৱা, ঘাঁম মচা, আৰু বতাহলোৱাৰ ইচ্ছাৰে ঘামৰ অভিনয় কৰিব।

১০৩। মুহঃ কণ্টকিতত্বেন তথোল্লুকসনেন চ।
বোমাঞ্চস্ত্বভিনেয়োসৌ গাত্রসংস্পর্শনেন চ ।।

বাৰম্বাৰ পুলকোদয়, শৰীৰৰ লোমহৰ্ষণ, আৰু দেহস্পৰ্শৰ দ্বাৰা ৰোমাঞ্চ অভিনেয়।

১০৪। স্বৰভেদং তথা চৈব ভিন্ন গদগদনিস্বনৈঃ।
বেপনাদ স্ফুৰনাদ, কম্পাদ, বেপথুং সংপ্ৰযোজয়েৎ ।।

ভঙ্গ, গদ্‌গদ্ স্বৰে স্বৰভঙ্গৰ অভিনয় কৰিব। গাৰ জিকাৰণি, এটা অংগৰ কঁপনি অথবা সমগ্ৰ গাৰ কঁপনিৰে বেপথুৰ কেঁপনিৰ) অভিনয় কৰিব।

১০৫। মুখবৰ্ণ পৰাবৃত্ত্যা নাড়ীপীড়নযোগতঃ।
বৈবৰ্ণ্যমভিনেতব্যং প্ৰযত্নাত্তদ্ধি দুষ্কৰম ।।

(ৰক্তবাহী) নাড়ীত চেপা মাৰি ধৰি মুখৰ ৰঙৰ সলনি কৰি যত্নেৰে
বৈবৰ্ণ্যৰ অভিনয় কৰিব লাগে। কিন্তু তাকে কৰা বৰ টান।

১০৬। নেত্ৰসংমাৰ্জনৈৰাপৈৰস্ৰং ত্বভিনয়েদ্বুধঃ।
নিশ্চেষ্টো নিষ্কম্পত্বাদব্যক্তশ্বসিতাদপি ।।
মেদিনী পতনাচ্চাপি প্ৰলয়াভিনয়ো ভবেৎ ।।

বিজ্জনে চকু মোহাৰি উলিওৱা চকুৰ পানীৰ দ্বাৰা অশ্ৰুৰ অভিনয় কৰিব। সংজ্ঞাহীনতাৰ অভিনয়ত নিশ্চেষ্টতা, নিষ্কম্পতা, অস্ফুট শ্বাস ক্ৰিয়া আৰু মাটিত বাগৰাৰ অভিনয় কৰিব।

১০৭। একোন পঞ্চাশদিমেযথাৱদ্, ভাৱাস্ত্ৰ্যৱস্থা গদিতা ময়া ৱঃ।
যেষাং চ যে যত্ৰ ৰসে নিযোজ্যাস্তান্ শ্ৰোতুমৰ্হন্তি চ বিপ্ৰমুখ্যাঃ ।।

হে শ্ৰেষ্ঠদ্বিজগণ, এই তিনিবিধ অৱস্থাৰ উনপঞ্চাশ ভাৱৰ কথা আমি আপোনাসকলক ক'লো। যিবোৰ ভাৱ যিবোৰ ৰসত প্ৰযোজ্য সেইবিষয়ে আপোনাসকলে শুনা ভাল।

অত্ৰ শ্লোকাঃ

এই বিষয় এই দৰে কেইটমান শ্লোক আছে –

১০৮। গ্লানিঃ শঙ্কা হ্যসূয়া চ শ্ৰমশ্চপলতা তথা ।
সুপ্তং নিদ্ৰাৱহিত্থং চ শৃঙ্গাৰে ৱেপথুস্তথা ।।
আলস্যৌগ্ৰ্যজুগুপ্সাভিভিতীৰৈস্তু পৰিৱৰ্জিতাঃ ।।।
উদ্ভাৱয়ন্তি শৃঙ্গাৰং সৰ্বে ভাৱাঃ স্বসংজ্ঞয়া ।।

গ্লানি, শঙ্কা, অসূয়া, শ্ৰম, চপলতা, সুপ্ত,নিদ্ৰা, অবহিথ আৰু বেপথু, শৃংগাৰ ৰসৰ ভাৱ । আলস্য, উগ্ৰতা, জুগুপ্সা, বৰ্জিত সকলোভাবে নিজৰ নামত শৃঙ্গাৰ ৰস উদ্ভাবিত কৰে ।

১১০। গ্লানিঃ শঙ্কা হ্যসূয়া চ শ্ৰমশ্চপলতা তথা ।
সুপ্ত নিদ্ৰাৱহিত্থক হাস্যে ভাৱাঃ প্ৰকীৰ্ত্তিতাঃ ।।

গ্লানি, শঙ্কা, অসূয়া, শ্ৰম, চপলতা, সুপ্ত, নিদ্ৰা, আৰু অৱহিত্থ – এইবিলাক হাস্যৰসৰ ভাৱ বুলি কোৱা হয় ।

১১১। নিৰ্বেদশ্চৈৱ চিন্তা চ দৈন্যগ্লান্যশ্ৰমেৱচ ।
জড়তা মৰণং চৈৱ ব্যাধিশ্চ কৰুণে তথা ।।

নিৰ্বেদ চিন্তা, দৈন্য, গ্লানি, অশ্ৰু, জড়তা, মৃত্যু আৰু ব্যাধি কৰুণৰসৰ ভাৱ ।

১১২। গৰ্বোহসূয়া তথোৎসাহ আৱেগো মদএৱ চ ।
ক্ৰোধশ্চলতা হৰ্ষো ৰৌদ্ৰে তৃগ্ৰত্বমেৱ চ ।।

গৰ্ব অসূয়া, উৎসাহ, আবেগ মত্ততা, ক্ৰোধ, চপলতা, হৰ্ষ আৰু উগ্ৰতা ৰৌদ্ৰৰসৰ ভাৱ ।

১১৩ - ১১৪। অসম্মোহস্তথোৎসাহঃ আৱেগোহমৰ্ষ এৱ চ ।
মতিশ্চৈৱ তথোগ্ৰত্বং হৰ্ষউন্মাদ এৱচ ।।
ৰোমাঞ্চঃ প্ৰতিবোধশ্চ ক্ৰোধাসূয়ে ধৃতিস্তথা ।
গৰ্বশ্চৈৱ ৱিতৰ্কশ্চ বীৰে ভাৱা ভৱন্তি হি ।

অসম্মোহ, উৎসাহ, আবেগ, ক্ৰোধ, মতি, উগ্ৰতা, হৰ্ষ, উন্মাদ, ৰোমাঞ্চ, জাগৰণ, অসূয়া, ধৈৰ্য্য, গৰ্ব আৰু বিতৰ্ক বীৰৰসৰ ভাৱ ।

১১৫। স্বেদশ্চৱেপথুশ্চৈৱ ৰোমাঞ্চো গৰ্দগদস্তথা ।
ত্ৰাসশ্চ মৰণং চৈৱ ৱৈৱৰ্ণ্যং চ ভয়ানকে ।।

ঘাম, কম্পন, ৰোমাঞ্চ, গদগদস্বৰ, ত্ৰাস, মৃত্যু আৰু বিৱৰ্ণতা ভয়ানক ৰসৰ ভাৱ ।

১১৬। অপস্মাৰস্তথোন্মাদো ৱিষাদো মদ এৱ চ ।
মৃত্যুৰ্ব্যাধিৰ্ভয়ং চৈৱ ভাৱাবীভৎস সংশ্ৰিতাঃ ।।

মৃগীৰোগ, উন্মাদ, বিষাদ, মত্ততা, মৃত্যু, ৰোগ আৰু ভয়, বীভৎস ৰস আশ্ৰিত ভাৱ ।

১১৭। স্তম্ভঃ স্বেদশ্চ মোহশ্চ ৰোমাঞ্চো ৱিস্ময়স্তথা ।
আৱেগো জড়তা হৰ্ষঃ মূৰ্চ্ছা চৈৱাদ্ভুতাশ্ৰয়াঃ ।।

অৱশভাৱ, ঘাম, মোহ, ৰোমাঞ্চ, বিস্ময়, আবেগ, জড়তা, হৰ্ষ, আৰু মূৰ্চ্ছা অদ্ভুত ৰসৰ ভাৱ ।

১১৮। যে ত্বেতে সাত্ত্বিকা ভাৱা নানাভিনয়সংশ্ৰিতাঃ ।
ৰসেষ্বেতেষু সৰ্বেতে ৱিজ্ঞেয়া নাট্যয়োক্তৃভিঃ ।।

নানা প্ৰকাৰ অভিনয় সংক্ৰান্ত এই সাত্ত্বিক ভাৱ বোৰ উক্তৰসবিলাকত প্ৰযোজ্য বুলি নাট্যাভিজ্ঞ সকলে জানিব ।

১১৯-১২০। ন হ্যেকৰসজং কাব্যং কিঞ্চিদস্তি প্ৰয়োগতঃ
ভাৱো ৱাপি ৰসো ৱাপি প্ৰবৃত্তিৰ্বৃত্তিৰেৱ ৱা ।
সৰ্বেষাং সমৱেতানাং ৰূপং যস্য ভৱেদ বহু ।
স মন্তব্যো ৰসঃ স্থায়ী শেষাং সঞ্চাৰিনো মতাঃ ।।

প্ৰয়োগতঃ কেৱল এটা ৰসৰ কোনো কাব্য নাই । ভাৱ বা ৰস অথবা প্ৰবৃত্তি আৰু বৃত্তি বিলাকৰ মিলিতৰূপ যাৰ ক্ষেত্ৰত বহুবিধ হয় তাক স্থায়ীৰস বোলে । অৱশিষ্টখিনিক সঞ্চাৰী ৰস বোলে ।

১২১। ৱিভাৱানুভাৱযুতো হ্যঙ্গৱস্তু সমাশ্ৰয় ঃ ।
সংচাৰিভিস্তু সংযুক্ত স্থায়্যেৱ তু ৰসো ভৱেৎ ।।

ৱিভাৱ আৰু অনুভাৱযুক্ত, প্ৰধানবস্তু সমাশ্ৰিত, সঞ্চাৰী ভাৱবিলাকৰ সৈতে সংযুক্ত স্থায়ীভাৱেই ৰসত পৰিণত হয় ।

১২২। স্থায়ী সত্ত্বাতিৰেকেণ প্ৰযোক্তব্যঃ প্ৰযোক্তৃভিঃ ।
সঞ্চাৰ্য্যাকাৰমাত্ৰেণ স্থায়ী যমাদ্ ব্যৱস্থিতঃ ।।

নাট্য প্ৰযোক্তা সকলে সাত্ত্বিক ভাৱৰ অতিশয়েৰে স্থায়ী ভাৱৰ অভিনয় কৰিব । যেহেতু সঞ্চাৰীৰ প্ৰকাশৰ ওপৰত হে স্থায়ীৰ অভিনয় নিৰ্ভৰ কৰে ।

১২৩। চিত্ৰানি ন ৱিকল্প্যন্তে লোকে চিত্ৰং হি দুৰ্লভম্ ।
ৱিমৰ্শো ৰাগমায়াতি প্ৰযুক্তো হি প্ৰযত্নতঃ ।।

চিত্র (বিবিধ ৰসৰ প্ৰয়োগ) আনন্দদায়ক হব নোৱাৰে, পৃথিৱীত চিত্ৰ দুৰ্লভ। বিভিন্ন ৰসৰ সংমিশ্ৰণত সযত্নে প্ৰয়োগ হলেহে আনন্দদায়ক হয় ।

১২৪। নানাৰ্থভাৱনিষ্পন্নাঃ স্থায়িসত্ত্বৰিচাৰিণঃ
পুংসানুকীৰ্ণাঃ কৰ্তব্যাঃ কাব্যেষুহি ৰসাশ্ৰয়াঃ ।।

দৃশ্যকাব্যত ৰসৰ আশ্ৰয় আৰু নানা বিষয় আৰু ভাৱৰ দ্বাৰা নিষ্পন্ন স্থায়ী, সাত্ত্বিক আৰু ব্যভিচাৰীভাৱ পুৰুষত আৰোপিত হোৱা উচিত ।

১২৫। এবং ৰসাশ্চ ভাৱাশ্চ ব্যৱস্থা নাটকে স্মৃতাঃ ।
য এৱমেতান্ জানাতি স গচ্ছেৎ সিদ্ধিমুত্তমান্ ।।

এইদৰে নাটকত ৰস, ভাৱ, আৰু সেই সম্বন্ধীয় ব্যৱস্থা আছে । যি সেইমতে এই কথাবিলাক জানে তেওঁৰ উত্তমসিদ্ধি লাভ হয় ।

(ভাৱব্যঞ্জক নামৰ সপ্তম অধ্যায় সমাপ্ত ।)

# অষ্টম অধ্যায়

## .উপাঙ্গ বিধান । অভিনয় সম্বন্ধে মুনি সকলৰ প্ৰশ্ন ।

১-২। ভাৱানাং চ ৰসানাংচ সমুত্থানং যথাক্ৰমম্ ।
ত্বৎপ্ৰসাদাৎ শ্ৰুতং সৰ্বমিচ্ছামো ৱেদিতুং পুনঃ ।।
নাট্যে কতিবিধঃ কাৰ্যস্তজ্ জ্ঞৈৰভিনয়ক্ৰমঃ ।
কথং ৱাভিনয়ো হ্যেষঃ কতিভেদস্তু কীৰ্ত্তিতঃ ।।

আপোনাৰ অনুগ্ৰহত ভাব আৰু ৰসৰ উত্তৰ যথাক্ৰমে শুনিলো । আমি আৰু জানিব খুজিছো । নাট্যজ্ঞ সকলে কেইপ্ৰকাৰে অভিনয়ক্ৰম কৰা উচিত । কেনেকৈ অভিনয় হয়, ইয়াৰ ভাগ কেইটা ?

৩। সৰ্বমেতৎ যথাতত্ত্বং ভগৱন্ ৱক্তুমৰ্হসি ।
যো যথাভিনয়ো যস্মিন্ যোক্তব্যঃ সিদ্ধিমিচ্ছতা ।।

হে প্ৰভু, সিদ্ধিকামী লোক সকলে যি অভিনয়, যেনেকৈ আৰু যি ঠাইত কৰা উচিত সেই বিষয়ে সকলো কথা তত্ত্ব অনুসৰি আপুনি কয় যেন ।

৪। ভৰতৰ উত্তৰঃ তেষাং তু ৱচনং শ্ৰুত্বা মুনীনাং ভৰতো মুনিঃ ।
প্ৰত্যুৱাচ পুনৰ্ৱাক্যং চতুৰোহভিনয়ান্ প্ৰতি ।।

ভৰত মুনিয়ে সেই মুনি সকলৰ কথা শুনি চাৰি প্ৰকাৰ অভিনয় সম্বন্ধে কবলৈ ধৰিলে ।

৫। অহং ৱঃ কথয়িষ্যামি নিখিলেন তপোধনাঃ ।
যস্মাদভিনয়ো হ্যেষ ৱিধিৱৎ সমুদাহৃতঃ ।।

হে মুনিগণ, আপোনাসকলক মই সকলো কথা কʼম যাতে অভিনয়নো কি সেই বিষয়ে যথানিয়মে ব্যাখ্যা কৰা হয় ।

৬। অভিপূৰ্বস্তু নীঞ্ ধাতুৰাভিমুখ্যাৰ্থ নিৰ্ণয়ে ।
যস্মাৎ প্ৰয়োগং নয়তি তস্মাদভিনয়ঃ স্মৃতঃ ।

যিহেতু প্ৰত্যক্ষভাৱে অৰ্থ নিৰ্ণয় কৰাৰ অৰ্থত অভি-পূৰ্বক নী ধাতুৰ প্ৰয়োগ কৰা হয় সেই বাবেই (অভি-পূৰ্বক নী ধাতুৰ পৰা পোৱা) অভিনয় শব্দই অভিনয়ক বুজায় ।

৭। বিভাৱয়িতি যস্মাৎ চ নানাৰ্থান্ হি প্ৰয়োগতঃ ।
শাখাঙ্গোপাঙ্গসংযুক্তস্তস্মাদভিনয়ঃ স্মৃতঃ ।।

যিহেতু ইয়াৰ প্ৰয়োগৰ দ্বাৰা নানান বিষয় বুজাই দিয়া হয়, সেইবাবে শাখা, অঙ্গ আৰু উপাঙ্গযুক্ত এই অনুষ্ঠানৰ নাম অভিনয় ।

৮। চতুৰ্ৰ্বিধশ্চৈষ ভৱেন্নাট্যস্যাভিনয়ো দ্বিজাঃ ।
অনেকভেদ বহুলং নাট্যংহ্যস্মিন্ প্ৰতিষ্ঠিতম্ ।।

হে দ্বিজগণ, নাট্যৰ এই অভিনয় চাৰি প্ৰকাৰৰ । অনেক ভাগত বিভক্ত নাট্য এই চাৰিবিধ অভিনয়ত সন্নিহিত হৈ আছে ।

৯। আঙ্গিকো ৱাচিকশ্চৈৱ আহাৰ্য্য ঃ সাত্ত্বিকস্তথা ।
জ্ঞেয়স্ত্বভিনয়ো ৱিপ্ৰাশ্চতুৰ্ধা পৰিকল্পিতঃ ।।

হে বিপ্ৰগণ, অভিনয় চাৰিভাগত পৰিকল্পিত হৈছে । যেনে, আঙ্গিক, বাচিক, আহাৰ্য্য আৰু সাত্ত্বিক ।

## আঙ্গিক অভিনয়

১০। সাত্ত্বিকঃ পূৰ্বমুক্তস্তু ভাৱৈশ্চ সহিতো ময়া ।
অঙ্গাভিনয়মেৱাদৌ গদতো মে নিবোধত ।।

সাত্ত্বিকৰ বিষয়ে ভাবৰ সৈতে পূৰ্বতে কোৱা হৈছে । এতিয়া অঙ্গাভিনয় সম্বন্ধে প্ৰথমে কওঁ শুনক ।

১১। ত্ৰিৱিধস্ত্বাঙ্গিক ইষ্টঃ শাৰীৰো মুখজস্তথা ।
তথা চেষ্টাকৃতশ্চৈৱ শাখাঙ্গোপাঙ্গ সংযুতঃ ।।

আঙ্গিক অভিনয় তিনি প্ৰকাৰ । যেনে শাৰীৰ, মুখজ আৰু অঙ্গ আৰু উপাঙ্গৰ চেষ্টা (অৰ্থাৎ সঞ্চালন)ৰ দ্বাৰা কৰা (আঙ্গিক) অভিনয় ।

১২। শিৰোহস্তকটীৱক্ষঃ পাৰ্শ্বপাদসমন্বিতঃ ।
অঙ্গপ্ৰত্যঙ্গসংযুক্তঃ ষড়ঙ্গো নাট্যসংগ্ৰহঃ ।।

মূৰ, হাত, কটি, বক্ষ, পাৰ্শ্ব আৰু পদ এই ছয় অংগ আৰু প্ৰত্যঙ্গ সংযুক্ত হৈ নাট্যাভিনয় হয় ।

১৩। তস্য শিৰোহস্তোৰঃ পাৰ্শ্বকটীপাদতঃ ষড়ঙ্গানি ।
নেত্ৰভ্ৰূনাসাধৰকপোলচিবুকান্যুপাঙ্গানি ।।

অঙ্গ ছয়টা যেনে ঃ মূৰ, হাত, কটি, বক্ষ, পাৰ্শ্ব আৰু পদ । উপাঙ্গ কেইটা হ'ল নেত্ৰ, ভ্ৰূ, নাসিকা, অধৰ, গণ্ডস্থল (= গাল) আৰু থুতৰি ।

১৪। অন্য শাখা চ নৃত্তং চ তথৈৱাঙ্কুৰ এৱ চ।
ৱস্তূন্যভিনয়স্যেহ ৱিজ্ঞেয়ানি প্ৰযোক্তৃভিঃ ।।

নাট্য প্ৰযোজক সকলে অভিনয়ৰ শাখা, নৃত্য আৰু 'অঙ্কুৰ' এই বিষয় বস্তু সমূহৰ সম্বন্ধে জনা উচিত।

১৫। আঙ্গিকন্তু ভৱেচ্ছাখা অঙ্কুৰঃ সূচনা ভৱেৎ।
অঙ্গহাৰৱিনিষ্পন্নং নৃত্তং তু কৰণাশ্ৰয়ম্ ।।

অঙ্গভঙ্গীৰ (আংগিক অভিনয়ৰ) নাম শাখা, সূচনা ইয়াৰ অঙ্কুৰ। অঙ্গহাৰৰ দ্বাৰা "কৰণ"ৰ আশ্ৰয়ত নিষ্পন্ন হোৱা অভিনয়ক নৃত্য বোলা হয়।

১৬। মুখজে অভিনয়ে ৱিপ্ৰা নানাভাৱ ৰসা (সমা)শ্ৰয়ে।
শিৰসঃ প্ৰথমং কৰ্ম গদতো মে নিবোধত ।।

হে বিপ্ৰগণ, নানা ভাৱ আৰু ৰসৰ সহযোগত মুখজ অভিনয় হয়। এতিয়া প্ৰথমে মূৰৰ ক্ৰিয়াৰ কথা কওঁ শুনক।

## মূৰৰ ক্ৰিয়া

১৭-১৮। আকম্পিতং কম্পিতং চ ধুতং বিধুতমেৱ চ।
পৰিৱাহিতোদ্বাহিতমৱধূতং তথাঞ্চিতম্ ।।
নিহঞ্চিতং পৰাবৃত্তমুৎক্ষিপ্তং চাপ্যধোগতম্।
লোলিতং চৈৱ ৱিজ্ঞেয়ং ত্ৰয়োদশৱিধং শিৰঃ ।।

মূৰৰ ক্ৰিয়া ত্ৰয়োদশ প্ৰকাৰ। যেনে – আকম্পিত, কম্পিত, ধুত, বিধুত, পৰিবাহিত, উদ্বাহিত, অৱধূত, অঞ্চিত, নিহঞ্চিত, পৰাবৃত্ত, উৎক্ষিপ্ত, অধোগত, লোলিত।

১৯। শনৈৰাকম্পনাদূৰ্দ্ধমধশ্চাকম্পিতং ভৱেৎ।
দ্ৰুতং তদেৱ বহুশঃ কম্পিতং কম্পিতং শিৰঃ ।।

মূৰটো লাহে লাহে ওপৰলৈ আৰু তললৈ কঁপি কঁপি গলে তাক আকম্পিত বোলে। যদি এই কাৰ্য্য দ্ৰুতভাৱে বহুবাৰ হয় তেন্তে ইয়াক কম্পিত বোলে।

২০। সংজ্ঞোপদেশ পৃচ্ছাসু স্বভাৱভাষণে তথা।
নিৰ্দেশাৱাহনে চৈৱ ভৱেদাকম্পিতং শিৰঃ ।।

ইঙ্গিত দিয়া, উপদেশ দিয়া, প্ৰশ্ন কৰা, স্বাভাৱিক কথা, (সম্বোধন আদিত), নিৰ্দেশ আৰু আবাহনত মূৰ কঁপে মূৰৰ আকম্পিত নামৰ ক্ৰিয়া হয়। (অৰ্থাৎ মূৰ লাহে লাহে কঁপায়)।

২১।	ৰোষে ৱিতর্কে ৱিজ্ঞানে প্ৰতিজ্ঞানেহথ তর্জনে ।
ৱ্যাধ্যমর্ষণয়োশ্চৈৱ শিৰঃকম্পিতমিষ্যতে ।।

ক্ৰোধ, বিতর্ক, পৰিষ্কাৰকৈ জনা, প্ৰতিজ্ঞা, তর্জন আৰু ৰোগৰ ক্ষেত্ৰত আৰু ক্ষমা কৰিব নোৱাৰিলে মূৰ কম্পিত হয় ।

২২।	শিৰসো ৰেচনং যত্তু শনৈস্তদ্ধূতমিষ্যতে ।
দ্ৰুতমাৰেচনাদেত ৱিধূতং তু ভৱেচ্ছিৰঃ ।।

লাহে লাহে মূৰটো (ঘূৰোৱা) ৰেচন (কৰণ বিশেষ) কৰাকে 'ধূত' বোলে । দ্ৰুতভাৱে সেই ৰেচন কার্য্য হলে 'বিধূত' বোলে ।

২৩।	অনীপ্সিতে ৱিষাদে চ ৱিস্ময়ে প্ৰত্যয়ে তথা ।
পার্শ্বাৱলোকনে শূন্যে প্ৰতিষেধে ধূতং শিৰঃ ।।

অনভিপ্ৰেত বিষয়ে, বিষাদ, বিস্ময়, প্ৰত্যয়, পার্শ্বদৃষ্টি, শূন্য আৰু নিষেধ বুজাবলৈ মূৰৰ ক্ৰিয়া 'ধূত' হব ।

২৪।	শীতগ্ৰস্তেভয়ার্তে চ ত্ৰাসিতে জ্বৰিতে তথা ।
পীতমাত্ৰে তথা মদ্যে ৱিধুতং তু ভৱেচ্ছিৰঃ ।।

শীতার্ত, ভীত, ত্ৰস্ত, জ্বৰাক্ৰান্ত আৰু মদ্যপানৰ প্ৰাথমিক অৱস্থা বুজাবলৈ বিধূত মস্তক হয় ।

২৫।	পর্যায়শঃ পার্শ্বগতং শিৰঃস্যাৎ পৰিৱাহিতম ।
সকৃদুদ্বাহিতং চোর্ধ্বসুদ্বাহিতমিতি স্মৃতম ।।

পর্য্যায়ক্ৰমে পার্শ্বগত (গাৰ দাতিলৈ নামি যোৱা) মস্তকহয় পৰিবাহিত আৰু এবাৰ ওপৰলৈ উত্তোলিত হলে হয় উদ্বাহিত ।

২৬।	সাধনে ৱিস্ময়ে হর্ষে স্মৃতে চামর্ষিতে তথা ।
ৱিচাৰে ৱিহৃতে চৈৱ লীলায়াং পৰিৱাহিতম্ ।।

সাধন(কার্য্যসিদ্ধি), বিস্ময়, হর্ষ, স্মৰণ, ক্ৰোধ, বিচাৰ, বিহাৰ আৰু লীলা প্ৰদর্শনত পৰিবাহিত হয় ।

২৭।	গর্ৱেচ্ছাদর্শনে চৈৱ তথা চোর্ধ্ব নিৰীক্ষণে ।
উদ্বাহিতং তু কর্তব্যমাত্মসম্ভাৱনাদিষু ।।

গর্ব, ইচ্ছা প্ৰকাশ, দর্শন, ওপৰলৈ চোৱা আৰু আত্মপ্ৰশংসা বুজাবলৈ উদ্বাহিত মস্তক ব্যৱহার্য্য ।

২৮।　　তদধঃ সকৃদাক্ষিপ্তমৱধূতং তু তচ্ছিৰঃ ।
সন্দেশাৱাহনালাপ সংজ্ঞাদিষু তদিষ্যতে ।।

তলৈ এবাৰ অৱনমিত মস্তক হলে তাক অৱধূত বোলে । সংবাদ দিয়া, আৱাহন, আলাপ আৰু ইঙ্গিত বুজাবলৈ সেই অৱধূত মস্তক হয় ।

২৯।　　কিঞ্চিৎপার্শ্বনতগ্রীৱং শিৰো ৱিজ্ঞেয়মঞ্চিতম্ ।
ব্যাধিতে মূৰ্চ্ছিতে মত্তে সচিন্তে দুঃখিতে ভৱেৎ ।।

ডিঙিটো কাষলৈ সামান্য পৰিমাণে হেলনীয়া কৰি মূৰটো তলৈ নমালে তাক অঞ্চিত বোলে । ৰোগার্ত, মূৰ্চ্ছিত, মত্ত, চিন্তিত আৰু দুঃখিত বুজাবলৈ এই অঞ্চিত মস্তক হয় ।

৩০-৩১ ।　উৎক্ষিপ্তৱাহুশিখৰং তথাঞ্চিত শিৰোধৰম্ ।
নিহঞ্চিতং তু ৱিজ্ঞেয়ং স্ত্রীণামেতত্ প্রয়োজয়েৎ ।।
গর্ৱে ৱিলাসে ললিতে ৱিব্বোকে কিলকিঞ্চিতে ।
মোট্টায়িতে কুট্টমিতে স্তম্ভে মানে নিহঞ্চিতম্ ।।

কান্ধ উৎক্ষিপ্ত আৰু গ্রীৱা (ডিঙি) বেকা হলে নিহঞ্চিত মস্তক বোলে । এইটো তিৰোতা সকলৰ বাবে প্রযোজ্য । গর্ব, বিলাস, ললিত, বিব্বোক, কিলকিঞ্চিত, মোট্টায়িত, কুট্টমিত, স্তম্ভ আৰু অভিমান বুজাবলৈ নিহঞ্চিত হয় ।

৩২।　　পৰাবৃত্তানুকৰণাৎ পৰাবৃত্তং শিৰঃ স্মৃতম ।
তৎস্যাম্মুখাপহৰণে পৃষ্ঠতঃ প্রেক্ষণাদিষু ।।

(মুখ ঘূৰোৱাত -- হোৱা) পৰাবৃত্তৰ অনুকৰণত পৰাবৃত্তমস্তক হয় ; ইয়াৰ প্রয়োগ হয় মুখ ঘূৰোৱা, লুকুৱা আৰু পিচফালে চোৱা কাৰ্য্যত ।

৩৩।　　উৎক্ষিপ্তং চাপি ৱিজ্ঞেয়মুন্মুখাৱস্থিতং শিৰঃ ।
প্রাংশুদিব্যাস্ত্রযোগেষু স্যাদুৎক্ষিপ্তং প্রয়োগতঃ ।।

উৰ্দ্ধমুখী হৈ থকা মস্তকক উৎক্ষিপ্ত বুলি জানিব । ওপৰত থকা বস্তু আৰু দিব্যাস্ত্র প্রয়োগৰ সময়ত ইয়াৰ প্রয়োগ হয় ।

৩৪।　　অধোমুখং স্থিতং চাপি শিৰঃ প্রাহুৰধোগতম্ ।
লজ্জায়াং চ প্রণামে চ দুঃখে চাধোগতং ভৱেৎ ।।

অধোমুখে থকা মস্তকক অধোগত বোলে । লজ্জা, প্রণাম আৰু দুখত এই অধোগত মস্তক হয় ।

৩৫। সৰ্বতো লোলানাচ্চাপি শিৰঃ স্যাৎ পৰিলোলিতম্ ।
মূৰ্চ্ছাব্যাধিমদাৱেশ গ্ৰহনিদ্ৰাদিষু স্মৃতম্ ।।

মূৰটোৰ সকলোফালে সঞ্চৰণ হোৱা অৱস্থাত তাক পৰিলোলিত মস্তক বোলে । মূৰ্চ্ছা, ৰোগ, মত্ততা, আৱেশ (ভূতেপোৱা), গ্ৰহ (ধৰাপৰা), নিদ্ৰা আদিৰ অভিনয়ত এনে মস্তকৰ প্ৰয়োগ হয় ।

৩৬। এভ্যোঽন্যে বহৱো ভেদা লোকাভিনয়সংশ্ৰয়াঃ ।
তে চ লোকস্বভাৱেন প্ৰযোক্তব্যাঃ প্ৰযোক্তৃভিঃ ।।

ইয়াৰ উপৰিও লৌকিক অভিনয়ত অন্য বহুত প্ৰভেদ দেখা যায় । লৌকিক প্ৰথা অনুসৰি নাট্য প্ৰযোজক সকলে সেইবোৰ প্ৰয়োগ কৰিব পাৰে ।

৩৭। ত্ৰয়োদশৱিধং হ্যেতচ্ছিৰঃ কৰ্ম সয়োদিতম্ ।
অতঃপৰং প্ৰৱক্ষ্যামি দৃষ্টীনামিহ লক্ষণম্ ।।

মূৰৰ কাৰ্য তেৰ প্ৰকাৰ বৰ্ণোৱা হ'ল । তাৰ পিচত এতিয়া দৃষ্টি বিলাকৰ বিষয়ে মই ক'ম ।

## ছয়ত্ৰিশ প্ৰকাৰ দৃষ্টি

৩৮। কান্তা ভয়ানকা হাস্যা করুণা চাদ্‌ভুতা তথা ।
ৰৌদ্ৰীৱীৰা চ বীভৎসা ৱিজ্ঞেয়া ৰসদৃষ্টয়ঃ ।।

কান্তা, ভয়ানকা, হাস্যা, করুণা, অদ্ভুতা, ৰৌদ্ৰী, বীৰা, বীভৎসা এই বিলাক ৰসদৃষ্টি ।

৩৯। স্নিগ্ধা হৃষ্টা চ দীনা চ ক্ৰুদ্ধা দৃপ্তা ভয়ান্বিতা ।
জুগুপ্সিতা চ ৱিস্মিতা স্থায়ী ভাৱেষু দৃষ্টয়ঃ ।।

স্নিগ্ধা, হৃষ্টা, দীনা, ক্ৰুদ্ধা, দৃপ্তা, ভয়ান্বিতা, জুগুপ্সিতা, বিস্মিতা এইবোৰ স্থায়ী ভাব বিলাকৰ দৃষ্টিভঙ্গী । (এই বিলাকেই ভাবদৃষ্টি ।)

৪০-৪২। শূন্যা চ মালিনা চৈৱ শ্ৰান্তা লজ্জান্বিতা তথা ।
গ্লানা চ শঙ্কিতা চৈৱ ৱিষণ্ণা মুকুলা তথা ।।
কুঞ্চিতা চাভিতপ্তা চ জিহ্মা সললিতা তথা ।
ৱিতৰ্কিতাৰ্ধমুকুলা ৱিভ্ৰান্তা ৱিপ্লুতা তথা ।।
আকেকৰা ৱিকোশা চ ত্ৰস্তাথ মদিৰা তথা ।
ষট্‌ত্ৰিংশদ্ দৃষ্টয়ো হ্যেতা নামতোঽভিহিতা ময়া ।।

শূন্যা, মলিনা, শ্রান্তা, লজ্জান্বিতা, গ্লানা, শঙ্কিতা, বিষণ্ণা, মুকুলা, কুঞ্চিতা, অভিতপ্তা, জিহ্মা, সললিতা, বিতর্কিতা, অৰ্দ্ধমুকুলা, বিভ্রান্তা, বিপ্লুতা, আকেকৰা, বিকোশা, ত্ৰস্তা, মদিৰা – এই ছয়ত্ৰিশটা দৃষ্টিৰ নাম আমি কলো ।

(দ্ৰষ্টব্য ঃ ওপৰৰ তিনিটা শ্লোকত ২০টা দৃষ্টিৰ নামহে আছে । তাৰ লগতে ৮টা ৰস দৃষ্টি আৰু ৮টা স্থায়ী ভাৱৰ দৃষ্টি যোগ দিলে ৩৬টা হয় ।)

## বিবিধ ভাৱ আৰু ৰসাশ্ৰিত দৃষ্টি ।

৪৩। অস্য দৃষ্টি বিধানস্য নানাভাৱৰসাশ্ৰয়ম্ ।
লক্ষণং সংপ্ৰৱক্ষ্যামি যথাকৰ্ম প্ৰয়োগতঃ ।।

নানাভাৱ আৰু ৰসক আশ্ৰয় কৰি উক্ত দৃষ্টি বিধিৰ যি যি লক্ষণ হয় আৰু বিভিন্ন কৰ্ম অনুসাৰে যি যি প্ৰয়োগ হয় সেই বিষয়ে মই ক'ম ।

৪৪। হৰ্ষ প্ৰসাদ জনিতা কান্তাত্যৰ্থ সমন্মথা ।
সভ্ৰূক্ষেপকটাক্ষা চ শৃঙ্গাৰে দৃষ্টিৰিষ্যতে ।।

শৃঙ্গাৰ ৰসৰ দৃষ্টি হৰ্ষ আৰু প্ৰসন্নভাৱ পৰা উৎপন্ন হয়, প্ৰেয়সীৰ প্ৰতি অত্যন্ত কামনাপূৰ্ণ হয় আৰু ভ্ৰূক্ষেপ আৰু কটাক্ষ সহকাৰে এই দৃষ্টি নিক্ষেপ কৰা হয় ।

৪৫। প্ৰোদ্বৃত্তনিস্তব্ধপুটা স্ফুৰদুদ্বৃত্ততাৰকা ।
দৃষ্টিৰ্ভয়ানকাত্যৰ্থং ভীতা জ্ঞেয়া ভয়ানকে ।।

ভয়ানক ৰসৰ দৃষ্টিও হয় ভয়ানক । ইয়াত অক্ষিপুট (চকুৰ পতা) উৎক্ষিপ্ত আৰু স্থিৰ হয়, চকুৰ মণি কঁপে আৰু উৰ্দ্ধমুখী হয় ; দৃষ্টি অতি ভয়সূচক হয় ।

৪৬। ক্ৰমাদাকুঞ্চিত পুটা সৱিভ্ৰান্তাল্পতাৰকা ।
হাস্যা দৃষ্টিস্তু কৰ্তব্যা কুহকাভিনয়ং প্ৰতি ।।

হাস্য ৰসৰ দৃষ্টিত অক্ষিপুটি ঈষৎ কুঞ্চিত হয়, চকুৰ মণি অলপকৈ লৰে । এই দৃষ্টি যাদুৰ অভিনয়ত প্ৰযোজ্য ।

৪৭। পতিতোৰ্দ্ধপুটা সাস্ৰা মন্যুমন্থৰতাৰকা ।
নাসাগ্ৰানুগতা দৃষ্টিঃ কৰুণা কৰুণে ৰসে ।।

কৰুণৰসৰ দৃষ্টি হয় কৰুণা । ইয়াত ওপৰৰ অক্ষিপুটি নামি আহে, অশ্ৰুপূৰ্ণ হয় আৰু মণি দুটা ক্ৰোধৰ হেতু মন্দগতি হয় ; দৃষ্টি হয় নাসিকাগ্ৰৰ প্ৰতি নিবদ্ধ ।

৪৮। যা ত্ৱাকুঞ্চিত পক্ষ্মা সাশ্চৰ্যোদ্বৃত তাৰকা ।
সৌম্যা ৱিকসিতান্তা চ সাদ্ভূতা দৃষ্টিৰুচ্যতে ।।

অদ্ভুত (ৰসত) দৃষ্টিও হয় অদ্ভুত ; ইয়াত চকুৰ পক্ষ্মাগ্ৰাভাগ ঈষৎ কুঞ্চিত হয় ; উভয় পাৰ্শ্বত মণি উৰ্দ্ধমুখ হয়, প্ৰান্তভাগ হয় প্ৰসাৰিত ; এই দৃষ্টি অতি সুন্দৰ হয় ।

৪৯। ক্ৰূৰা ৰুক্ষাৰুণোদ্বৃত্তনিস্তব্ধ পুটতাৰকা ।
ভ্ৰুকুটীকুটিলা দৃষ্টি ৰৌদ্ৰী ৰৌদ্ৰৰসে স্মৃতা ।।

ৰৌদ্ৰৰসত ভ্ৰুকুটিৰ দ্বাৰা কুটিল দৃষ্টিক ৰোদ্ৰী (বোলা হয়) ; এই দৃষ্টি নিষ্ঠুৰ, ৰুক্ষ, ৰঙা, ইয়াত অক্ষিপুট আৰু চকুৰ মণি দুটা উৰ্দ্ধমুখীহৈ স্থিৰভাৱে থাকে ।

৫০। দীপ্তা বিকসিতা ক্ষুব্ধা গম্ভীৰা সমতাৰকা ।
উৎফুল্লমধ্যা দৃষ্টিস্তু বীৰা বীৰসাশ্ৰয়া ।।

বীৰৰসাশ্ৰিত বীৰাদৃষ্টিদীপ্ত, প্ৰসাৰিত, ক্ষুব্ধ, আৰু গম্ভীৰ ; ইয়াত মণি দুটা সমভাৱে থাকে আৰু ইয়াৰ মধ্যভাগ উৎফুল্ল হয় ।

৫১। নিকুঞ্চিতপুটাপাঙ্গা ঘৃণোপপ্লুতভাৰকা ।
সংশ্লিষ্টস্থিতপক্ষ্মা চ বীভৎসা দৃষ্টিৰিষ্যতে ।।

বীভৎসদৃষ্টিত অক্ষিপুট আৰু নেত্ৰপ্ৰান্ত নিকুঞ্চিত হয় ; ইয়াত মণি দুটা হয় ঘৃণাদুষ্ট (ঘৃণাৰ ভাবেৰে ভৰা) ; পক্ষ্ম সংহত আৰু স্থিৰ হয় ।

## স্থায়ী ভাবৰ দৃষ্টি

৫২। ৰসজা দৃষ্টয়ো হ্যেতা বিজ্ঞেয়া লক্ষণান্বিতা ।
অতঃ পৰং লক্ষয়িষ্যে স্থায়িভাৱসমাশ্ৰয়াঃ ।।

উক্ত লক্ষণযুক্ত দৃষ্টিবোৰ ৰসজাত বুলি বুজিব । ইয়াৰ পিচত স্থায়ীভাবাশ্ৰিত দৃষ্টি বিলাকৰ কথা ক'ম ।

৫৩। ব্যাকোশমধ্যা মধুৰা স্থিৰতাৰাভিলাষিণী ।
সানন্দাশ্ৰুকৃতা দৃষ্টিঃ স্নিগ্ধেয়ং ৰতি ভাৱজা ।।

য'ত মধ্যভাগ বিস্ফাৰিত, মধুৰ, চকুৰ মণি স্থিৰ (মিলনৰ) অভিপ্ৰায় ব্যঞ্জক, আনন্দাশ্ৰুপূৰ্ণ হয় ; সেই স্নিগ্ধাদৃষ্টি ৰতি ভাবজাত বুলি জানিব ।

৫৪। চলা হসিতগৰ্ভা চ বিশন্তাৰাণিমেষিণী ।
কিঞ্চিদাকুঞ্চিতা হৃষ্টা দৃষ্টিৰ্হাসে প্ৰকীৰ্ত্তিতা ।।

যি দৃষ্টি চঞ্চল, য'ত হাঁহি লুকাই থাকে, য'ত চকুৰ নিমেষত চকুৰ মণি ঢাক খাই

পৰে, য'ত চকুৰ পতা সামান্য পৰিমাণে কোঁচ খাই পৰে তাকে হাস্যৰসৰ লগত জড়িত হৃষ্টা দৃষ্টি বোলা হয়।

৫৫। ঈষৎস্রস্তোত্তৰপুটা কিঞ্চিৎসংৰুদ্ধতাৰকা।
মন্দসঞ্চাৰিণী দীনা সা শোকে দৃষ্টিৰিষ্যতে ॥

য'ত ওপৰ অক্ষিপুট ঈষৎশিথিল, য'ত চকুৰ মণি কিঞ্চিৎ ব্যস্ততাযুক্ত, ধীৰগতিৰ সেই দীনাদৃষ্টি শোকত প্ৰয়োগ কৰিব লাগে। [শোক করুণ ৰসৰ স্থায়ী ভাব]

৫৬। রুক্ষা স্থিতোদ্বৃত্তপুটা নিস্তব্ধোদ্বৃত্ততাৰকা।
কুটিলা ভ্ৰূকুটিদৃষ্টিঃ ক্ৰুদ্ধা ক্ৰোধে ৱিধীয়তে ॥

ৰুক্ষ, স্থিৰ আৰু উৰ্দ্ধমুখী অক্ষিপুটযুক্ত, স্থিৰ আৰু উৰ্দ্ধমুখী (চকুৰ) তাৰকা যুক্ত কুটিল ভ্ৰূকুটি যুক্ত ক্ৰুদ্ধাদৃষ্টি ক্ৰোধত প্ৰয়োগ কৰা হয়।

৫৭। সংস্থিতে তাৰকে যস্যাঃ স্থিতা ৱিকসিতা তথা।
সত্ত্বমুদ্‌গিৰতী দৃপ্তা দৃষ্টিৰুৎসাহসম্ভৱা ॥

উৎসাহ সম্ভৱা সত্ত্বগুণসূচিতা দৃপ্তাদৃষ্টিত চকুৰ মণি আৰু দৃষ্টি স্থিৰ হয় আৰু প্ৰসাৰিত হয়।

৫৮। বিস্ফাৰিতোভয়পুটা ভয়কম্পিততাৰকা।
নিষ্ক্ৰান্তমধ্যা দৃষ্টিস্তু ভয়ভাৱে ভয়াম্বিতা ॥

ভয়ত ভীত (ভয়াম্বিতা) দৃষ্টিত, উভয় অক্ষিপুট বিস্ফাৰিত হয়, ইয়াত ভয়ৰহেতু মণি কম্পিত হয় আৰু ইয়াৰ মধ্যভাগৰ পৰা মণি দুটা আঁতৰি থাকে।

৫৯। সংকোচিত পুটন্যাসা দৃষ্টিৰ্মীলিততাৰকা।
পক্ষ্মোদ্দেশাৎ সমুদ্বিগ্না জুগুপ্সয়োং জুগুপ্সিতা ॥

ঘৃণাত হয় জুগুপ্সিতা দৃষ্টি, ইয়াত অক্ষিপুট সংকোচিতভাৱে থাকে, চকুৰমণি আবৃত আৰু উদ্বিগ্ন হয়।

৬০। ভৃশমুদ্‌বৃত্ততাৰা চ স্তব্ধোভয়পুটাম্বিতা।
সমা ৱিকসিতা দৃষ্টিৰ্বিস্মিতা ৱিস্ময়ে স্মৃতা ॥

বিস্ময়ত বিস্মিতা দৃষ্টি হয়। ৱিস্মিতা দৃষ্টিত মণি উৰ্দ্ধমুখে থাকে আৰু উভয় অক্ষিপুট স্থিৰ হয় আৰু সমানে বিকশিত হয়।

## সঞ্চাৰিভাৱৰ দৃষ্টি

৬১। স্থায়িভাৱাশ্ৰয়া হ্যেতা লক্ষিতা দৃষ্টয়ো ময়া।
সঞ্চাৰিণীনাং দৃষ্টীনাং সংপ্ৰৱক্ষ্যামি লক্ষণম্ ।।

স্থায়ীভাবাশ্ৰিত সেই দৃষ্টিবিলাকৰ বিষয়ে কোৱা হ'ল। এতিয়া সঞ্চাৰিভাৱৰ দৃষ্টি বিলাকৰ কথা কোৱা হ'ব।

৬২। সমতাৰা সমপুটা নিষ্কম্পা শূণ্য দৰ্শনা।
ৱাহ্যাৰ্থগ্ৰাহিণী ক্ষামা শূণ্যা দৃষ্টিঃ প্ৰকীৰ্ত্তিতা ।।

যি দৃষ্টিত চকুৰ মণি আৰু অক্ষিপুট সমভাৱে থাকে, যি নিশ্চল, যি দৃষ্টিলক্ষ্যবিহীন, যি দৃষ্টিয়ে বাহ্য বিষয় গ্ৰহণ নকৰে আৰু যি দৃষ্টি ক্ষীণ, সেই দৃষ্টিক "শূণ্যা" বুলি কোৱা হয়।

৬৩। প্ৰস্পন্দমানপক্ষ্মান্তা নাত্যৰ্থমুকুলৈঃ পুটৈঃ।
মলিনান্তা চ মলিনা দৃষ্টিৰ্বিহততাৰকা ।।

মলিনা দৃষ্টিত পক্ষ্মপ্ৰান্ত কম্পমান হয়, অক্ষিপুট অত্যন্তমুদিত নহয়; ইয়াত চকুৰ প্ৰান্ত (কোণ) ভাগ মলিন হয় আৰু মণি অস্পষ্ট হয়।

৬৪। শ্ৰমপ্ৰস্লাপিতপুটা ক্ষামান্তাক্ষিতলোচনা।
সম্লা পতিততাৰা চ শ্ৰান্তা দৃষ্টিঃ প্ৰকীৰ্ত্তিতা ।।

যেতিয়া শ্ৰমৰ বাবে অক্ষিপুট ম্লান প্ৰান্তভাগ (দুৰ্ব্বল) ক্ষীণ, চকু কুঞ্চিত, চকুৰমণি অধোমুখী – হয় তেতিয়া সেই দৃষ্টিক শ্ৰান্তা বোলে।

৬৫। কিঞ্চিদঞ্চিতপক্ষ্মাগ্ৰা পতিতোৰ্দ্ধপুটা হ্ৰিয়া।
ত্ৰপাধোমুখতাৰা চ দৃষ্টিৰ্লজ্জান্বিতা তু সা ।।

যেতিয়া পক্ষ্মৰ অগ্ৰভাগ কিঞ্চিত কুঞ্চিত, লজ্জাৰ বাবে ওপৰৰ অক্ষিপুট নিম্নমুখ, আৰু লজ্জাবশতঃ মণি অধোমুখ হয় তেতিয়া সেই দৃষ্টিক লজ্জান্বিতা বোলে।

৬৬। গ্লানভ্ৰূপুট পক্ষ্মা যা শিথিলা মন্দচাৰিণী।
ক্লমপ্ৰৱিষ্টতাৰা চ গ্লানা দৃষ্টিস্তু সা স্মৃতা ।।

যি দৃষ্টিত ভ্ৰূ, অক্ষিপুট, আৰু পক্ষ্ম গ্লানি যুক্ত হয়, যি দৃষ্টি শিথিল, ধীৰ সঞ্চাৰিণী আৰু য'ত ক্লান্তিৰহেতু তাৰকা ভিতৰলৈ যায় সেই দৃষ্টিক গ্লানা বোলে।

৬৭।     কিঞ্চিচ্চলা স্থিৰা কিঞ্চিদুন্নতা কিঞ্চিদায়তা ।
গূঢ়া চকিত তাৰা চ শঙ্কিতা দৃষ্টিৰিষ্যতে ।।

ঈষৎ চঞ্চল, স্থিৰ, অলপ উৰ্দ্ধমুখী, সামান্য বিস্তৃত, গূঢ় (সম্পূৰ্ণ বিকসিত নহয়) আৰু য'ত তাৰকা চকিত সেই দৃষ্টি শঙ্কিতা নামে জ্ঞাত ।

৬৮।     বিষাদ বিস্তীৰ্ণ পুটা পৰ্য্যস্তান্তা নিমেষিণী ।
কিঞ্চিন্নিস্তব্ধতাৰা চ কাৰ্য্যা দৃষ্টিৰ্বিষাদিনী ।।

বিষাদিনী দৃষ্টিত অক্ষিপুট বিষাদৰ বাবে খোলা থাকে ; ইয়াত চকুৰ প্ৰান্ত হয় উম্বিগ্ন ; মণি ঈষৎ নিশ্চল আৰু চকুৰ পচাৰ (নিমিষ) সঘন হয় ।

৬৯।     স্ফুৰিতাশ্লিষ্টপক্ষ্মাৰ্ধা মুকুলোৰ্দ্ধপুটাঞ্চিতা ।
সুখোন্মীলিততাৰা চ মুকুলা দৃষ্টিৰিষ্যতে ।।

যেতিয়া পক্ষ্মৰ আধা কম্পিত আৰু অসংহত, ওপৰৰ অক্ষিপুট নিমীলিত, তাৰকা অনায়াসে উন্মীলিত, চকু কুঞ্চিত হয় তেতিয়া সেই দৃষ্টিৰ নাম মুকুলা ।

৭০।     আনিকুঞ্চিতপক্ষ্মাগ্ৰা পুটৈৰাকুঞ্চিতস্তথা ।
সন্না কুঞ্চিততাৰা চ কুঞ্চিতা দৃষ্টিৰুচ্যতে ।।

য'ত পক্ষ্মৰ আগ, অক্ষিপুট আৰু তাৰকা ঈষৎ কুঞ্চিত হয় আৰু যি দৃষ্টি অৱসন্ন সেই দৃষ্টিক কুঞ্চিত বোলা হয় ।

৭১।     মন্দায়মানতাৰা যা পুটৈঃ প্ৰচলিতৈস্তথা ।
সন্তাপোপপ্লুতা দৃষ্টিৰভিতপ্তা তু সব্যথা ।।

দুখত জৰ্জ্জৰিত আৰু ব্যথাযুক্ত অভিতপ্তা দৃষ্টিত তাৰকা ধীৰ গতিৰ হয় আৰু অক্ষিপুট নৰে ।

৭২।     লম্বিতা কুঞ্চিতপুটা শনৈস্তিৰ্য্যঙনিৰীক্ষিণী ।
নিগূঢ়া গূঢ়তাৰা চ জিহ্মা দৃষ্টিৰুদাহৃতা ।।

জিহ্মাদৃষ্টি হয় লম্বমান, ধীৰেৰে বক্ৰভাৱে অৱলোকনকাৰী, নিগূঢ়(নিষ্প্ৰভ) । ইয়াত অক্ষিপুট কুঞ্চিত আৰু তাৰকা প্ৰচ্ছন্ন হয় ।

৭৩।     মধুৰা কুঞ্চিতান্তা চ সভ্ৰূক্ষেপাঽ সস্মিতা ।
সমন্মথৰিকাৰা চ দৃষ্টিঃ সা ললিতা স্মৃতা ।।

সেই দৃষ্টিলে ললিতা বোলে যি মধুৰ ভ্ৰূভঙ্গীযুক্ত, স্মিতহাস্যযুক্ত, য'ত প্ৰান্তভাগ হয় কুঞ্চিত আৰু কাম বিকাৰ যুক্ত ।

৭৪। ৱিতৰ্কোদ্বৰ্তিতপুটা তথৈৱোৎফুল্লতাৰকা ।
অধোগতৱিচাৰা চ দৃষ্টিৰিষ্টা ৱিতৰ্কিতা ।।

বিতৰ্কিত অৱস্থাত অক্ষিপুট উৰ্দ্ধমুখী, তাৰকা উৎফুল্লিত, সঞ্চৰপ নিম্নমুখী হলে তাৰ নাম বিতৰ্কিতা দৃষ্টি ।

৭৫। অৰ্দ্ধৱ্যাকোশতাৰা চ হ্লাদাৰ্দ্ধ মুকুলৈঃ পুটৈঃ ।
স্মৃতাৰ্দ্ধমুকুলা দৃষ্টিঃ কিঞ্চিল্লুলিততাৰকা ।।

অৰ্দ্ধমুকুলা দৃষ্টিত তাৰকা অৰ্দ্ধবিকসিত হয়, অক্ষিপুট আনন্দত অৰ্দ্ধমুকুলিত আৰু তাৰকা ঈষৎ লুলিত (ঘূৰ্ণিত) হয় ।

৭৬। ৱিভ্ৰান্ততাৰকা যাতু ৱিভ্ৰান্তপুটদৰ্শনা ।
ৱিস্তীৰ্ণোৎফুল্লমধ্যা চ ৱিভ্ৰান্তা দৃষ্টিৰুচ্যতে ।।

তাৰকা আৰু অক্ষিপুট প্ৰচলিত, মাজভাগ বিস্তৃত আৰু উৎফুল্ল হলে তাক বিভ্ৰান্তা বোলে ।

৭৭। পুটৌ প্ৰস্ফুৰিতৌ যস্যানিস্তব্ধৌ পতিতৌ পুনঃ ।
ৱিপ্লুতোদ্বৃত্ততাৰা চ দৃষ্টিৰেষা তু ৱিপ্লুতা ।।

য'ত অক্ষিপুট কম্পিত, নিশ্চল আৰু অধোমুখ আৰু তাৰকা বিপ্লুতা (উত্তেজিতা) সেই দৃষ্টিৰ নাম বিপ্লুতা ।

৭৮। আকুঞ্চিতপুটাপাঙ্গা সঙ্গতাৰ্দ্ধ নিমেষিণী ।
মুহুৰ্ৱ্যাবৃত্ততাৰা চ দৃষ্টিৰাকেকৰা স্মৃতা ।।

য'ত অক্ষিপুট আৰু চকুৰ কোণ ঈষৎ কুঞ্চিত আৰু মিলিত (ওচৰ চাপি থাকে) তাৰকা বাৰম্বাৰ ঘূৰ্ণিত আৰু যি অৰ্দ্ধনিমেষযুক্ত (চকুৰ পচাৰ সম্পূৰ্ণকৈ নহয়) সেই দৃষ্টিৰ নাম আকেকৰা ।

৭৯। ৱিকোশিতোভয়পুটা প্ৰোৎফুল্লা চানিমেষিনী ।
অনৱস্থিততাৰা চ ৱিকোশা দৃষ্টিৰুচ্যতে ।।

য'ত অক্ষিপুট দুয়োটা বিকশিত, তাৰকা চঞ্চল উৎফুল্ল আৰু পলকহীন তাক ৱিকোশা দৃষ্টি বোলে ।

৮০। ত্ৰাসোদ্বৃত্তপুটা যা তু ত্ৰাসোৎ কম্পিততাৰকা ।
সত্ৰাসোৎফুল্লমধ্যা চ ত্ৰস্তা দৃষ্টিৰুদাহৃতা ।।

য'ত ভয়ত অক্ষিপুট উৰ্দ্ধমুখী, ভয়ত তাৰকা কম্পিত, মধ্যভাগ ভীতিযুক্ত আৰু উৎফুল্ল, সেই দৃষ্টিৰ নাম ত্ৰস্তা ।

৮১। ব্যাঘূর্ণ্যমানমধ্যা যা ক্ষামান্তাঞ্চিতলোচনা ।
দৃষ্টির্বিকসিতাপাঙ্গা মদিৰা তৰুণে মদে ।

নিকৃষ্টমানৰ মত্ততাৰ মদিৰা দৃষ্টিত, মধ্যভাগ ঘূৰ্ণিত, প্ৰান্তভাগ ক্ষীণ হোৱাকৈ নেত্ৰ কুঞ্চিত, অপাঙ্গ বিকসিত । এই দৃষ্টি মত্ততাৰ ফল ।

৮২। কিঞ্চিদাকুঞ্চিত পুটা হ্যনৱস্থিততাৰকা ।
তথা চলিতপক্ষ্মা চ দৃষ্টিমধ্যমদে ভৱেৎ ।।

মধ্যম মত্ততাৰ দৃষ্টিত অক্ষিপুট ঈষৎ কুঞ্চিত, তাৰকা চঞ্চল আৰু পক্ষ্ম সঞ্চৰণশীল হয় ।

৮৩। সানিমেষানিমেষা চ কিঞ্চিদ্দৰ্শিততাৰকা ।
অধোভাগচাৰী দৃষ্টিৰধমে চ মদে স্মৃতা ।।

নিকৃষ্টমানৰ মদ্যজনিত মত্ততাত দৃষ্টিনিমেষ যুক্ত বা অনিমেষ যুক্ত হয়, তাৰকা ঈষৎ দৃষ্ট হয় আৰু দৃষ্টি কেৱল তলৰ ফালেহে যায় ।

৮৪। ইত্যেৱং লক্ষিতা হ্যেষা ষট্‌ত্ৰিংশদ্ দৃষ্টয়ো ময়া ।
ৰসজা ভাৱজাশ্চাসাং ৱিনিয়োগং নিবোধত ।।

ছয়ত্ৰিশ প্ৰকাৰ ৰসজাত আৰু ভাৱজাত দৃষ্টিৰ লক্ষণ কোৱা হ'ল । ইয়াৰ প্ৰয়োগৰ বিষয়ে কওঁ শুনক ।

৮৫। ৰসজাস্তু ৰসেষ্বেৱ স্থায়িষু স্থায়িদৃষ্টয়ঃ ।
শৃণুধ্বং ব্যাভিচাৰিণ্যঃ সঞ্চাৰিষু যথো দি তাঃ ।।

ৰসজা দৃষ্টি সমূহ ৰসৰ ক্ষেত্ৰত আৰু স্থায়ী দৃষ্টি সমূহ স্থায়ীভাৱ সমূহৰ ক্ষেত্ৰত প্ৰয়োগ কৰা হয় । এতিয়া ব্যভিচাৰী দৃষ্টি সমূহ কিভাৱে সঞ্চাৰীভাৱ সমূহৰ ক্ষেত্ৰত প্ৰয়োগ কৰা হয় তাক কওঁ শুনক ।

৮৬। শূণ্যা দৃষ্টিস্তু চিন্তায়াং স্তম্ভে চাপি প্ৰকীৰ্ত্তিতা ।
নিৰ্ৱেদে চাপি মলিনা ৱৈৱৰ্ণ্যে চ ৱিধীয়তে ।।

চিন্তাত শূণ্যদৃষ্টি আৰু স্তম্ভত (অৱসাদত) একে দৃষ্টি । মলিনা দৃষ্টি হয় নিৰ্বেদ আৰু বিৱৰ্ণ ভাৱত । [৪০-৪২ সংখ্যক শ্লোক অনুসাৰে ইয়াত আৰু পৰৱৰ্তী শ্লোক সমূহত বিভিন্ন দৃষ্টিৰ বিৱৰণ দিয়া হৈছে]

৮৭। শ্ৰান্তা শ্ৰমাৰ্ত্তৌ স্বেদে চ লজ্জায়াং লজ্জিতা তথা ।
অপস্মাৰে তথা ব্যাধৌগ্লানে গ্লানা ৱিধীয়তে ।।

শ্ৰমাৰ্ত্তৰ আৰু ঘামি থকা ব্যক্তিৰ শ্ৰান্তা দৃষ্টি, লজ্জাত লজ্জিতা দৃষ্টি আৰু অপস্মাৰ, ৰোগ আৰু গ্লানিত গ্লানা দৃষ্টি ।

৮৮। শঙ্কায়াং শঙ্কিতা জ্ঞেয়া ৱিষাদার্থে ৱিষাদিতা।
নিদ্রাস্বপ্নসুখার্থেষু মুকুলা দৃষ্টিৰিষ্যতে ।।

সন্দেহত শঙ্কিতা, বিষাদত বিষাদিনী, নিদ্রা, স্বপ্ন আৰু সুখত মুকুলা দৃষ্টি হয়।

৮৯। কুঞ্চিতাসূয়িতানিষ্ট দুস্প্রেক্ষাক্ষি ৱ্যথাসু চ।
অভিতপ্তাচ নির্ৱেদে হ্যভিঘাতাভিতা পয়োঃ ।।

কুঞ্চিতা দৃষ্টি হয় অসুয়া, অবাঞ্ছনীয় বস্তু দৰ্শন, কষ্টেৰে দৃষ্টি হোৱা বিষয়ত আৰু নেত্ৰব্যথাত। অভিতপ্তা দৃষ্টি হয় নিৰ্বেদ, আঘাত আৰু সন্তাপত।

৯০। জিস্মা দৃষ্টিৰসূয়ায়াং জড়তালস্যয়োস্তথা।
ধৃতৌহৰ্ষে সললিতা স্মৃতৌ তৰ্কে চ তৰ্কিতা ।।

জিম্মা দৃষ্টি হয় অসুয়া, জড়তা আৰু আলস্যত। সললিতা দৃষ্টি হয় ধৈৰ্য্য আৰু আনন্দত ; তৰ্কিতা দৃষ্টি হয় স্মৰণ আৰু তৰ্কত।

৯১। আহ্লাদেষ্বৰ্দ্ধমুকুলা গন্ধস্পৰ্শ সুখাদিষু।
ৱিভ্ৰান্তা দৃষ্টিৰাৱেগে সম্ভ্ৰমে ৱিভ্ৰমে তথা ।।

আনন্দ, গন্ধ, স্পৰ্শ, সুখ আদিত অৰ্দ্ধমুকুলী দৃষ্টি আৰু আবেগ, সম্ভ্ৰম আৰু বিভ্ৰমত বিভ্ৰান্তা দৃষ্টি হয়।

৯২। বিপ্লুতা চাপলোন্মাদদুঃখাৰ্তিমৰণাদিষু।
আকেকৰা দুৰালোকে ৱিচ্ছেদপ্ৰেক্ষিতেষু চ ।।

চপলতা, উন্মাদ, দুখ, কষ্ট, মৃত্যু আদিত বিপ্লুতা দৃষ্টি হয়। ঘৃণনীয় বস্তুৰদৰ্শন, বিচ্ছেদ দৰ্শন আদিত আকেকৰা দৃষ্টি প্ৰযোজ্য।

৯৩। ৱিবোধামৰ্ষ গৰ্ৱৌগ্ৰ্যমতিষু স্যাদ্বিকোশিকা।
ত্ৰস্তা ত্ৰাসে ভৱেৎ দৃষ্টিৰ্মদিৰা চ মদেষ্বিতি ।।

বিকোশিকা (অৰ্থাৎ বিকোশা) দৃষ্টি হয় জাগৰণ, ক্ৰোধ, গৰ্ব, উগ্ৰতা আৰু জ্ঞান লাভ কৰাৰ ক্ষেত্ৰত। ভয়ত ত্ৰস্তা আৰু মত্ততাত মদিৰা দৃষ্টি হয়।

## তাৰকাৰ কাৰ্য্য

৯৪-৯৫। ষট্‌ত্ৰিংশৎ দৃষ্টয়ো হ্যেতা যথাৱৎ প্ৰতিপাদিতাঃ।
ৰসজানাং তু দৃষ্টীনাং ভাৱজানাং তথৈৱ চ ।।
তাৰাপুট ভ্ৰুৱাং কৰ্ম গদতো মে নিবোধত।

ৰসজ আৰু ভাবজ ছয়ত্ৰিংশ প্ৰকাৰৰ দৃষ্টিৰ কথা যথাযথভাৱে প্ৰতিপাদিত হ'ল এতিয়া তাৰকা, অক্ষিপুট আৰু ভ্ৰূৰ ক্ৰিয়া সম্বন্ধে কওঁ শুনক।

৯৫-৯৮। ভ্ৰমণং ৱলনং পাতশ্চলনং সংপ্ৰৱেশনম্ ॥
ৱিৱৰ্ত্তনম্ সমুদ্বৃত্তং নিষ্ক্ৰামঃ প্ৰাকৃতং তথা।
পৰ্য্যন্তং মণ্ডলাবৃত্তিস্তাৰয়োৰ্ভ্ৰমণং স্মৃতম্ ॥
ৱলনং গমণং ত্ৰ্যস্ৰং পাতনং স্ৰস্ততা তথা।
চলনং কম্পনং জ্ঞেয়ং প্ৰৱেশোঽন্তঃপ্ৰৱেশনম্ ॥
ৱিৱৰ্ত্তনম্ কটাক্ষস্তু সমুদ্বৃতং সমুন্নতিঃ।
নিষ্ক্ৰামো নিৰ্গমঃ প্ৰোক্তঃ প্ৰাকৃতংতু স্বভাৱজম্ ॥

তাৰকাৰ (চকুৰমণিৰ) ক্ৰিয়া হ'ল চলন, পাতন, ভ্ৰমণ, বলন, সংপ্ৰবেশন, বিবৰ্ত্তন, সমুদ্বৃত্ত, নিষ্ক্ৰাম আৰু প্ৰাকৃত। এই ন প্ৰকাৰ।

মণ্ডলাকাৰে পৰ্য্যন্ত (ইতস্ততঃ) কৰি তাৰকা দুটা ঘূৰোৱা কাৰ্য্যক ভ্ৰমণ বোলে। বলন হ'ল – তিৰ্যক গতি। পাতন হ'ল শিথিলতা। চলন হ'ল কম্পন। প্ৰৱেশ হ'ল ভিতৰ সোমোৱা। বিবৰ্ত্তন হ'ল কটাক্ষ দৃষ্টি। সমুদ্বৃত্ত হ'ল সমুন্নতি (ওপৰমুৱা) নিষ্ক্ৰাম হ'ল নিৰ্গমন। প্ৰাকৃত হ'ল স্বাভাৱিক দৃষ্টি।

৯৯-১০১। তৈষাং ৰসভাৱেষু ৱিনিয়োগং নিবোধত।
ভ্ৰমনং চলনোদ্বৃত্তে নিষ্ক্ৰামো ৱীৰৰৌদ্ৰয়োঃ ॥
নিষ্ক্ৰামণং সংবলনং কৰ্ত্তৱ্যং হি ভয়ানকে।
হাস্যবীভৎসয়োশ্চাপি প্ৰৱেশনমিহেষ্যতে ॥
পাতনং কৰুণে কাৰ্য্যং নিষ্ক্ৰামণমথাদ্ভুতে।
প্ৰাকৃতং শেষভাৱেষু শৃঙ্গাৰে চ ৱিৱৰ্ত্তিতম্ ॥

ৰস আৰু ভাৱৰ সৈতে ইয়াৰ প্ৰয়োগ শুনক। ভ্ৰমণ, চলন, উদ্বৃত্ত আৰু নিষ্ক্ৰাম বীৰ আৰু ৰৌদ্ৰ ৰসৰ, নিষ্ক্ৰাম আৰু সংবলন হয় ভয়ানক ৰসত, প্ৰৱেশন হাস্যৰসত, অভিপ্ৰেত হয় বীভৎস ৰসত। কৰুণ ৰসত পাতন, অদ্ভুতত নিষ্ক্ৰামণ, অৱশিষ্ট ৰসবোৰত প্ৰাকৃত আৰু শৃঙ্গাৰত বিবৰ্ত্তিত হয়।

১০২। স্বভাৱসিদ্ধমেৱৈতৎ কৰ্ম লোকক্ৰিয়াশ্ৰয়ম্।
এৱং সৰ্ব্বেষু ভাৱেষু তাৰাকৰ্ম নিযোজয়েৎ ॥

লোক ক্ৰিয়াশ্ৰিত এই ভ্ৰমণ, বলন আদি কাম বিলাক স্বভাৱসিদ্ধ। এইদৰেই সকলো ভাৱৰ ক্ষেত্ৰত তাৰাকৰ্ম চকুৰ মণিৰ কাম হয়।

## দৃষ্টিভেদ

১০৩–১০৭। অথাষ্টেৱ প্ৰৱক্ষ্যামি প্ৰকাৰং দৰ্শনস্য তু ।
যমং সাচ্যনুবৃত্তে তু আলোকিতৱিলোকিতে ।।
প্ৰলোকিতোল্লোকিতে চাপ্যৱলোকিতমেৱ চ ।
সমতাৰং চ সৌম্যং চ যদ দৃষ্টং তৎ সমং স্মৃতম্ ।।
পক্ষ্মান্তৰ্গত তাৰংচ ত্ৰ্যস্ৰং সাচীকৃতং তু তৎ ।
ৰূপনিৰ্ৱৰ্ণনাযুক্তসনুবৃত্তমিতি স্ফুটম্ ।।
সহসা দৰ্শনং যৎ স্যাত্তদালোকিতমুচ্যতে ।
ৱিলোকিতং পৃষ্ঠতস্তু পাৰ্শ্বাভ্যাংতু প্ৰলোকিতম্ ।।
উৰ্দ্ধমুল্লোকিতং জ্ঞেয়ম্ অৱলোকিত মপ্যধঃ ।
ইত্যেষ দৰ্শনৱিধিঃ সৰ্বভাৱৰসাশ্ৰয়ঃ ।।

এতিয়া ইয়াত দৰ্শনৰ প্ৰকাৰভেদৰ কথা কোৱা হ'ব । সম, সাচী, অনুবৃত্ত, আলোকিত, বিলোকিত, প্ৰলোকিত, উল্লোকিত, অৱলোকিত এই আঠ প্ৰকাৰ দৰ্শন । যি দৃষ্টিত তাৰকা স্বাভাৱিকভাৱে থাকে, যি দৃষ্টি সৌম্য (ধুনীয়া) সেই দৃষ্টিক সম বোলে । য'ত তাৰকা পক্ষ্ম প্ৰবিষ্ট আৰু তিৰ্যক্ তাক সাচী বোলে । যাৰ দ্বাৰা ৰূপ স্পষ্টকৈ দেখা যায় তাক অনুবৃত্ত বোলে । হঠাৎ দৰ্শন হোৱাক আলোকিত বোলে । পিচফালে চোৱাক বিলোকিত বোলে । পাৰ্শ্বৰ প্ৰতি দৃষ্টি হোৱাক প্ৰলোকিত বোলে । উৰ্দ্ধ দৃষ্টিক উল্লোকিত বোলে আৰু অধোদৃষ্টিক অৱলোকিত বোলে । সকলো ভাৱ আৰু ৰসাশ্ৰিত দৃষ্টিৰ বিধি (নাম) এয়ে ।

## অক্ষিপুট

১০৮-১১১। তাৰাকৃতস্যানুগতং পুটকৰ্ম নিবোধত ।
উন্মেষশ্চ নিমেষশ্চ প্ৰসৃতং কুঞ্চিতং সমম্ ।।
ৱিৱৰ্ত্তিতং প্ৰস্ফুৰিতং পিহিতং সৱিতাড়িতম্ ।
ৱিশ্লেষঃ পুটয়োৰ্যস্তু স তুন্মেষঃ প্ৰকীৰ্ত্তিতঃ ।।
সমাগতো নিমেষঃ স্যাদায়ামস্তু প্ৰসাৰিতম্ ।
আকুঞ্চিতং কুঞ্চিতং স্যাৎ সমং স্বাভাৱিকং স্মৃতম্ ।।
ৱিৱৰ্ত্তিতং সমুদ্বৃত্তং স্ফুৰিতং স্পন্দিতং তথা ।
স্থগিতং পিহিতং প্ৰোক্ত সাহতং তু ৱিতাৰিতম্ ।।

চকুৰ তৰা দুটাৰ কামানুসৰি অক্ষিপুট ক্ৰিয়া সম্পৰ্কে শুনক । উন্মেষ, নিমেষ, প্ৰসৃত, কুঞ্চিত, সম, বিবৰ্ত্তিত, প্ৰস্ফুৰিত, পিহিত, সবিতাড়িত । অক্ষিপুট দুটাৰ বিশ্লেষক উন্মেষ বোলে । দুয়োটাৰ মিলনক নিমেষ বোলে । বিস্তাৰৰ নাম প্ৰসাৰিত । ঈষৎ কুঞ্চনক কুঞ্চিত বোলে । স্বাভাৱিক অৱস্থাক সম বোলে । উৰ্দ্ধমুখ

অৱস্থাক বিবৰ্জিত বোলে । কম্পিত অৱস্থাক স্পন্দিত বোলে । স্থগিত অৱস্থাক পিহিত বোলে । আহত অৱস্থাক বিতাড়িত বোলে ।

## অক্ষিপুটৰ প্ৰয়োগ

১১২–১১৫। অথৈষাং ৰসভাৱেষু ৱিনিয়োগংনিবোধত ।
ক্ৰোধে ৱিৱৰ্জিতঃ কাৰ্য্যঃ নিমেষোন্মেষণৈঃ সহ ।।
ৱিস্ময়াৰ্থে চ হৰ্ষে চ ৱীৰ্য্যে চৈৱ প্ৰসাৰিতম্ ।
অনিষ্ট দৰ্শনে গন্ধে ৰসে স্পৰ্শে চ কুঞ্চিতম্ ।।
শৃঙ্গাৰে চ সমং কাৰ্যমীৰ্ষ্যাসু স্ফুৰিতং ভৱেৎ ।
সুপ্তমূৰ্চ্ছিতৱাতোষ্ণ ধূমৱৰ্ষাঞ্জনাৰ্ত্তিষু ।।
নেত্ৰৰোগে চ পিহিতং অভিঘাতে ৱিতাড়িতম্ ।
ইত্যেৱং ৰসভাৱেষু তাৰকাপুটয়োৰ্ৱিধিঃ ।।

এতিয়া ৰস আৰু ভাব অনুসাৰে অক্ষিপুটৰ প্ৰয়োগৰ বিষয়ে শুনক । ক্ৰোধত নিমেষ আৰু উন্মেষৰ যোগে বিৰ্বৰ্জন কৰিব । বিস্ময় প্ৰকাশত হৰ্ষ আৰু বীৰত্বেৰে প্ৰসাৰণ কৰিব । অনিষ্ট দৰ্শন, গন্ধ, ৰস আৰু স্পৰ্শত কুঞ্চিত কৰিব । শৃঙ্গাৰত সম আৰু ঈৰ্ষাত স্ফুৰিত কৰণীয় । সুপ্ত, মূৰ্চ্ছা, ধুমুহা, উষ্ণতা, ধোৱাঁ, বৰ্ষা, কাজলজনিত কষ্ট আৰু চকুৰোগত পিহিত কৰণীয় । আঘাত পালে বিতাড়িতৰ প্ৰয়োগকৰণীয় । ৰসৰ আৰু ভাবৰ কাৰ্য্যত তাৰকা আৰু অক্ষিপুটৰ কাৰ্য্য এনে হয় ।

## ভ্ৰূক্ৰিয়া

১১৬–১২০। কাৰ্য্যানুগতস্যাস্যৈৱ ভ্ৰুৱো কৰ্ম নিবোধত ।
উৎক্ষেপঃ পাতনং চৈৱ ভ্ৰূকুটী চতুৰং ভ্ৰুৱোঃ ।।
কুঞ্চিতং ৰেচিতং চৈৱ সহজংচেতি সপ্তধা ।
ভ্ৰুৱোৰুন্নতিৰুৎক্ষেপঃ সমমেকৈকশোঽপি ৱা ।।
একস্য ৱা দ্বয়োৰ্ৱাপি পাতনং স্যাদধোমুখম্ ।
ভ্ৰুৱোৰ্মূলসমুৎক্ষেপাৎ ভ্ৰূকুটী পৰিকীৰ্ত্তিতা ।।
চতুৰং কিঞ্চিদুচ্ছাসান্মধুৰায়তয়োৰ্ভ্ৰুৱোঃ ।
একস্যা উভয়োৰ্ৱাপি মৃদুভঙ্গেন কুঞ্চিতম্ ।।
একস্যা এৱ ললিতা দুৎক্ষেপাদ্ৰেচিতং ভ্ৰুৱঃ ।
সহজাতংতু সহজং কৰ্ম স্বাভাৱিকং স্মৃতম্ ।।

তাৰকা আৰু অক্ষিপুটৰ ক্ৰিয়ানুযায়ী ভ্ৰূৰ ক্ৰিয়াৰ কথা শুনক । উৎক্ষেপ, পাতন, ভ্ৰূকুটী, চতুৰ কুঞ্চিত, ৰেচিত, সহজ এই সাতটা ভ্ৰূ ক্ৰিয়া । ভ্ৰূ দুটাৰ একেলগে বা এটা এটাকৈ উন্নমনক (ওপৰলৈ তোলাক) উৎক্ষেপ বোলে । এটা বা দুয়োটাৰ

অবনমনক (অধোমুখ কৰাক) পাতন বোলে। ভ্ৰূ দুটাৰ মূল উৎক্ষিপ্ত হ'লে তাক ভ্ৰূকুটী বোলে। সুন্দৰ আৰু বিস্তৃত ভ্ৰূ যুগৰ ঈষৎভাৱে উচ্ছ্বাস (স্ফীতি) হোৱাক চতুৰ বোলে। এটা বা দুয়োটা ভ্ৰূৰ মৃদুভাৱে ভঙ্গ (বক্ৰতা) হোৱাকে কুঞ্চিত বোলে। এটাৰ লালিতভাবে (শৃঙ্গাৰাত্মক) উন্নমন হোৱাকে ৰেচিত বোলে। সহজাত (স্বাভাবিক) ভ্ৰূ-ক্ৰিয়াক সহজ বোলে।

১২১–১২৫। অথৈষাং সংপ্ৰৱক্ষ্যামি ৰসভাৱপ্ৰয়োজনম।
কোপে ৱিৰ্তকে হেলায়াং লীলাদৌ সহজে তথা ॥
দৰ্শনে শ্ৰৱণে চৈৱ ভ্ৰূৱমেকাং সমুৎক্ষিপেৎ।
উৎক্ষেপো ৱিস্ময়ে হৰ্ষে ৰোষে চৈৱ দ্বয়োৰপি ॥
অসূয়িতে জুগুপ্সায়াং হাসে ঘ্ৰাণে চ পাতনম্।
ক্ৰোধস্থানেষু দীপ্তেষু যোজয়েৎ ভ্ৰূকুটীংবুধঃ ॥
শৃঙ্গাৰে ললিতে সৌম্যে স্পৰ্শে চ চতুৰং ভৱেৎ।
মোট্টায়িতে কুট্টমিতে ৱিলাসে কিলকিঞ্চিতে ॥
ৱিকুঞ্চিতং তু কৰ্তৱ্যং নৃত্তে যোজ্যংতু ৰেচিতম্।
অনাৱিদ্ধেষু ভাৱেষু ৱিদ্যাৎ স্বাভাৱিকং বুধঃ ॥

এতিয়া ৰস আৰু ভাবৰ সমন্বত ইয়াৰ প্ৰয়োগৰ কথা কোৱা হ'ব। ক্ৰোধ, বিতৰ্ক, হেলা (অৱজ্ঞা) আৰু সহজাত ক্ৰিয়াত দৰ্শন আৰু শ্ৰৱণত এটা ভ্ৰূ উন্নমিত হয় আৰু বিস্ময়, হৰ্ষ আৰু ক্ৰোধত দুয়োটা উন্নমিত হয়। অসূয়া, জুগুপ্সা, হাস্য আৰু ঘ্ৰাণত হয় পাতন। ক্ৰোধ আৰু দীপ্ত (পোহৰ) স্থানত ভ্ৰূকুটী প্ৰয়োগ হয়। শৃঙ্গাৰ, ললিত, সৌম্য আৰু স্পৰ্শত চতুৰ হয়। মোট্টায়িত, কুট্টমিত, বিলাস আৰু কিলকিঞ্চিতত বিকুঞ্চিত কৰণীয়। নৃত্যত ৰেচিত কৰণীয়। অনাবিদ্ধ ভাবত (সহজভাৱত) বিজ্ঞলোকে স্বাভাৱিক ভ্ৰূ প্ৰয়োগ কৰে।

## নাসিকা ঃ

১২৬–১২৮ ইত্যেৱং তু ভ্ৰূৱঃ প্ৰোক্তং নাসাকৰ্ম নিবোধত।
নতা মন্দা ৱিকৃষ্টা চ সোচ্ছ্বাসা চ ৱিকুণিতা ॥
স্বাভাৱিকী চেতি বুধৈঃ ষড়্‌ৱিধা নাসিকা স্মৃতা।
নতা মুহুঃ শ্লিষ্টপুটা মন্দাতু নিভৃতা স্মৃতা ॥
ৱিকৃষ্টোৎফুল্লিতপুটা সোচ্ছ্বাসাকৃষ্ট মাৰুতা।
ৱিকুণিতা সংকুচিতা সমা স্বাভাৱিকী স্মৃতা ॥

ভ্ৰূৰ ক্ৰিয়াৰ কথা কোৱা হ'ল। এতিয়া নাকৰ ক্ৰিয়াৰ বিষয়ে শুনক। নতা, মন্দা, বিকৃষ্টা, সোচ্ছ্বাসা, বিকুণিতা, স্বাভাৱিকী, এই ছয় প্ৰকাৰ নাকৰ অৱস্থা বুলি জ্ঞানী লোকে কয়। যেতিয়া নাসাপুট সঘনে নাসামূলৰ সৈতে মিলিত হয় তাক নতা বোলে। নাসাপুট নিশ্চল হ'লে মন্দা বোলে। নাসাপুট উৎফুল্ল হ'লে বিকৃষ্টা

বোলে। বায়ুৰ আকৰ্ষণ হ'লে সোচ্ছ্বাসা বোলে। সংকুচিতা নাসিকাৰ নাম বিকুণিতা। স্বাভাৱিক অৱস্থাৰ নাসিকাৰ নাম স্বাভাৱিকী।

১২৯–১৩২। নাসিকালক্ষণং হ্যেতৎ ৱিনিয়োগং নিবোধত।
ৱিচ্ছিন্নমন্দৰুদিতে সোচ্ছ্বাসে চ নতাস্মৃতা॥
নিৰ্ব্বেদৌৎসুক্যচিন্তাসু মন্দা শোকে তু কীৰ্ত্তিতা।
ৱিকৃষ্টা তীব্ৰগন্ধে চ শ্বাসৰোষ ভয়াৰ্ত্তিষু॥
সোচ্ছ্বাসা মধুৰে গন্ধে দীৰ্ঘোচ্ছ্বাসকৃতেষু চ।
ৱিকুণিতোক্তা হাস্যেষু জুগুপ্সায়াং অসূয়িতে॥
স্বাভাৱিকী শেষভাৱেষ্বিত্যেৱং নাসিকা স্মৃতা।

এয়ে হ'ল নাসিকাৰ লক্ষণ আৰু এতিয়া প্ৰয়োগৰ কথা শুনক। মাজে মাজে বৈ বৈ লাহে লাহে কান্দিলে আৰু উচ্ছ্বাসত হোৱা নাকৰ অৱস্থাক নতা বোলে। নিৰ্ব্বেদ, ঔৎসুক্য, চিন্তা আৰু শোকত মন্দা বোলে। উগ্ৰগন্ধ, শ্বাস, ক্ৰোধ, ভয়, ক্লেশত বিকৃষ্টা হয়। সুগন্ধ আৰু দীৰ্ঘশ্বাসত সোচ্ছ্বাসা প্ৰযোজ্য। হাস্য, জুগুপ্সা, ব্যায়াম আৰু অসূয়া বুজাবলৈ বিকুণিতা হয়। অৱশিষ্ট ভাৱত হয় স্বাভাবিকী। এয়ে নাকৰ প্ৰয়োগ বিষয়ক কথা।

১৩২–১৩৪। ক্ষামং ফুল্লং চ পূৰ্ণংচ কম্পিতং কুঞ্চিতং সমম॥
ষড়্‌ৱিধং গণ্ডমুদ্দিষ্টং তস্য লক্ষণমুচ্যতে।
ক্ষামং ত্ৱৱনতং জ্ঞেয়ং ফুল্লং ৱিকসিতং ভৱেৎ॥
উন্নতং পূৰ্ণমত্ৰোক্তং কম্পিতং স্ফুৰিতং ভৱেৎ।
স্যাৎ কুঞ্চিতং সংকুচিতং সমং প্ৰাকৃতমুচ্যতে॥

ক্ষাম, ফুল্ল, পূৰ্ণ, কম্পিত, কুঞ্চিত আৰু সম এই ছয় প্ৰকাৰ গণ্ড। তাৰ লক্ষণ কোৱা হৈছে। অবনত অৱস্থাক ক্ষাম বোলে। বিকসিত অৱস্থাক ফুল্ল বোলে। উন্নত গণ্ডক পূৰ্ণ বোলে। স্ফুৰিত গণ্ডক কম্পিত বোলে সংকুচিত গণ্ডক কুঞ্চিত আৰু স্বাভাৱিক গণ্ডক সম বোলে।

১৩৫–১৩৭। গণ্ডয়োৰ্লক্ষণং প্ৰোক্তং বিনিয়োগং নিবোধত।
ক্ষামং দুখেষু কৰ্ত্তৱ্যং প্ৰহৰে ফুল্লমিষ্যতে॥
পূৰ্ণমুৎসাহগৰ্ৱেষু ৰোমহৰ্ষেষু কম্পিতম্।
কুঞ্চিতঞ্চ সৰোসাক্স্পৰ্শশীতে ভয়ে জ্বৰে॥
প্ৰাকৃতং শেষভাৱেষু গণ্ডকৰ্ম ভৱেদিতি।

গাল দুখনৰ লক্ষণৰ কথা কোৱা হ'ল। ইয়াৰ প্ৰয়োগ শুনক। দুখত ক্ষাম গণ্ড হয়। অতি আনন্দত হয় ফুল্ল। উৎসাহ আৰু গৰ্বত হয় পূৰ্ণ। ক্ৰোধ আৰু

আনন্দত হয় কম্পিত। ৰোমাঞ্চ, স্পর্শ, শীত, ভয় আৰু জ্বৰত হয় কুঞ্চিত। অৱশিষ্ট ভাব বিলাকত স্বাভাৱিক গণ্ডকার্য হয়।

## অধৰ

১৩৭–১৩৯। ৱিৱর্ত্তনং কম্পনং চ ৱিসর্গো ৱিনিগূহণম্ ।।
সন্দষ্টকং সুমুদ্গশ্চ ষট্ কর্মাণ্যধৰস্য তু।
ৱিকুণনং ৱিৱর্ত্তস্তু ৱেপনং কম্পনং স্মৃতম্ ।।
ৱিনিষ্ক্রামো ৱিসর্গস্তু প্ৰৱেশো ৱিনিগূহনম্ ।
সন্দষ্টকং দ্বিজৈর্দষ্টং সমুদ্গঃ সহিতা গতিঃ ।।

বিবৰ্ত্তন, কম্পন, বিসর্গ, বিনিগূহন, সন্দষ্টক, সমুদ্গ, এই ছটা অধৰৰ কাম। বিকুণন (সংকোচন) হোৱাক বিবৰ্ত্ত বোলে। বেপনক কম্পন বোলে। বিনিষ্ক্রামক (বাহিৰলৈ উলিয়াই দিয়াক) বিসর্গ বোলে। প্ৰৱেশক (ভিতৰলৈ সুমুৱাই নিয়াক) বিনিগূহন বোলে। দাঁতেৰে কামুৰি ধৰিলে সন্দষ্টক বোলে আৰু দুয়ো খন ওঠৰ মিলিত অৱস্থাক সমুদ্গ বোলে।

১৪০–১৪২ ইত্যোষ্ঠলক্ষণং প্রোক্তং বিনিয়োগং নিবোধত।
অসূয়া ৱেদনাঁৱজ্ঞা লস্যাদিষু ৱিৱর্ত্তনম্ ।।
কম্পনং ৱেদনাশীতজ্বৰৰোষজপাদিষু।
স্ত্রীণাং ৱিলাসে ৱিব্বোকে ৱিসর্গোৰঞ্জনে তথা ।।
ৱিনিগূহনমায়াসে সন্দষ্টং ক্রোধকর্মণি।
সমুদগস্তুনুকম্পায়াং চুম্বনে চাভিনন্দনে ।।

ওঠৰ লক্ষণ কোৱা হ'ল, এতিয়া ইয়াৰ প্ৰয়োগ শুনক। অসূয়া, ব্যথা, অৱহেলা, আলস্য আদিত হয় বিবৰ্ত্তন। ব্যথা, শীত, জ্বৰ আৰু ক্ৰোধত হয় কম্পন। স্ত্রীৰ বিলাস, বিব্বোক (স্ত্রীৰ শৃঙ্গাৰভাৱ জনিত ক্রিয়া) ৰঞ্জনত (দেহ ৰঞ্জন) হয় বিসর্গ। পৰিশ্ৰমত বিনিগূহন হয়। ক্ৰোধ পূর্ণ কাৰ্য্যত হয় সন্দষ্ট। অনুকম্পা, চুম্বন আৰু অভিনন্দনত হয় সমুদ্গ।

## চিবুক

১৪৩–১৪৬। ইত্যোষ্ঠকর্মানি উক্তানি চিবুকস্য নিবোধত।
কুট্টনং খণ্ডনং ছিন্নং চুক্কিতং লেহনং সমম্ ।।
দষ্টং চ দন্তক্রিয়য়া চিবুকং ত্বিহ লক্ষ্যতে।
কুট্টনং দন্ত সংঘর্ষঃ সংস্ফোটঃ খণ্ডনং মুহুঃ ।।
ছিন্নং তু গাঢ়সংশ্লেষশ্চুক্কিতং দূৰৱিচ্যুতিঃ।
লেহনং জিহবয়া লেহঃ কিঞ্চিচ্ছ্লেষঃ সমং ভৱেৎ ।।
দন্তৈর্দষ্টেধৰে দষ্টম্ ইত্যেষাং ৱিনিযোজনম্ ।

ওঠৰ কথা কোৱা হ'ল এতিয়া থুঁতবিৰ ক্ৰিয়াৰ বিষয়ে শুনক। কুট্টন, খণ্ডন, ছিন্ন, চুক্বিত, লেহন, সম, দষ্ট এই বিলাক চিবুকৰ (থুতঁৰি) লক্ষণ। দাঁতে দাঁতে সংঘৰ্ষৰ নাম কুট্টন। বাৰে বাৰে দুই ওঁঠ মিলিত হোৱাটো খণ্ডন। দুইখন ওঁঠৰ গাঢ় মিলনক বোলে ছিন্ন। দুই ওঠ দূৰলৈ আঁতৰি যোৱাক চুক্বিত বোলে, জিহ্বাৰে ওঠ চেলেকাক বোলে লেহন। ওঠ দুখনৰ সামান্য মিলনক বোলে সম। দাঁতেৰে ওঠ কামোৰাক বোলে দষ্ট। এয়ে প্ৰয়োগ।

১৪৬খ–১৪৯ক। ভয়শীত জৰাব্যাধি গ্ৰস্তানাং কুট্টনং ভৱেৎ ।।
জপাধ্যয়নসংলাপভক্ষযোগে চ খণ্ডনম্ ।
ছিন্নংব্যাধৌ ভয়ে শীতে ব্যায়ামে ৰুষিতেক্ষিতে ।।
জম্ভনে চুক্বিতং কাৰ্য্যং তথা লৌল্যে চ লেহনম্ ।
সমং স্বভাৱভাৱেষু সন্দষ্টঃ ক্ৰোধকৰ্মসু ।।
ইতি দন্তোষ্ঠজিহ্বানাং কৰণাচ্ছিবুকক্ৰিয়া ।

ভয়, শীত, জ্বৰ আৰু ৰোগগ্ৰস্ত সকলে কৰে কুট্টন। জপ, পাঠ, কথোপকথন আৰু ভোজনত হয় খণ্ডন। ৰোগ, ভয়, শীত, ব্যায়াম আৰু ক্ৰোধ দৃষ্টিত হয় ছিন্ন। হামিওৱাত হয় চুক্বিত আৰু লোভত হয় লেহন। স্বাভাৱিক অৱস্থাত হয় সম। ক্ৰোধমূলক কামত হয় সন্দষ্ট। দাঁত ওঠ আৰু জিভাৰ কাম অনুসৰি চিবুক ক্ৰিয়া এনে হয়।

## মুখক্ৰিয়া

১৪৯খ–১৫৬ক। বিধুতং বিনিবৃত্তং চ নিৰ্ভুগ্নং ভুগ্নমেৱ চ ।।
বিবৃতং চ তথোদ্বাহি কৰ্মাণ্যত্ৰাস্যজানি তু ।
ব্যাবৃত্তং বিনিবৃত্তং স্যাদ্ বিধুতং তিৰ্য্যগায়তম্ ।।
অৱাঙ্মুখত্বং নিৰ্ভুগ্নং ব্যাভুগ্নং কিঞ্চিদায়তম্ ।
বিশ্লিষ্টোষ্ঠং চ বিবৃতমুদ্বাহ্যুৎক্ষিপ্তমেৱ চ ।।
বিনিবৃত্তমসূয়ায়াং ঈৰ্ষাক্ৰোধকৃতেন চ ।
অৱজ্ঞা বিহৃতাদৌ চ স্ত্ৰীণাং কাৰ্যং প্ৰযোক্তৃভিঃ ।।
বিধুতং ৱাৰণে চৈৱ নৈৱমিত্যেৱমাদিষু ।
নিৰ্ভুগ্নশ্চাপি বিজ্ঞেয়ং গম্ভীৰালোকনাদিষু ।।
ভুগ্নং লজ্জান্বিতে যোজ্যং যতীনাং তু স্বভাৱজম ।
নিৰ্বেদৌৎসুক্যচিন্তাসু তথা চ বিনিমন্ত্ৰণে ।।
বিবৃত্তং চাপি বিজ্ঞেয়ং হাস্যশোকভয়াদিষু ।
স্ত্ৰীণামুদ্বাহি লীলায়াং গৰ্ৱে গচ্ছত্যনাদৰে ।।
এৱং নামেতি কাৰ্য্যং চ কোপৱাক্যে বিচক্ষণৈঃ ।

বিধুত, বিনিবৃত্ত, নির্ভুগ্ন, ভুগ্ন, বিবৃত আৰু উদ্বাহি এই ছয় প্ৰকাৰ মুখজাত ক্ৰিয়া। আন এফালে ঘূৰাই দিয়া মুখক বোলা হয় ব্যাবৃত। বক্ৰভাৱে মুখ মেলাক বোলা হয় বিধূত। অধোমুখ (তলৈলে মুখখন কৰা) অৱস্থাক বোলা হয় নির্ভুগ্ন। অলপকৈ মুখ মেলা অৱস্থাক বোলা হয় ভুগ্ন। ওঠ আঁতৰি থাকিলে হয় বিবৃত। উন্নামিত মুখক বোলা হয় উদ্বাহি।

প্ৰয়োক্তা সকলে স্ত্ৰী সকলৰ অসূয়া, ঈৰ্ষা, ক্ৰোধৰ কাম, অৱজ্ঞা, বিহাৰ আদিত বিনিবৃত্ত কৰণীয়। বাৰণ কৰাত হয় বিধুত। গভীৰ ভাবৰ দৃষ্টিত নির্ভুগ্ন আৰু লজ্জা বিষয়ত হয় ভুগ্ন। নিৰ্বেদ, ঔৎসুক্য চিন্তা আৰু আহ্বাহনত বিবৃত হয় বুলি জানিব। ই যতি সকলৰ স্বাভাৱিক কাৰ্য্য। হাঁহি, শোক আৰু ভয় আদিতো বিবৃত হয়। স্ত্ৰী সকলৰ ক্ৰীড়া, গৰ্ব, অনাদৰ ক্ৰোধপূৰ্ণ বাক্যতো বিচক্ষণ সকলে উদ্বাহিৰ প্ৰয়োগ কৰিব লাগে।

১৫৬খ–১৫৭ক। সমং সাচীকৃতাদ্যুক্তা যচ্চ দৃষ্টি ৰিকল্পিতম্ ।।
তজ্জৈস্তেনানুসাৰেণ কাৰ্য্যং তদনুগং মুখম্ ।

ৱিচক্ষণ লোকে ৱিজ্ঞলোকৰ দ্বাৰা কথিত সম, সাচী আদি নানা দৃষ্টি ভংগী অনুসাৰে মুখৰ ভংগী কৰিব লাগে।

## মুখৰাগ আৰু তাৰ প্ৰয়োগ

১৫৭খ–১৬২ক। অথাতো মুখৰাগশ্চ চতুৰ্দ্ধা পৰিকীৰ্ত্তিতঃ ।।
স্বাভাৱিকঃ প্ৰসন্নশ্চ ৰক্তঃ শ্যামোহৰ্থসংশ্ৰয়ঃ ।
স্বাভাৱিকস্তু কৰ্ত্তব্যঃ স্বভাৱাভিনয়াশ্ৰয়ঃ ।।
মধ্যস্থাদিষু ভাৱেষু মুখৰাগঃ প্ৰযোক্তৃভিঃ ।
প্ৰসন্নস্ত্বদ্ভুতে কাৰ্য্যঃ হাস্যশৃঙ্গাৰয়োস্তথা ।।
ৱীৰ ৰৌদ্ৰ মদাদ্যেষু ৰক্তঃ স্যাৎ করুণে তথা ।
ভয়ানকে বীভৎসে চ শ্যামং সংজায়তে মুখম্ ।।
এৱং ভাৱৰসাৰ্থেষু মুখৰাগং প্ৰযোজয়েৎ ।
শাখাঙ্গোপাঙ্গসংযুক্তঃ কৃতোহপ্যভিনয়ঃ শুভ ।।
মুখৰাগৱিহীনস্তু নৈৱ শোভান্বিতো ভৱেৎ ।

মুখৰাগ চাৰিভাগত বিভক্ত হৈছে। যেনে, অভিনয় বিষয় বস্তু অনুসৰি স্বাভাৱিক, প্ৰসন্ন, ৰক্ত আৰু শ্যাম। স্বাভাৱিক অভিনয়ত আৰু উদাসীন ভাবৰ প্ৰদৰ্শনত স্বাভাৱিক মুখৰাগ কৰণীয়। অদ্ভুত, হাস্য আৰু শৃঙ্গাৰৰ অভিনয়ত প্ৰসন্ন মুখৰাগ হয়। বীৰ, ৰৌদ্ৰ মত্ততা আৰু করুণৰ অভিনয়ত মুখৰাগ ৰক্ত (ৰঙা) ভয়ানক আৰু বীভৎসৰ অভিনয়ত মুখৰাগ শ্যাম (ক'লা) হয়, এইদৰে ভাব আৰু ৰসৰ

ওপৰত ভিত্তি কৰি মুখৰাগৰ প্ৰয়োগ হয়। শাখা, অঙ্গ, উপাঙ্গযুক্ত ভাল অভিনয় হলেও, মুখৰাগহীন অভিনয়ে শোভা নাপায়।

১৬২খ–১৬৬ক। শৰীৰাভিনয়োঽল্লোঽপি মুখৰাগসমন্বিতঃ ।।
দ্বিগুণাংলভতে শোভাংৰাত্ৰাৱিৱ নিশাকৰঃ ।

সাধাৰণ আঙ্গিক অভিনয়েও মুখৰাগ যুক্ত হলে, ৰাতিৰ চন্দ্ৰৰ দৰে দুগুণ শোভা পায়

১৬৩খ–১৬৫। নুনাভিনয়োঽপি স্যান্নানাভাৱৰসান্বিতঃ ।।
মুখৰাগান্বিতো যস্মান্নট্যমত্ৰ প্ৰতিষ্ঠিতম ।
যথানেত্ৰং প্ৰসৰ্পেত মুখভ্ৰূদৃষ্টি সংযুতম্ ।।
তথাভাৱৰসোপেতং মুখৰাগং প্ৰয়োজয়েৎ* ।
ইত্যেৱং মুখৰাগন্তু প্ৰোক্তো ভাৱৰসাশ্ৰয়ঃ ।।

নেত্ৰভঙ্গীৰ দ্বাৰা কৰা অভিনয়, মুখৰাগ যুক্ত হৈ নানা ভাৱ আৰু ৰসময় হয়। কাৰণ, মুখৰাগত নাট্যৰ শুভাশুভনিৰ্ভৰ কৰে যেনেকৈ মুখ, ভ্ৰূ আৰু দৃষ্টিযুক্ত নেত্ৰ প্ৰসৰ্পনশীল, সেইদৰে ভাব আৰু ৰসযুক্ত মুখৰাগ কৰণীয় (নেত্ৰভংগী অনুসৰি মুখৰাগৰ সমন্বয় হব লাগে)। এই দৰেই ভাব আৰু ৰস অনুসাৰে মুখৰ বৰণ কেনে হ'ব লাগে সেই বিষয়ে কোৱা হ'ল।

১৬৬–১৬৭। অতঃ পৰং প্ৰৱক্ষ্যামি গ্ৰীৱা কৰ্মানিৱৈ দ্বিজাঃ ।
গ্ৰীৱা সমানতোন্নতা ত্ৰ্যস্ৰা ৰেচিতা কুঞ্চিতাঞ্চিতা ।।
বলিতা চ নিবৃত্তা চ গ্ৰীৱা নৱৱিধাৰ্থতঃ ।

হে দ্বিজগণ, ইয়াৰ পিচত গ্ৰীৱাৰ কথা কম। সমা, নতা, উন্নতা, ত্ৰ্যস্ৰা, ৰেচিতা, কুঞ্চিতা, অঞ্চিতা, বলিতা, নিবৃত্তা এই ন প্ৰকাৰ গ্ৰীৱা।

## প্ৰয়োগ

১৬৭–১৭১। সমা স্বাভাৱিকী ধ্যানস্বভাৱজপকৰ্মসু ।।
নতা নতাস্যাঽলঙ্কাৰ বন্ধে কণ্ঠাৱলম্বনে ।
উন্নতাত্ব্যুন্নতামুখী গ্ৰৈৱেয়েঽধ্বনিদৰ্শনে ।।
ত্ৰ্যস্ৰা পাৰ্শ্বগতা চৈৱ স্কন্ধভাৰেঽথ দুঃখিতে ।
ৰেচিতা ৱিধূতা ভ্ৰান্তা হাৱে মথন নৃত্তয়োঃ ।।
কুঞ্চিতাকুঞ্চিতা মূৰ্ধ্নি ভাৰিতে গলৰক্ষণে ।
অঞ্চিতাঽপসৃতে স্কন্ধে কেশকৰ্ষোৰ্দ্ধদৰ্শনে ।।
পাৰ্শ্বোন্মুখী স্যাদ্বলিতা গ্ৰীৱাভঙ্গে চৰীক্ষিতে ।
নিবৃত্তাভিমুখীভূতা স্বস্থানাভিমুখা দিষু ।।

সমা হ'ল ডিঙিৰ স্বাভাবিক অৱস্থা। ধ্যান (চিন্তা) আৰু সহজাত কৰ্ম আৰু জপৰ ক্ষেত্ৰত সমা প্ৰযোজ্য। নতাত মুখ অৱনত হয়; অলঙ্কাৰ পৰিধান আৰু কণ্ঠাশ্লেষ বিষয়ত ইয়াৰ প্ৰয়োগ হয়। উন্নতাত মুখ উন্নমিত হয়, হাৰ পৰিধান আৰু পথ প্ৰদৰ্শনৰ ক্ষেত্ৰত ইয়াৰ প্ৰয়োগ হয়। ত্ৰ্যস্ৰাত ডিঙি একাষলৈ হালি যায়। কান্ধৰ ভাৰ আৰু দুঃখিত অৱস্থাত ত্ৰ্যস্ৰাৰ প্ৰয়োগ হয়। তল-ওপৰকৈ আৰু ইফালে সিফালে ঘূৰুৱা ডিঙিক ৰেচিতা বোলা হয়। হাব (স্ত্ৰীৰ কামোদ্দীপক কাৰ্য্য), মথন (দধিমথন আদি) আৰু নৃত্যৰ ক্ষেত্ৰত ৰেচিতা গ্ৰীবাৰ প্ৰয়োগ কৰিব লাগে। ডিঙিটো কোঁচ খালে তাক কুঞ্চিতা বোলা হয়। মূৰত বোজা থাকিলে ডিঙিটো থিৰেৰে ৰাখিবৰ বাবে কুঞ্চিতা গ্ৰীবাৰ প্ৰয়োগ কৰা হয়, কান্ধটো এফালে হলাই দিলে অঞ্চিতা গ্ৰীবা হয়। (খোপা আদি বান্ধিবৰ বাবে কৰা কেশাকৰ্ষণ আৰু ওপৰলৈ চোৱাত অঞ্চিতাৰ প্ৰয়োগ হয়। বলিতাত মুখখন এফলীয়া কৰি ওপৰলৈ চাই ডিঙি ভাঙি চোৱা কাৰ্যত বলিতা গ্ৰীবাৰ প্ৰয়োগ হয়। পোনে পোনে সমুখলৈ চালে নিবৃত্তা গ্ৰীবা হয়। নিজে থকা ঠাইৰ পৰা সমুখলৈ দৃষ্টি দিয়াত এই গ্ৰীবাৰ প্ৰয়োগ কৰা হয়।

১৭২–১৭৩। ইত্যাদি লোকভাৱাৰ্থা গ্ৰীৱাভঙ্গৈৰণেকধা।
গ্ৰীৱা কৰ্মাণি সৰ্ব্বাণি শিৰঃ কৰ্মানুগানি চ ।।
শিৰসঃ কৰ্মণা কৰ্ম গ্ৰীৱায়াঃ সংপ্ৰৱৰ্ত্ততে।
ইত্যেতল্লক্ষণং প্ৰোক্তং শীৰ্ষোপাঙ্গ সমাশ্ৰয়ম্ ।।
অঙ্গ কৰ্মানি শেষানি গদতো মে নিবোধত ।।

এই লোকভাব প্ৰকাশক গ্ৰীবাভঙ্গী অনেক প্ৰকাৰৰ। সকলোবোৰ গ্ৰীবাক্ৰিয়া মূৰৰ ক্ৰিয়া অনুসৰি হয়। মূৰৰ ক্ৰিয়াতে গ্ৰীৱাৰ কাৰ্য্য নিৰ্ভৰ কৰে। মূৰ আৰু ইয়াৰ উপাঙ্গশ্ৰিত এই লক্ষণৰ কথা কোৱা হ'ল। অৱশিষ্ট অঙ্গকৰ্মৰ সম্পৰ্কে কওঁ শুনিব।

**উপাঙ্গবিধান নামক অষ্টম অধ্যায় সমাপ্ত।**